**Sonar Sonfura** : An anthology of Assamese poems and lyrics covering a period from the fourteenth century to the mid-twentieth century by Sri Bhava Kanta Saikia.

প্ৰকাশক :
শ্ৰীমতী কমল কুমাৰী বৰুৱা চেৰিটেবল ফাউণ্ডেচন্
মহাত্মা গান্ধী ৰ'ড
যোৰহাট

প্ৰথম প্ৰকাশ : ১৯৮৬

মূল্য : ৪০ টকা

প্ৰাপ্তিস্থান : প্ৰকাশক

মুদ্ৰক :
শ্ৰীকালীচৰণ পাল
**নবজীৱন প্ৰেছ**
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

# মেলনি

মোৰ বিছনাৰ কাষৰ সৰু মেজখনত পানী এগিলাচ আৰু চচ্‌মাজোৰৰ কাষতে সদায় থাকে গুৰুজনাৰ কীৰ্ত্তন পুথিখনি, মাধৱদেৱ পুৰুষৰ নামঘোষাখনি কবিগুৰু ৰবীন্দ্ৰনাথৰ সঞ্চয়িতাখনি, বেজবৰুৱাৰ শ্ৰীকৃষ্ণকথাখনি, মোৰ দেউতাৰ প্ৰণীত গুৰুচৰিত পুথিখনি আৰু ইংৰাজীৰ পে'লগ্ৰেভৰ গ'ল্ডেন ট্ৰেজাৰী কিতাপখনি। যেতিয়াই যেনেকৈ মন যায়, টানমাৰি আনি এপাত দুপাত বা একো অধ্যায় পঢ়োঁ নিজৰ মনোৰঞ্জনৰ বাবে। ভাল লাগে।

Palgrave's Golden Treasury কবিতা সঞ্চয়নখনি পঢ়ি ভাবো, আমাৰো এনে true anthology of national character, অসমৰ সুন্দৰ গীত কবিতাবিলাকৰ—কন্দলি, সৰস্বতী, গুৰুজনা. মাধৱদেৱ পুৰুষৰ গীত, কবিতা-ভটিমাৰপৰা লক্ষ্মীনাথ, ৰঘুচৌধাৰী সমন্বিতে সমসাময়িক কবিসকলৰ কবিতালৈকে বিংশ-শতাব্দীৰ প্ৰথমাৰ্দ্ধ সামৰি এখন সঞ্চয়ন যুগুত কৰিব নোৱাৰি জানো, যাতে আমাৰ উত্তৰপুৰুষসকলৰ বাবেও একেলগে থোৰতে আমাৰ সুপৰিচিত গীত, কবিতা মুকুতামালাৰ মণি এধাৰি হাততে পোৱাকৈ থৈ যাব পাৰি। হয়তো কামটো বৰ কঠিন বা দুঃসাধ্য হ'ব—হয়তো বা এনে সঞ্চয়ন এখনি বাচি জোকাৰি উলিয়ালেও পোহৰৰ মুখেই নেদেখিব। কিন্তু চেষ্টা কৰাত কি অপৰাধ হ'ব পাৰে?

কোনো কোনোৱে নিজস্বভাৱে কৰা বা কোনো অনুষ্ঠানৰ জৰিয়তে এনে ধৰণৰ প্ৰকাশ সময়ে সময়ে হৈ থকা দেখা যায়—নানান দিশৰপৰা আৰু বিভিন্ন উদ্দেশ্যেৰে। "অধিকান্তু ন দোষায়" বুলিয়েই এই কাম হাতত লোৱা হৈছে। ন-পুৰণি অসমীয়া গীত, কবিতা, লোকগীত আদিৰ বাচৰো বাচ, মধুৰৰো সুমধুৰ, সুন্দৰৰো সুন্দৰ—দুই শতাধিক গীত-কবিতাৰ সংকলনৰ প্ৰয়াস কৰা হৈছে এই মানসেই যাতে আমাৰ কবিতাপ্ৰেমীসকলে অতি অলপ আয়াসতে চুকি পায়। ফল কি হ'ব কব নোৱাৰি।

কবিতা বা গীতবিলাকৰ বাচনিত কোনো পক্ষপাতিত্ব নাই আৰু বাচনিৰ তেনে কোনো মাপকাঠিও নাই। মাত্ৰ সাধাৰণ জ্ঞানেই আমাৰ পোহৰৰ

বাট দেখুওৱা চাকি। আগেয়ে কোৱা হৈছে যে ভালৰো ভাল, বাচৰো বাচ কবিতা গীতখিনিহে ইযাত জুকিয়াই উলিওৱা হৈছে। ইয়াত হয়তো বহু সুপৰিচিত জনপ্ৰিয় কবিতা গীত বৈ যাব পাৰে—কিয়নো পাঁচশ বছৰ জুৰি ৰচনা হোৱা হেজাৰ বিজাৰ কবিতা সৃষ্টিৰপৰা মাত্ৰ দুশমান হে ইয়াত জুকিয়াই লোৱা হৈছে আমাৰ নিজৰ ৰুচি ও ক্ষমতা অনুসৰি। অক্ষমতা বশতঃ বা অজ্ঞানতা বশতঃ বহু দোষ হ'ব পাৰে এনে সঞ্চয়নৰ। তাৰ বাবে যি অপৰাধ হয় বা হৈছে সি সুধীজনৰ ক্ষমনীয় এই বুলিয়েই যে—"লৱয় উত্তমো ওমে অল্প গুণ কৰিয়া বিস্তাৰ"।

প্ৰায় পাঁচশ বছৰ বিয়পী অসমীয়া গীত কবিতাৰ সঞ্চয়ন "সোণৰ সঁফুৰা" সেইজনা গুৰুৰ চৰণত অৰ্পণ কৰা হ'ল, যিজন 'দৰশিতে সুন্দৰ, গৌৰ কলেৱৰ, যাকেৰি নাহিকে উপাম'। তেৰাই যেন এই মালাধাৰি নিজ গুণে গ্ৰহণ কৰে।

কিমিতি

শুক্লা দশমী
আহিন, ১৯০৬ শক

## কৃতজ্ঞতা জ্ঞাপন

পোন প্ৰথমেই 'সোণৰ সঁফুৰা'টিৰ অন্তৰ্ভুক্ত কবিতাবিলাকৰ কাৰণে কবিসকল বা তেৰা-সৱৰ প্ৰকৃত উত্তৰাধিকাৰীসকলৰ প্ৰতি প্ৰকাশৰ বাবে লিখিত বা মৌখিক অনুমতি দানৰ কাৰণে হিয়াভৰা কৃতজ্ঞতা জ্ঞাপন কৰা হ'ল। তেখেতসকলৰ অনুমতি আৰু সহানুভূতি বিনাই এই সংগ্ৰহ সম্ভৱ হৈ নুঠিলহেঁতেন।

লগতে বিশেষভাৱে কৃতজ্ঞতা স্বীকাৰ কৰা হ'ল 'অসম সাহিত্য সভা' আৰু 'অসম প্ৰকাশন পৰিষদ'লৈ। এই উভয় সংস্থাৰ নিজে প্ৰকাশ কৰা বা স্বত্বাধিকাৰ পোৱা কবিতাৰাশিৰ বহুখিনি 'সোণৰ সঁফুৰা'ত পুনঃপ্ৰকাশৰ অনুমতি প্ৰদান কৰা কাৰণে। লগতেই এই সংগ্ৰহৰ আঁচনিত আন আন যিবিলাক পুথিৰপৰা সহায় লোৱা হৈছে সেইবিলাক পুথিৰ লিখক ও সংগ্ৰাহকসকলৰ প্ৰতিও হিয়াভৰা শলাগ জনালোঁ।

তৰুণ লেখক আৰু কৃতী সমালোচক শ্ৰীধনী বৰাই নানা কষ্ট সহ্য কৰি মালিগাঁৱৰপৰা মোৰ জু' ৰোডৰ ঘৰলৈ প্ৰায় তাতবাটি কৰাৰ দৰে নানান কবিতা পুথি, পাণ্ডুলিপি প্ৰতি দেওবাৰে কঢ়িয়াই অনা নিয়া কৰি নানান দিহা দি সহায় কৰাৰ কাৰণে আৰু ছপাখানাৰ কাৰণে পৰিষ্কাৰ প্ৰতিলিপি কৰোৱাই দিয়াৰ কাৰণে মই তেওঁৰ ওচৰত আভাৰি।

সোদৰপ্ৰতিম এথুদে (কবি নৱকান্ত বৰুৱা—পদ্মভূষণ) মোক নানা দিহাপোহা দি উৎসাহিত কৰা আৰু পুথিখনি পাণ্ডুলিপি অৱস্থাতে ওপৰে ওপৰে চকুফুৰাই দিয়াত তেওঁৰ কাৰণে মোৰ অন্তৰভৰা কৃতজ্ঞতা থাকিল।

শেষত মোৰ সহধৰ্মিনী, কবিতাপ্ৰেমী, এসময়ত কবিগুৰু ৰবীন্দ্ৰনাথৰ শান্তিনিকেতনৰ ছাত্ৰী, শ্ৰীমতী কুসুমকুমাৰী শইকীয়ালৈ মোৰ আন্তৰিক

শলাগ ল'ল। তেওঁৰ অহৰহ উদগণিত হে গোটেই জীৱনটো নানান প্ৰজেক্ট, বিজ্ঞান, ইঞ্জিনীয়াৰিং, অনুশাসন, প্ৰশাসনত থাকিও জীৱনৰ বিয়লী বেলাত এই কামটি সমাধা কৰিব পৰা গ'ল।

বৰ্ত্তমান কবিসকলৰ ৰচনা প্ৰায়েই ইয়াত সংযোজন কৰিব পৰা হোৱা নাই। সেইখিনি সংকলনহে উঠিলে পিচলৈ সংযোজন কৰি দিয়া হ'ব।

## শলাগনি

মোৰ এমেৰিকাৰ ছাত্ৰজীৱনৰ বন্ধু বিখ্যাত চাহ খেতিয়ক শ্ৰীযুক্ত হেমেন্দ্ৰপ্ৰসাদ বৰুৱা ডাঙৰীয়া তেখেতৰ মাতৃদেৱী স্বৰ্গীয়া কমলকুমাৰী বৰুৱাৰ নামত কৰা ট্ৰাষ্টৰ হৈ আগবাঢ়ি আহিল "সোণৰ সঁফুৰা"টি পোহৰৰ বুকুলৈ বুলি তুলি ধৰিবলৈ। তেখেতলৈ মোৰ হিয়া ভৰা শ্ৰদ্ধা আৰু কৃতজ্ঞতা থাকিল "সোণৰ সঁফুৰা"টিক পোহৰলৈ উলিয়াই আনি ৰাইজৰ আগত দাঙি ধৰাত।

[signature]

## উছৰ্গা

স্বৰ্গীয়া শ্ৰীযুতা কমলকুমাৰী বৰুৱাৰ
পুণ্যস্মৃতিত

## কবি নৱকান্ত বৰুৱাদেৱৰপৰা

পঢ়শালত থাকোতেই শ্ৰীযুত ভৱকান্ত শইকীয়াই নিৰ্ম্মাণ কৰা "সোণৰ সঁফুৰা"টি দেখিছিলো। বিজ্ঞান, শিল্প আৰু বাণিজ্যৰ লগত জীৱিকাসূত্ৰে জড়িত এই মানুহজনৰ জীৱনত কবিতাৰ এনে সংযোগে মনলৈ এটা বিশ্বাস আনি দিছে যে কবিতাৰ কেতিয়াও মৃত্যু নহয়—আনকি অসমীয়া কবিতাৰো।

মৌখিক যুগৰপৰা আৰম্ভ কৰি কুৰি শতিকাৰ মাজভাগলৈকে যি কেইটি কবিতা সংকলকে বাচি উলিয়াইছে তাত তেওঁৰ ব্যাপক আৰু গভীৰ অধ্যয়নৰ পৰিচয় থকাৰ লগতে আছে সুষ্ঠ আৰু কোমল ৰুচিবোধ। শ্ৰীযুত শইকীয়াই পে'লগ্ৰেভৰ আদৰ্শৰে অনুপ্ৰাণিত হৈ গঢ়ি তুলিছে এয়া 'সোণৰ সঁফুৰা'। সঁফুৰাটি মেলিলেই দেখা যাব লোকসাহিত্যৰ অযত্ন-পালিত বনফুলৰপৰা শিষ্টসাহিত্যৰ অনেক সুন্দৰ মনি-মুকুতা। মোৰ ব্যক্তিগত বিশ্বাস, অসমীয়া কবিতা-প্ৰেমীসকলে এই কিতাপখনি আদৰি লবই। আনকি যিসকলে কবিতা ভাল পোৱাটো মানসিক দুৰ্বলতা বুলি নক'লেও ভাবে, তেওঁলোকৰ মনতো অসমীয়া কবিতাৰ প্ৰতি আগ্ৰহ জন্মিব।

শুনিছোঁ, শ্ৰীযুত হেমেন্দ্ৰপ্ৰসাদ বৰুৱাৰ সৌজন্যত সঁফুৰাটি ৰাইজৰ আগলৈ আগবঢ়াই দিয়া হৈছে। মোৰ ল'ৰালিৰ লগৰীয়া এই বিখ্যাত চাহ উদ্যোগীজনৰ সাংস্কৃতিক মনটোৰ লগত মোৰ পৰিচয় আছে। গীত-মাত আৰু ছবিৰ লগত তেওঁ সদায় জড়িত। এই আৰু এটা সাংস্কৃতিক শুভকাম তেওঁৰ বাবেই সম্ভৱ হ'ল।

শ্ৰীযুত শইকীয়া আৰু শ্ৰীযুত বৰুৱা দুয়ো অসমীয়া সমাজৰ শলাগৰ পাত্ৰ।

১০ ডিচেম্বৰ, ১৯৮৪ নৱকান্ত বৰুৱা

## সূচী

**শ্ৰীশ্ৰীমাধৱদেৱ** ( ১৪৮৯-১৫৯৬ )

পৃষ্ঠা

পৃষ্ঠা

পৃষ্ঠা

পৃষ্ঠা

পৃষ্ঠা

পৃষ্ঠা

## মাধৱ কন্দলি ( চতুৰ্দ্দশ শতিকা )

## ৰামায়ণৰপৰা

### ( লঙ্কাকাণ্ড )

মহাঋষি বাল্মিকীয়ে　　　　ৰামায়ণ কৰিলন্ত
সাক্ষাতে জানিবা যেন বেদ ।
শ্ৰৱণে অমৃতময়　　　　সকল পাপৰ ক্ষয়
সংসাৰৰ বন্ধ হোৱে ছেদ ॥
কলি মন কলুষক　　　　বিনাশন যমপুৰী
জিনিবাক শুনা ইটো খণ্ড ।
প্ৰণামওঁ সৰস্বতী　　　　শ্ৰীৰামদেৱেসে গতি
সমাপতি ভৈলা লঙ্কাকাণ্ড ॥
কবিৰাজ কন্দলি-যে　　　　আমাকেসে বুলিৱয়
কৰিলোহো সৰ্ব্বমন বোধে ।
ৰামায়ণ সুপয়াৰ　　　　শ্ৰীমহামানিক্য যে
বৰাহ ৰাজাৰ অনুৰোধে ॥
সাতকাণ্ড ৰামায়ণ　　　　পদবন্ধে নিবন্ধিলোঁ
লম্ভা পৰিহৰি সাৰোদ্ধৃত ।
মহামানিক্যৰ বোলে　　　　কাব্যৰস কিছো দিলো
দুগ্ধক মথিলে যেন ঘৃত ॥
পণ্ডিত লোকৰ যেৱে　　　　অসন্তোষ উপজয়
হাতযোৰে বোলো সুদ্ধবাক ।
পুস্তক বিচাৰি যেৱে　　　　তৈত কথা নপাৱাহা
তেৱে সবে নিন্দিবা আমাক ॥

বলে সাগৰক তৰি দাশৰথি ৰামহৰি
লঙ্কা নগৰীত পয়োসাৰ।
ঘোৰ সমৰক কৰি ৰাৱণক সংহৰিয়া
দেৱতাৰ চিন্তিলা নিস্তাৰ॥
শুনিয়োক সভাসদ ৰামায়ণ কথা ইটো
পাতকৰ সাক্ষাতে অগনি।
মহাদুঃখ গৃহবাস জানিয়া এৰিয়ো আশ
চিন্তা ৰঘুবংশ শিৰোমণি॥
অগনিত পৰীক্ষিয়া সীতাক অযোধ্যা নিয়া
সকুতুম্বো হৈলা এক ঠাই।
মাধৱ কন্দলি গাইলা শ্ৰীৰামে অযোধ্যা পাইলা
জয় জয় আনন্দ বধাই॥

## ৰামায়ণৰপৰা

( সুন্দৰাকাণ্ড )

শঙ্খিনী চিত্ৰিনী নাৰী পদ্মিনী হস্তিনী আদি
ত্ৰিভুৱনে যতেক সুন্দৰী।
দিগবিজয়ত সাজি দেৱাসুৰ-ৰণে জিনি
লঙ্কেশ্বৰে আনি আছে হৰি॥
মন্ত্ৰী পাত্ৰ সমস্তত সৰ্মপিয়া ৰাজ্যভাৰ
তেসম্বে সহিতে কৰে ক্ৰীড়া।
নাকত আঙুলি দিয়া বোলন্ত পৱন সুতে
কিনো ভৈলা জগতৰ পীড়া॥

হৰি হৰি গোসাঁনীৰ পৰিচয় নভৈলোহো
খুজি পাইবো কমন প্ৰকাৰে।
দেৱ-দেৱী-প্ৰসাদত ইঙ্গিতে জানিলো মই
পতিব্ৰতা-নাৰী ব্যৱহাৰে॥
এহি বিমৰিষ কৰি ডেৱ দিয়া পৰিলন্ত
সেনাপতি প্ৰহস্তৰ ঠাৱে।
তাত পাছে মহাপাৰ্শ্ব ওৱাৰি পশিলা গৈয়া
শবদ নকৰে যেন পাৱে॥
কুম্ভকৰ্ণ বীৰৰযে ওৱাৰি পশিলা বীৰ
আতি বৰ বহল বিস্তাৰ।
তৈতো সীতা গোসাঁনীক খুজি-লুড়ি নপাইলন্ত
বিভীষণ-থানে পয়সাৰ॥
লোমবৰ্ণ অশ্বকৰ্ণ শঙ্কুবৰ্শ ৰাক্ষসৰ
বিত্যুৎজিহ্ব হস্তীৰ বদন।
অৰ্দ্ধকেতু অৰ্দ্ধগ্ৰীৱ মত্তগ্ৰীৱ নিকুম্ভৰ
কুম্ভৰযে যতেক ভৱন॥
সৱাহাৰে চাহিলন্ত পিণ্ড বাড়ী কয়ণ্টাত
খুজি-লুড়ি নপাইলা উদ্যানে।
খুপিৰ ভিতৰ পশি ৰন্ধন-শালাৰ ঘৰে
খুজিলন্ত নানাবিধ থানে॥
নাদ নামে নিশাচৰ শোনিতাক্ষ-ওৱাৰিত
খুজিলন্ত আতিশয় যত্নে।
তাত পাছে ৰাৱণৰ ওৱাৰি পশিলা গৈয়া
চতুৰ্ভিতি বেৰি জ্বলে ৰত্নে॥
আতি প্ৰীতিবন্ধে তাক বিশ্বকৰ্ম্মে নিৰ্ম্মিলন্ত
স্বুৱৰ্ণ-মানিকে থানে থানে।

চন্দ্ৰ আদিত্যক ধিক অতি বিতোপন জ্বলে
দেখিলন্ত বীৰ হনুমানে ॥
ওৱাৰি মধ্যত চিত্ৰ থানে থানে দেখিলন্ত
আতি বৰ বিস্তাৰ গহীন।
নিৰ্ম্মল কমলসৰ পৰিমল বৃক্ষচয়
সুগন্ধিত বহয় পৱন ॥

## ৰামায়ণৰপৰা

( অযোধ্যাকাণ্ড )

সূৰ্য্য আদি গ্ৰহ খসি ভূমিত পৰিব।
তথাপিতো আমি পিতৃ বাক্যক নেৰিবো ॥
প্ৰাণৰ সংশয় যেৱে মিলয় সমৰে।
তথাপিতো নযাইবে মোহোৰ অঙ্গীকাৰ ॥
মোহোৰ বচন নিষ্ঠ মানিয়া মনত।
অযোধ্যাক লাগি চলা উলটি ভৰত ॥
যাৱে ছন্ন নতু হোৱে মোৰ পিতৃৰাজ্য।
তাৱত ভৰত গৈয়া চাৱা ৰাজকায ॥
কৌশল্যা সুমিত্ৰা মাৱ মৰিৱন্ত শোকে।
তুইকো পালিবি জুৰাইব দেখি তোকে ॥
কৈকেয়ী মাৱে মন্দ চিন্তিলা আমাক।
মোৰ দৈৱ আছে কোনে বাধিবেক তাক ॥
তাঙ্ক কোপ নকৰিবি দেখোহোঁ সাক্ষাত।
এতিক্ষণে মোহোৰ মাথাত দেস হাত ॥

মোৰ বাক্য বাখিয়া নলস ৰাজ্যভাৰ।
জীৱ মানে তেবে তোক নমাতিবো আৰ॥
* * *
ৰামৰ নিষ্ঠুৰ বাণী শুনিয়া ভৰত।
যেন বজ্রপাতে দুঃখ মিলিলা মনত॥
বুলিলন্ত ৰাঘৱৰ চৰণত ধৰি।
তোমাক এৰিয়া মই যাওঁ কেনেকৰি॥
চৌধয় বৰিষ খাটিবাহা বনবাস।
তযু দুখে আমাৰ জীৱনে নাহি আশ॥
পৰম দাৰুণ বোল আমাক বুলিলা।
হানিলাহা আমাৰ হিয়াত বজ্রশিলা॥
তযু আজ্ঞা পালি দেশ চলিবো নিশ্চয়।
পাৰন্তে সি জীয়ন্তা পৰাণী কিল সয়॥
তোমাৰ দুখানি পানৈ প্রভু দিয়ো মোক।
মাথাত ধৰিয়া তাক পাসৰিবোঁ শোক॥
সেহি পানৈ যুৰি সিংহাসনত থাপিবোঁ।
তাকে ৰাজা পাতি সবে ৰাজ্যভাৰ দিবোঁ॥
তোমাৰ চৰণ সেৱা তাহাতে কৰিবোঁ।
বনবাস ব্রত যত গৃহতে ধৰিবোঁ॥
ভৰতৰ ভকতিক ৰাঘৱে দেখিল।
কুশৰ খৰম যুৰি পাছে তাঙ্ক দিল॥
একঋষি থানত পাইলন্ত ৰঘুনাথে।
সাদৰে ভৰতে তাক চৰাইলন্ত মাথে॥
ফুৰি ফুৰি প্রদক্ষিণ কৰিয়া ভৰত।
প্রণামিলা ৰামক ধৰিয়া চৰণত॥

শিৰত ধৰিয়া আছিলন্ত কতোক্ষণ।
সলোতক মনে পাছে বুলিলা বচন॥
তোমাৰ চৰণ মই তেজিয়া অভাগী।
তথু আজ্ঞা পালি যাওঁ অযোধ্যাক লাগি॥
আসিলোহোঁ বুলি পুনু কৰিল প্ৰণাম।
কান্দন্তে চলিলা মুখে বুলি ৰাম ৰাম॥

---

# হেম সৰস্বতী ( চতুৰ্দ্দশ শতিকা )

## প্ৰহ্লাদ-চৰিত্ৰৰপৰা

হেন শুনি প্ৰহ্লাদে সুমৰে হৰি হৰি।
মাধৱক গালি মঞিও পাৰো কেন কৰি॥
মাধৱেসে পিতা-মাতা মাধৱেসে প্ৰাণ।
মাধৱত পৰে কোন বন্ধু আছে আন॥
যত দেখা বাপ জল থল গিৰি বন।
গজ ভুজ সৱাতো আছন্ত নাৰায়ণ॥
তুমি আমি আদি কৰি তিনিও জগত।
সৱাতে আছন্ত হৰি নুহিকে বেকত॥
হিৰণ্যকশিপু বোলে শুনৰে বৰ্ব্বৰ।
পুণৰপি নিন্দিলোহো তোহোৰ উত্তৰ॥
বোলযে সৱাৰো গাৱে আছে দামোদৰ।
সৱে লোক নোহে কিয় এক সমসৰ॥
কেহো সুখী কেহো দুখী বহুত অন্তৰ।
কেহো কাক বাৱে কেহো হৱয় নকৰ॥
কেহো হস্তী-স্কন্ধে চড়ি হংস তুলি শোৱে।
কেহো কেহো জনে কিয় তৃণকো নপাৱে॥
কেহো জনে ভুঞ্জে ঘোল কেহো ভুঞ্জে খীৰ।
কেহো যে শ্ৰীমন্ত কেহো হোৱে চোৰ॥
একৰে জীৱনে হোক সৱাৰে জীৱন।
একৰ মৰণে হোক সৱাৰে মৰণ॥
একৰ ভোজনে হোক সৱাৰে ভোজন।
তেৱে জানো সৱাতে আছন্ত নাৰায়ণ॥

প্রহ্লাদ বদন্তি বাপ নিন্দো তযু বাণী।
তুমি কিছো নাজানাহা আমি আছো জানি ॥
মঞি যে দেখোহো হৰি আছন্ত সৱাতে।
মলচখু নিমিত্তেসে নেদেখা সাক্ষাতে ॥
যি বোলা সকলো কিয় নোহে সমসৰ।
পাপ-পুণ্যফলে সুখ-দুখ ভুঞ্জে নৰ ॥
আচাৰত ভিন হৰি বিচাৰত এক।
ফটিকৰ স্তম্ভে তুমি দেখিয়া প্রত্যক্ষ ॥
হেন শুনি হিৰণ্যই গাৱ চালি উঠি।
ফটিকৰ স্তম্ভত বসাইলা এক মুঠি ॥
মুঠিৰ প্রহাৰে স্তম্ভ ভৈলা চিৰাচিৰ।
বড় চোটে কাম্পে তাৰ সকল শৰীৰ ॥
ফাটি বাজ ভৈলা পাছে নৰসিংহ ৰূপে।
এক ডেৱে হিৰণ্যক ধৰিলা আটোপে ॥
হিৰণ্যও হৰিক ধৰিলা আঙ্কোৱালি।
তাৱক্ষণে হৰিও ধৰিলা গাৱ চালি ॥
হেন দেখি নাৰায়ণে গুণে মনে মনে।
মোক যে এসুৱা চোটে আন সহে কোনে ॥
গিৰ গিৰ শবদে লৰিলা ভূমিচাল।
ঘনে ঘনে কাম্পন্ত পৃথিৱী সাত তাল ॥
চোবাৱে দশন আতি তেজয় আটাস।
সৰ্গ মৰ্ত্ত পাতালত লাগিলা তৰাস ॥
থলে যেৱে যুজে থল যাই ৰসাতল।
জলে যেৱে যুজে জল শুখাই সকল ॥
গিৰিত যুজয় গিৰি খণ্ড খণ্ড হয়।
দেৱাসুৰ নৰে বোলে মিলিল প্রলয় ॥

কত্তো বেলি হিৰণ্যই কিছু ছিদ্ৰ পাইলা।
উৰ্দ্ধক লাগিয়া হৰি খেপিয়া পঠাইলা॥
শতেক যোজন মানে উৰ্দ্ধ লাগি গৈলা।
পৃথিৱীত পৰি হৰি অচেতন ভৈলা॥
দেখিয়া অসুৰগণে কৰে জয় জয়।
কৈৰ সিংহ পশুগোটে ৰাজাক যুজয়॥
পতঙ্গসে হুয়া কৰে অগনিক সাস।
এহি বুলি দৈত্যগণে তুলিলেক হাস॥
অন্যোঅন্যে বোলে কিনো মন্দ যে অৰিষ্ট।
আমাৰ ৰাজাক আসি যুজয় পাপিষ্ঠ॥
এহি বুলি দৈত্যগণ নিজমে ৰহিলা।
ৰাজাৰ চৰণে পৰি প্ৰণাম কৰিলা॥
আমাৰ বচন প্ৰভু শুনা দৈত্যেশ্বৰ।
তোমাক বধিতে আইলা দেৱ গদাধৰ॥
তাঙ্ক মাৰিবাক লাগি কৰাহা যতন।
তোমাৰ কি মৃত্যু আছে দেৱৰ বচন॥
হেন শুনি দৈত্যেশ্বৰে গৰ্জ্জিবাক লৈলা।
সেহি সময়ত আনো দৈত্য প্ৰৱেশিলা॥
ধৰ ধৰ মাৰ মাৰ কাট কাট কৰি।
ক্ৰোধে খেদি আসে দৈত্য নচলয় ভৰি॥
কত্তো বেলি চেতন লভিলা নাৰায়ণ।
নসহে হৃদয়ে তান শোক অপমান॥
এক লাম্ফ দিয়া হৰি হিৰণ্যক ধৰি।
মাল-বান্ধে ধৰি পেলাইলন্ত চিত কৰি॥
অসুৰৰ ৰঙ্গ দেখি মাধৱৰ খঙ্গ।
দুয়ো এক সম বীৰ যেহেন মাতঙ্গ॥

দিন গোট গুচি সন্ধ্যা ভৈলেক প্ৰৱেশ।
ছিদ্ৰ-কাল লভিলন্ত দেৱ হৃষীকেশ॥
ঘসাই নিলন্ত পানীপত্তনিক লাগি।
ঘসন্তে নিষন্তে তাৰ হাৰ গৈল ভাগি॥
দুই হাতে ধৰি অসুৰক আলগাই।
জল-থল কিছু নোহে উৰুত বৈসাই॥
অস্ত্ৰে-শস্ত্ৰে নাকাটিলা নখে বিদাৰিলা।
ৰাত্ৰি দিনে নামাৰিয়া সন্ধ্যাত মাৰিলা॥
হৃদয় বিদাৰি পেলাইলেক মহীতলে।
নগৰৰ লোকমানে পলাইলা সকলে॥
গিৰিক ভেদিয়া যেন বহি যায় জল।
হিৰণ্যৰ তেজে বসুন্ধৰা যায় তল॥
হেনমতে দৈত্যেশ্বৰ গৈলা যম ঘৰ।
দেখি মনে ৰঙ্গ ভৈলা সকল লোকৰ॥
আকাশৰ পৰা দেৱে পুষ্প বৰিষণ।
অপেচৰা নাচয়ে গন্ধৰ্ব্বে কৰে গান॥
লৱঙ্গ মালতী সুগন্ধিত পুষ্প যত।
হৰিৰ শিৰত বৃষ্টি কৰে অসংখ্যাত॥
হেনমতে নিশাচৰ গৈলা যম-ঘৰ।
সিটো কথা শুনি সৰ্ব্বজন-ৰুচিকৰ॥
আক পদৱন্ধে হেম সৰস্বতী ভণে।
কহন্তা শুনন্তা ৰক্ষা কৰে নাৰায়ণে॥

---

## কবিৰত্ন সৰস্বতী ( চতুৰ্দ্দশ শতিকা )

## মহাভাৰতৰপৰা

### ( দ্ৰোণপৰ্ব্ব )

ফটিক প্ৰকাশ হৰৰ কৈলাস
জ্বলে নানা ৰত্নময় ।
উদ্যান শতেক দেখিয় প্ৰত্যেক
অনেক বৃক্ষ-নিচয় ॥
আম জাম চাম আতি অভিৰাম
শাল তাল ভাল দেখি ।
লাগিছে কণ্টকী ফুলিছে কেতেকী
ফুল মধ্যে যাক লেখি ॥
গুৱা নাৰিকল জৰা পনিয়াল
লেতেকু টেঙ্গা দাড়িম্ব ।
সোলঙ্গ মাধুৰী আছে ভাল ভৰি
ৰসে ভৰি আছে জিম্ব ॥
কমল সফুৰা যেন চেনি চুৰা
স্বাদত আতি আমোল ।
পৰে ৰস টোপে আছে জোকা-জোকে
দৰশনে হোৱে ভোল ॥
চকলা তুলিয়া জামীৰ জুকিয়া
জোণ্টাফল জৰা কল ।
নানা ফলচয় বৃক্ষত শোভয়
কত নাম কৈবো তাৰ ॥

শীতল নিৰ্মল সৰোবৰ জল
বুৰো বুৰো কৰে তীৰ।
আছে ঘ্ৰাণ পান দেখি সুস্থ মন
নিৰ্মল মন শৰীৰ॥
অমল কমল সুকোমল-দল
ফুলি ফুলি ডাল শোভে।
পৰি মধুকৰ গুঞ্জে ৰুচিকৰ
তাৰ মধু-পান লোভে॥
ভ্ৰমে জাকে জাকে হংস চক্ৰৱাক
জলচৰ পক্ষীগণ।
ক্ষণে ক্ষণে উৰি ফুৰি ফুৰি পৰি
জলত কৰে ক্ৰীড়ন॥
লৱঙ্গ মালতী ফুলিল সেউতী
কুন্দ কুৰুবক জাই।
চম্পা নাগেশ্বৰ শিৰিষ বিস্তৰ
হাত মেলি ফুল পায়॥
ৰঙ্গন ৰেৱতী আছে থুপি থুপি
টগৰ জয়ন্তী মালী।
ফুল ভৰে হালি পৰে ডাল ভাগি
ফুলিল বকুল জালি॥
ফুলিল বন্দুলি গন্ধে নাহি তুলি
কদম্ব দেখি শোভন।
কেতেকী প্ৰচুৰ কনক ধস্তুৰ
নেৰালি মাৰি দৰশন॥
ফুলিল শেৱালী পৰে হালি হালি
ফুল-ভৰে ভাগে ডাল।

হেনয় শোভন বিচিত্র উন্থান
ফুলে তথা সৰ্ব্বকাল ॥
যত মনোহৰ মন্দাৰ কুসুম
পাৰিজাত তথা আছে ।
স্থল অভিনৱ কুসুম পল্লৱ
দেখি ভাল গাছে গাছে ॥
তাত কল্পতৰু আছয় অগৰু
শুনা তাত কেন কথা ।
মহা তৰুবৰ মাগি পাই ফল
মনে অভিলাষি তথা ॥
বসন্ত মিলিল আৰাৰে কোকিল
বহয় মলয়া বায় ।
ভ্ৰমৰ গুঞ্জৰি চিত্ত চুৰি কৰি
কোকিলে তেজয় ৰাৱ ॥
দাৰুণ বিৰহে শৰীৰ নসহে
যতেক বিৰহী জন ।
পাঞ্চ পাঞ্চ বাণে দুঃসহ সন্ধানে
হৃদয় দহে মদন ॥
দেৱ শঙ্কৰৰ চাৰু গিৰিবৰ
ৰত্নময় মহাথান ।
থিৰতৰ মনে নানা সিদ্ধগণে
কৰন্ত যোগ-ধিয়ান ॥
মৃগ-চৰ্ম্ম পাৰি পদ্মাসন কৰি
গিৰি-গহ্বৰত বসি ।
নানাবিধ ব্ৰতে শিৱক সততে
পূজন্ত যত তপসী ॥

---

# শ্ৰীশ্ৰীশঙ্কৰদেৱ ( ১৪৪৯-১৫৬৮ )

## আত্মপৰিচয়

( দশম )

বৰদোৱা নামে গ্ৰাম শস্যে মৎস্যে অনুপাম
লৌহিত্যৰ আতি অনুকূল।
সেহি মহা গ্ৰামেশ্বৰ আছিলন্ত ৰাজধৰ
কায়স্থ কুলৰ পদ্মফুল ॥
তানে পুত্ৰ সূৰ্য্যবৰ মহাবৰা দেশধৰ
দানী মানী পৰম বিশিষ্ট।
যাৰ যশ এভু জ্বলৈ জয়ন্ত মাধৱ দলৈ
দুই ভাই যাহাৰ কনিষ্ঠ ॥
তানে পুত্ৰ কুলোদ্ধাৰ ভৌমিক মধ্যত সাৰ
প্ৰসিদ্ধ কুসুম নাম যাৰ।
তানে পুত্ৰ শিশুমতি কৃষ্ণ পাৱে কৰি নতি
বিৰচিল শঙ্কৰে পয়াৰ ॥

## কোমল কবিতা

কৰতল কমল কমল দল নয়ন।
ভবদব দহন গহন বন শয়ন ॥
নপৰ নপৰ সতৰত গময়।
সভয় মভয় ভয় মমহৰ সততয়।
খৰতৰ বৰশৰ হত দশ বদন।
খগচৰ নগধৰ ফনধৰ শয়ণ ॥
জগদঘ মপহৰ ভৱভয় তৰণ।
পৰপদ লয় কমলজ নয়ন ॥

# দশাৱতাৰ ৰ্ণনা

( কীৰ্ত্তনৰপৰা )

প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনাতন।
সৰ্ব্ব অৱতাৰৰ কাৰণ নাৰায়ণ ॥
তযু নাভিকমলত ব্ৰহ্মা ভৈলা জাত।
যুগে যুগে অৱতাৰ ধৰা অসংখ্যাত ॥
মৎস্যৰূপে অৱতাৰ ভৈলা প্ৰথমত।
উদ্ধাৰিলা চাৰি বেদ প্ৰলয় জলত ॥
সত্যব্ৰত ৰাজাক দেখাইলা নিজমায়া।
নধৰিলা সমুদ্ৰে তোহ্মাৰ মৎস্য কায়া ॥
কূৰ্ম্ম অৱতাৰ ভৈলা ক্ষীৰোদধি তীৰে ॥
লক্ষ প্ৰহৰৰ পন্থ জুৰিলা শৰীৰে ॥
কৰিলেক পৰি স্তুতি সুৰাসুৰ নাগে।
ধৰিলা মন্দৰ গিৰি প্ৰভু পৃষ্ঠভাগে ॥
দিব্য যজ্ঞ বৰাহ স্বৰূপে ভৈলা তুমি।
লীলায়ে দন্তৰ অগ্ৰে উদ্ধাৰিলা ভূমি ॥
তোহ্মাক কৰিলে যুদ্ধ হিৰণ্যাক্ষ বীৰি।
অপ্ৰয়াসে দৈত্যক বধিলা দান্তে চিৰি ॥
আদি দৈত্য হিৰণ্যকশিপু বলীয়াৰ।
নৰসিংহ ৰূপে হিয়া বিদাৰিলা তাৰ ॥
কৰিলা নিৰ্ভয় পাইলা ত্ৰিদশে উল্লাস।
ভক্ত প্ৰহ্লাদক প্ৰভু কৰিলা আশ্বাস ॥
বামন স্বৰূপে অদিতিৰ বাক্য পালি।
ইন্দ্ৰক থাপিলা ছলে বলিক নিকালি ॥

ত্ৰৈলোক্যক আক্ৰমিলা চৰণৰ গতি ।
তযু পাদোদকে গঙ্গা ভৈলা উত্তপতি ॥

*   *   *

ভৈলাহা পৰশুৰাম নামে অৱতাৰ ।
প্ৰদক্ষিণ কৰি ভূমি তিনি সাত বাৰ ॥
ক্ষত্ৰিয়ক কাটিলা পৰশু কৰে ধৰি ।
নিক্ষত্ৰিয় কৰিলা সমস্ত বসুন্ধৰী ॥
শ্ৰীৰাম ৰূপে কৌশল্যাত অৱতৰি ।
বনবাস খপিলা পিতৃৰ বাক্য ধৰি ॥
বিৰাধ কৱন্ধ মাৰীচৰ লৈলা প্ৰাণ ।
খৰ-দূষণক প্ৰভু কৰিলা নিৰ্য্যাণ ॥
একপাত শৰে বালি সংহৰিলা জীৱ ।
তোমাৰ প্ৰসাদে ৰাজা ভৈলন্ত সুগ্ৰীৱ ॥
লঙ্কাত পশিলা সাগৰত বান্ধি সেতু ।
বধিলা ৰাৱণ সীতা হৰণৰ হেতু ॥
বধিলা ৰণত আনো ৰাক্ষস অনেক ।
ভক্ত বিভীষণক কৰিলা অভিষেক ॥
অগ্নিত পৰীক্ষা আনি কৰিলা সীতাক ।
ব্ৰহ্মাদেৱে স্তুতিবাণী বুলিলা তোক্ষাক ॥
সম্বৰিলা সীতা দশৰথৰ বচনে ।
অযোধ্যাক আসিলা সভাৰ্য্যে ৰঙ্গমনে ॥
কৰিলাহা ৰাজ্য দশ হাজাৰ বৎসৰ ।
লগে স্বৰ্গে নিলা সৱে অযোধ্যা নগৰ ॥
ৰোহিণীত ভৈলা হলিৰাম অৱতাৰে ।
দ্বিবিদৰ প্ৰাণ লৈলা মুষ্টিৰ প্ৰহাৰে ॥

প্ৰলম্ব মুষ্টিক কম্ব দন্তবক্ৰ বীৰ।
লীলায়ে মাৰিয়া ভাৰ হৰিলা ভূমিৰ॥
বোধ অৱতাৰে বেদপন্থ কৰি ছন্ন।
বামানয় শাস্ত্ৰে মুহি আছে সৰ্ব্বজন॥
নিচিন্তে চৰণ নাম নলৱে তোহ্মাৰ।
সদায়ে প্ৰমত্ত লোক পাষণ্ড আচাৰ॥
কলিৰ শেষত হৈবা কল্কী অৱতাৰ।
কাটি ছিণ্ডি ম্লেচ্ছক কৰিবা বুন্দামাৰ॥
সবাকো বধিবা বোধগণ যত আছে।
কলিৰ শেষত সত্য প্ৰৱৰ্ত্তাইবা পাচে॥

## উপবন বৰ্ণনা

( কীৰ্ত্তনৰ হৰমোহনৰপৰা )

পাচে ত্ৰিনয়ন দিব্য উপবন
দেখিলন্ত বিদ্যমান।
ফল ফুল ধৰি জক মক কৰি
আছে যত বৃক্ষমান॥
শিৰীষ সেউতী তমাল মালতী
লবঙ্গ বাগী গুলাল্।
কৰবীৰ বক কাঞ্চন চম্পক
ফুল ভৰে ভাঙ্গে ডাল॥
শেৱালী নেৱালী পলাশ পাৰলী
পাৰিজাত যুথী জাই।

বকুল বন্দুলী আছে ফুলি ফুলি
তাৰো সীমা সংখ্যা নাই ॥
কনৌৰ কনাৰী কদম্ব বাৰৰী
নাগেশ্বৰ সিংহ চম্পা ।
অশোক অপাৰ দেৱনা মন্দাৰ
মণিৰাজ ৰাজচম্পা ॥
কুন্দ কুৰুবক কেতেকী তগৰ
গোন্ধে মোহে বহুদূৰ ।
গুটিমালী ভেন্টি ৰঙ্গীন ৰেৱতী
মকুৱা মধাই ধুস্তুৰ ॥
চন্দন অগৰু দিব্য কল্পতৰু
দেৱদাৰু পদ্মবাচি ।
প্ৰতি গাছে গাছে ভিগুা বান্ধি আছে
স্বৱৰ্ণ মাণিকে খচি ॥
মণি মৰকত স্থলী নানামত
দীপ্তি কৰৈ তাৰ কাছে ।
মহা মনোহৰ দীঘি সৰোবৰ
তাৰ মাজে মাজে আছে ॥
চাৰিও কাষৰে প্ৰৱাল বাথৰে
বান্ধিল বিচিত্ৰ কৰি ।
বৈদুৰ্য্যৰ বাট স্ফটিকৰ ঘাট
মৰকুত খাটখৰি ॥
স্বৱৰ্ণ কমল ভেট উতপল
ফুলি ফুলি আছে ৰঙ্গি ।
শোভৈ চক্ৰবাক ৰাজহংস জাক
মৃণাল ভুঞ্জৈ উভঙ্গি ॥

কোণ্ডা কঙ্ক বক বিবিধ চতক
ভ্ৰমন্ত নিৰ্ভয় ভাৱে।
অমৃত সমান জল কৰি পান
ত্যজৈ সুললিত ৰাৱে॥
চাৰিয়ো পাৰত দিব্য পুষ্প যত
গন্ধে দশোদিশ বাসে।
অনেক ভ্ৰমৰে বেঢ়িয়া গুঞ্জৰে
মধুপান অভিলাষে॥
যত দিব্য পক্ষী ফল ফুল ভক্ষি
কাঢ়য় সুস্বৰ ৰাৱ।
কুহু কুহু ধ্বনি কোকিলৰ শুনি
বহয় মলয়া বাৱ॥

## শিশুলীলা

( কীৰ্ত্তনৰপৰা )

দিনেক যশোদা নন্দজায়া।
আপুনি মথন্ত দধি গৈয়া॥
কৃষ্ণৰ শৈশৱ লীলাক স্মৰি।
কৃষ্ণগীত গাৱন্ত সুন্দৰী॥
ক্ষৌম বস্ত্ৰ পিন্ধি দিব্য কাছে।
কটিত মেখলা বান্ধি আছে
পুত্ৰস্নেহে স্ৰবৈ দুয়ো স্তন।
আজোৰাস্তে লৰে ঘনে ঘন॥
কনু ঝুনু কৰৰ কঙ্কণ।
শ্ৰম জলে উজ্জ্বল বদন॥

কৰ্ণত কুণ্ডল দোলে আতি।
খসি পৰে খোপাৰ মালতী।
এহিমতে মথন্ত প্ৰেয়াসি।
মাৱক ধৰিলা কৃষ্ণে আসি॥
মথনিত ধৰিয়া নিষেধি।
মথিবাক নেদে আউৰ দধি॥
হাসি কোলে লৈলা নন্দজায়া।
দিলা স্তন পুত্ৰমুখ চায়া॥
দেখন্তে উথলি দুগ্ধ পৰে।
পুত্ৰ এৰি গৈলন্ত লৱৰে॥
স্তন পিবে নপায়া কৃষ্ণৰ।
কাম্পে কোপে অৰুণ অধৰ॥
দশন কামুৰী আতি চাণ্ড।
শিলায়ে ভাঙ্গিলা দধিভাণ্ড॥
মহাকোপে কোঠা পশিলন্ত।
সিঞ্চৰাই লৱহু ভূজন্ত॥
আসিলা যশোদা নমাই ক্ষীৰ।
দেখৈ হাণ্ডি ভাঙ্গিলা দধিৰ॥
জানিলা পুত্ৰৰ কৰ্ম্ম গোপী।
হাসিয়া দেখিলা পশি খুপি॥
উড়ল উপৰে বসি হৰি।
ভুঞ্জন্ত লৱহু চুৰি কৰি॥
শিকিয়াৰপৰা নমাই আনি।
বাণৰকো দেন্ত দলি হানি॥
শঙ্কিত নয়নে নাহি সাৰি।
দেখিয়া যশোদা লৈলা বাৰী॥

মাৰিবে আসন্ত জানি ডৰে।
দিলা লৰ নামি উড়ুলৰে॥
পাচে পাচে যশোদা খেদন্ত।
ভয়ে লাগ মাৰক নেদন্ত॥
যাক যোগী নপাৱৈ ধ্যানত।
হেন হৰি পলান্ত ভয়ত॥
পুত্ৰক খেদন্ত মহাসতী।
শ্ৰোণী ভৰে আক্ৰমিলা গতি॥
বেগত মেলান ভৈলা খোপা।
খসি পৰৈ মালতীৰ থোপা॥
গোবিন্দে মাৱৰ শ্ৰম দেখি।
ৰহিল কান্দন্তে মুদি আখি॥
সভয় নয়নে চান্ত ডৰে।
যশোদা ধৰিলা আসি কৰে॥
ভাণ্ড ভাঙ্গি আজি যাইবি কোথা।
খাইবো আজি কৃষ্ণ তোৰ মাথা॥
সকল লৱন্থ কৈলি নাশ।
শুনি প্ৰভু ভৈলা মহাত্ৰাস॥
দেখি বাৰী এৰিলন্ত সতী।
কৃষ্ণক বান্ধিবে ভৈলা মতি॥
নাহি আদি অন্ত পুৰ্ব্বাপৰ।
পূৰ্ণব্ৰহ্ম জগত ঈশ্বৰ॥
তাহাঙ্ক তনয় মানি বলে।
যশোদা বান্ধন্ত উড়ুখলে॥
বান্ধন্ত কৃষ্ণক আনি ধৰি।
নোযোৰৈ আঙ্গুল দুই জৰী॥

আৰো জৰী আনি জোৰা দিলা।
সিয়ো দুই আঙ্গুলে নাটিলা॥
হেন দেখি আৰো জৰী আনি।
যশোদা বান্ধন্ত টানি টানি॥
শৰীৰৰ বল দিয়া আটে।
তথাপি আঙ্গুল দুই নাটে॥
গৃহত পাইলেক যত জৰী।
এহিমতে জুৰিয়া সুন্দৰী॥
উড়ুখলে এৰে বান্ধে চাপি।
নাটে দুই আঙ্গুলে তথাপি॥
হেন দেখি হাসে গোপীগণে।
যশোদা বিস্ময় ভৈলা মনে॥
শৰীৰৰ ঘৰ্ম্ম যায় বহি।
হাসিয়া থাকিলা শ্ৰমে ৰহি॥
হেন দেখি প্ৰভু নাৰায়ণ।
স্নেহে লৈলা আপুনি বন্ধন॥
জগতৰে আপুনি ঈশ্বৰ।
তুমি বশ্য ভৈলা ভকতৰ॥
ব্ৰহ্মা লক্ষ্মী দেৱ মহাদেৱে।
নপাইলা আনন্দ হেন কেৱে॥
যশোদা প্ৰসাদ যেন পাইল।
ইটো গোপী কিনো তপসাইল॥
ভকতৰ বশ্য তুমি হৰি।
সুখে পাৱৈ গৃহতে সুমৰি॥
ভণিলা শঙ্কৰে কৃষ্ণপদে।
হৰি হৰি বোলা সভাসদে॥

# শিশুলীলা

( কীৰ্ত্তনৰপৰা )

নমো গোপৰূপী মেঘ সম শ্যাম তনু।
গাৱে পীতবস্ত্র হাতে শিঙ্গা বেত বেণু॥
কৰ্ণত গুঞ্জাৰ থোকা মাথে মৈৰা পাখি।
বন্য পুষ্পমালা পিন্ধি থেনু আছা ৰাখি॥
এহি শৰীৰতে আছে যতেক মহিমা।
মনেও কৰিবে পাৰৈ কোনে তাৰ সীমা॥
আছোক পৰম ব্ৰহ্ম স্বৰূপ তোহ্মাৰ।
তাক জানিবাক আছে শকতি কাহাৰ॥
জ্ঞানপথ এৰি প্ৰভু তোহ্মাৰ কথাক।
কায়বাক্যমনে সেৱৈ যিটো সাধুজাক॥
যদ্যপি অজিত তুমি তিনিয়ো জগতে।
তথাপি তোহ্মাক জিনৈ সেহিসে ভকতে॥
মুকুতি ৰসকো স্ৰৱৈ তোহ্মাৰ ভকতি।
তাক এৰি যিটো জ্ঞানপথে কৰে ৰতি।
ক্লেশ মাত্ৰ পাৱৈ সিটো নিষ্ফল প্ৰয়াসে।
বাহানে পতান যেন তণ্ডুলক আশে॥
যিটোজনে ভুঞ্জে নিজ কৰ্ম্মৰ বিপাক।
আপেক্ষিয়া থাকৈ প্ৰভু তোমাৰ কৃপাক॥
কায়বাক্যমনে নমৈ চৰণ তোহ্মাৰ।
সি সি জনে মুকুতি পদৰ অধিকাৰ॥
মই কেনে দুৰ্ব্বোধ দেখিয়ো ভগৱন্ত।
মায়াদিৰো ঈশ তুমি অনাদি অনন্ত॥

তোম্হাক পৰীক্ষো মই মায়াক প্ৰকটি।
অগনিৰ আগে যেন ক্ষুদ্ৰ ফিৰিঙ্গতি॥
অন্ধ ভৈল চক্ষু হেলা কৰিলো তোম্হাক।
মইঁ ভিন্ন ঈশ্বৰ মানিলো আপোনাক॥
অজ্ঞৰ ক্ষমিয়ো দোষ জগতনিবাস।
এহি কৃপা কৰা যেন বোলাওঁ তযু দাস॥
গৰ্ভত থাকন্তে উদৰত ঘাৱে পাৱে।
তাৰ অপৰাধক নধৰৈ যেন মাৱে॥
তোম্হাৰ কুক্ষিতে আমি আছো চৰাচৰ।
হেন জানি ক্ষমিয়োক দোষ দামোদৰ॥
ইটো ব্ৰহ্মপদ প্ৰভু আম্হাক নলাগে।
কীট পটঙ্গত জন্ম হোক কৰ্ম্মভাগে॥
তোম্হাৰ ভক্তৰ মাজে হুয়া একজন।
সেৱা কৰি থাকো প্ৰভু তোম্হাৰ চৰণ॥
কিনো ধন্য ধেনু গোপী ইটো গোকুলৰ।
যাৰ স্তন পানে তৃপ্ত ভৈলা দামোদৰ॥
অশ্বমেধ আদি কৰি মহাযজ্ঞ যত।
তোম্হাক তুষিবে কেহো নুহিকৈ শকত॥
কিনো ভাগ্য কিনো ভাগ্য ব্ৰজৰ প্ৰজাৰ।
তুমি পুৰ্ণব্ৰহ্ম হৰি মিত্ৰ ভৈলা যাৰ॥
কিনো পুণ্য কৰি গোকুলৰ বৃক্ষ তৃণে।
তোম্হাৰ চৰণ-ৰেণু পাৱৈ প্ৰতিদিনে॥
দেখা সৰ্ব্বলোক কেনে অজ্ঞানী বৰ্ব্বৰ।
তুমি অন্তৰ্য্যামী তোমাকেসে বোলে পৰ॥
শৰীৰক মই বুলো বুদ্ধি ভৈল হত।
হিয়াত হৰাইলা তুমি খোজো বাহিৰত॥

বৃন্দাবনে তৃণ হৈবো তেবে মহাভাগ।
পাইবো ব্ৰজবাসীৰ চৰণ-ৰেণু লাগ॥
আজিয়ো বিচাৰৈ পদৰজ দেৱগণ।
হেন হৰি ভৈল ব্ৰজবাসীৰ জীৱন॥
মাৰিবাক দিলা স্তন পুতনা পাপিষ্ঠী।
দিলাহা মুকুতি তাইকো পৰিল সুদৃষ্টি॥
ব্ৰজবাসী তোহ্মাতে অৰ্পিল প্ৰাণ বিত্ত।
আক আৱে কিবা দিবো খেদ কৰে চিত্ত॥
তাৱে ৰাগ লোভ ক্ৰোধ পুৰুষৰ চোৰ।
তাৱে গৃহবাস বন্দীশাল মহাঘোৰ॥
মোহচয় ভৰিৰ নিহল ভৈল তাৱে।
তোহ্মাক ভকতি নৰে নতু কৰৈ যাৱে॥
তোহ্মাৰ আগত কিবা বোলো বহুবাক।
যিটো বোলে জানো প্ৰভু জানোক তোহ্মাক॥
কায়বাক্যমনে মই কৰিলোহো সাৰ।
তযু মায়া বিভৱৰ নপাওঁ কিছু পাৰ॥
জানিবাহা ভৈলো প্ৰভু তোহ্মাৰ কিঙ্কৰ।
তযু চৰণত সমৰ্পিলো কলেৱৰ॥
সমস্তৰে বুদ্ধি সাক্ষী সবে তুমি জানা।
আজি ধৰি প্ৰভু মোক দাস বুলি মানা॥
নমো কৃষ্ণ বৃষ্ণিকুল প্ৰকাশ নায়ক।
দেৱ দ্বিজ পৃথিৱীত বুদ্ধি প্ৰদায়ক॥
দুষ্ট দৈত্য দানৱ ৰাক্ষস ক্ষয়ঙ্কাৰ।
তোহ্মাৰ চৰণে প্ৰভু প্ৰণাম আহ্মাৰ॥
কৰিল অনেক স্তুতি আৰো স্ৰষ্টিকৰে।
তাক নকহিলো পদ বাহুল্যক ডৰে॥

এহি বুলি প্ৰজাপতি ভৈল মোহে হীন।
কৃষ্ণক কৰিল তিনিবাৰ প্ৰদক্ষিণ ॥
প্ৰণাম কৰিয়া চৰণত পৰি পৰি।
মেলানি মাগিয়া নিজ স্থানে গৈলা লৰি ॥
ভণিল শঙ্কৰে কৃষ্ণ চৰণত ধৰি।
পাতক ছাৰোক ডাকি বোলা হৰি হৰি ॥

## ধ্যান বৰ্ণন

( কীৰ্ত্তনৰপৰা )

স্থিৰ বুদ্ধি কৰি ভকত জনে।
প্ৰত্যেক অঙ্গক চিন্তিব মনে ॥
চৰণ পদ্ম দেখি সুখী হুই।
অৰুণ আতি পদতল দুই ॥
অঙ্কুশ পদ্ম ধ্বজ বজ্ৰ যৱ।
দেখি চিহ্ন তাতে মিলৈ উৎসৱ ॥
চৰণ পঙ্কজ আছে প্ৰকাশি।
আঙ্গুলি পান্তি তাৰ ভৈল পাসি ॥
দেখিয়া ৰক্তৰ পাকৰি নয়।
প্ৰকাশে তাতে নখচন্দ্ৰচয় ॥
ৰতনে উজ্জ্বল উজ্বাল্টি যত।
নূপুৰ প্ৰকাশে পাদপৃষ্ঠত ॥
ৰক্তৰ যোড়ৰ জলে জঙ্ঘাত।
উৰু কৰীকৰ সম সাক্ষাত ॥

কটিত প্ৰকাশৈ বসন পীত।
বান্ধিছে মেখলা ৰত্নে ৰঞ্জিত॥
নাভি সৰোৰুহ ৰুচিৰ কান্তি।
হৃদয়ে প্ৰকাশৈ শ্ৰীবৎস পান্তি॥
উৰস্থলে লক্ষ্মী দিলন্ত দেখা।
কষটিক যেন সোণাৰ ৰেখা॥
পীতবস্ত্ৰে শোভৈ শ্যামল কায়।
তড়িত জড়িত জলদ প্ৰায়॥
বহল হৃদয় মুকুতা হাৰ।
প্ৰকাশৈ জিলিমিলি পেচন্দাৰ॥
চিকিমিকি কৰৈ ৰত্নৰ জালা।
আপাদলম্বী গলে বনমালা॥
তাহাৰ মধুগন্ধে হুয়া ভোল।
বেঢ়িয়া মধুকৰে কৰে ৰোল॥
চাৰু চতুৰ্ভুজ শোভে সুঠান।
ললিত বলিত নীল মোলান॥
কেয়ুৰ কঙ্কন বলয়া তাত।
প্ৰকাশৈ নৱ কিশলয় হাত॥
ৰত্নৰ শলকা আঙ্গুলি পান্তি।
আঙ্গুঠিচয় তাতে কৰে কান্তি॥
অৰুণ নখ চন্দ্ৰমাৰ শাৰী।
শঙ্খ চক্ৰ গদা পঙ্কজধাৰী॥
গলন্ত গলপাতা সাতসৰি।
উৰৈ নৱগুণ পীত উত্তৰী॥
শ্যামল শৰীৰে শোভৈ অধিক।
ময়ুৰপুচ্ছ যেন চিকমিক॥

কম্বুকণ্ঠে শোভৈ কৌস্তুভ মণি।
প্ৰভাতে উদিত আদিত্য জিনি॥
পুৰ্ণচন্দ্ৰ ৰুচি মুখমণ্ডল।
কৰ্ণত মকৰ দোলে কুণ্ডল॥
তাৰ ৰশ্মি জ্বলে গণ্ড পাণ্ডুৰ।
ৰুচিৰ চিবুক চাৰু অধৰ॥
প্ৰৱাল ৰত্নে যেন কৰৈ কান্তি।
সুন্দৰ দন্ত মুকুতাৰ পান্তি॥
সদায় হুগুচৈ ঈষত হাস।
নাসা তিলফুল সম প্ৰকাশ॥
অৰুণ লোচন পঙ্কজ পাসি।
ধনু সম আছে ভ্ৰূৰ প্ৰকাশি॥
ৰত্নময় কৰৈ তিলকে কান্তি।
কপালে লম্বিত অলকা পান্তি॥
ৰঞ্জে শিৰে ৰত্নময় মুকুট।
চূড়ামণি ৰত্নে প্ৰকাশৈ জুট॥
তাৰ মাজে ৰত্ন পঙ্কজ মালা।
উজ্জ্বল মুখ লাগি তাৰ জ্বালা॥
হেন মনোহৰ ৰূপ নিৰীক্ষি।
থাকিব সমস্ত অঙ্গক দেখি॥
মস্তকৰপৰা পাদ পৰ্য্যন্তে।
নমাইবে মনক তুনাই দেখন্তে॥
ধ্বজ বজ্ৰ যৱ পঙ্কজ যাৰে।
প্ৰদক্ষিণে নমি পৰিব পাৰে॥
এতেকে হৈবেক পৰম সিদ্ধি।
হৰিসে জানা জগতৰ নিধি॥

হেলায় সংসাৰ তৰিবা পুনু ।
নকৰা বিফল মনুষ্য তনু ॥
দৃঢ় কৰি ধৰা হৰিৰ পাৱ ।
পাপ-সাগৰত এহিসে নাৱ ॥
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে ।
হৰি হৰি ঘোষা সমস্তে জনে ॥

## গুণমালা

ঘোষা

ৰাম নিৰঞ্জন । পাতক ভঞ্জন ॥

পদ

নমো নাৰায়ণ সংসাৰ কাৰণ ।
ভকত তাৰণ তোহ্মাৰ চৰণ ॥
তুমি নিৰঞ্জন পাতক ভঞ্জন ।
দানৱ গঞ্জন গোপিকা ৰঞ্জন
বেদান্ত গায়ক বংশী বায়ক ।
জগত নায়ক মুকুতি দায়ক ॥
ভকতৰ ঋদ্ধি কৰা সৰ্ব্বসিদ্ধি ।
বিধাতাৰো বিধি দীন দায়ানিধি ॥
ভকতি ৰোচন দুখ বিমোচন ।
পাতক মোচন কমল লোচন ॥
দৈত্যঅন্তকাৰী গোৱৰ্দ্ধন ধাৰী ।
ভৱভয়হাৰী তুমিসি মুৰাৰি ॥

কালিকো দমিলা পূতনা শুষিলা।
দেৱকো তুষিলা ব্রজকো ভূষিলা ॥
কেশী বৎস বক সমস্তে দৈত্যক।
লগাইলা চমক ডকাইলা যমক ॥
তুমি বাৰম্বাৰ হুয়া অৱতাৰ।
পৃথিৱীৰ ভাৰ খণ্ডিলা অপাৰ ॥
ইন্দ্রকো দমিলা ব্রহ্মায়ো নমিলা।
বনত ভ্রমিলা গোপিক ক্রীড়িলা ॥
পশি ৰঙ্গশাল যত মহামাল।
কৰিয়া আস্ফাল বধিলা গোপাল ॥
তযু গুণ নাম ধর্ম্ম অনুপাম।
মোক্ষ অর্থ কাম সাধা প্রভু ৰাম ॥
মাৰি দশগ্রীৱ জনকৰ জীৱ।
পাইলা সদাশিৱ তুমি জগজীৱ ॥
তোম্হাৰ চৰিত্র পৰম পৱিত্র।
পাতকীৰ মিত্র কৰিলা বিচিত্র ॥
পতিত পাৱন এভৱ ভাৱন।
অসুৰ ধাৰন তুমিসি বামন।
অগতিৰ গতি ত্রিজগত পতি।
তোম্হাত ভকতি থাকোক সম্প্রতি ॥
শ্যামল শৰীৰ জলদ ৰুচিৰ।
গহীন গম্ভীৰ গুণেৰ মন্দিৰ ॥
কুণ্ডলে মণ্ডিত অসুৰ দণ্ডিত।
পাতেক খণ্ডিত তুমিসি পণ্ডিত ॥
দাৰিদ্রে মর্দ্দন কৰুণা সদন।
বংশী বদন মুকুতি মদন ॥

হাস্য দৰিশন পাপ কৰি চন ।
দোষ মৰিষণ কাম বৰিষণ ॥
জগত আধাৰ দৈৱকী কুমাৰ ।
সংসাৰতে সাৰ চৰণ তোহ্মাৰ ।
তুমি ভগৱন্ত মহিমা অনন্ত ।
তাৰিলাহা সন্ত পুৰুষ মহন্ত ॥
তুমি সুবৎসল পুৰুষ নিশ্চল ।
নাহি কিছো চল ভকতবৎসল ॥
তুমি অৱতৰি অসুৰ সংহৰি ।
সৃষ্টি আছা ধৰি দেৱ শ্ৰীহৰি ॥
অঘাসুৰ ঘালি মহা বলশালী ।
দমিলাহা কালি তুমি বনমালী ॥
কৰি পৰাভৱ খেদাইলা দানৱ ।
ভকত বান্ধৱ তুমিসি মাধৱ ॥
কৰি অবিচ্ছেদ দৈত্য কৰি ভেদ ।
খণ্ডিলাহা খেদ উদ্ধাৰিলা বেদ ॥
জগতকে বশ্য কৰিলা অৱশ্য ।
ভৈলা মহা মৎস্য ব্ৰহ্মাৰো নমস্য ॥
তুমি মহা হংস অসি নিজ অংশ ।
হুয়া যদুবংশ বধিলাহা কংস ॥
জগত নিঃশেষ সবাতো প্ৰবেশ ।
ভৈলা হৃষীকেশ নজানি উদ্দেশ ॥
তুমি পীতাম্বৰ কৰি আড়ম্বৰ ।
বধিলা সম্বৰ প্ৰভু বিশ্বম্ভৰ ॥
তুমিসি অচ্যুত আনন্দে আপ্লুত ।
ভকত বহুত কৰিলা মুকুত ॥

ধৰি মৎস্যকায় সত্যব্ৰত ৰায়।
প্ৰলয় অপায় তাৰিলা লীলায়॥
কূৰ্ম্ম কলেৱৰ ধৰিলা মন্দৰ।
মথিলা সাগৰ নভৈলা ভাগৰ॥
বৰাহ শৰীৰি পৃথিৱী উদ্ধাৰি।
হিৰণ্যাক্ষ বীৰি মাৰিলাহা ছিৰি॥
নৰসিংহ ৰিপু ভৈলা দিব্যবপু।
বধিলাহা ৰিপু হিৰণ্যকশিপু॥
ভৈলা অদিতিত বামন উদিত।
মুকুতি ললিত বলিক ছলিত॥
জামদগ্নি ৰাম কাটি চামে চাম।
ক্ষত্ৰিয়ৰ নাম নথৈলা সংগ্ৰাম॥
ভৈলা কৌশল্যাত শ্ৰীৰাম জাত।
ৰাৱণ বিঘাত কৰিলা লঙ্কাত॥
ৰাম হলধৰ ৰোহিণীকুমাৰ।
মাৰিলা ইতৰ দ্বিবিদ বানৰ॥
বুদ্ধ ৰূপে ছদ্ম কৰি বেদগণ।
মুহিলাহা মন তেজিয়া সজ্জন॥
হুয়া কল্কী চণ্ড যতেক পাষণ্ড।
কৰি খণ্ড খণ্ড বিধিলাহা দণ্ড॥
ধৰি বাৰম্বাৰ দশ অৱতাৰ।
পৃথিৱীৰ ভাৰ খণ্ডিলা অপাৰ॥
কৃষ্ণৰ কিঙ্কৰে ৰচিলা শঙ্কৰে।
হৰি হৰি নৰে বোলা নিৰন্তৰে॥

## টোটকম্

মধুদানৱদাৰণদেৱবৰম্ ।
বৰবাৰিজলোচনচক্ৰধৰম্ ॥
ধৰণীধৰধাৰণধ্যেয়পৰম্ ।
পৰমাৰ্থবিত্থাশুভনাশকৰম্ ॥
কৰচূৰ্ণিতচেদিপভূৰিভগম্ ।
ভগভূষণকোৰ্চ্চিতপাদযুগম্ ॥
যুগনায়কনাগৰবেশৰুচিম্ ।
ৰুচিৰাংশপিধানশৰীৰশুচিম্ ॥
শুচিচামৰবায়ুনিসেব্যতনুম্ ।
তনুমধ্যগদেহসুবেশহনুম্ ॥
হনুমন্তহৰীশসহায়ৰতম্ ।
ৰতৰাঙ্গপৰায়ণশক্ৰনতম্ ॥
নতবৰ্ত্তুলস্থূলসুদীৰ্ঘভুজম্ ।
ভুজগাধিপতল্পশয়ানমজম্ ॥
অজৰামৰবিগ্ৰহবিশ্বগুৰুম্ ।
গুৰুগোধনকামদকল্পতৰুম্ ॥
তৰুণীমনমোহনসৰ্ব্বশুভম্ ।
শুভমঙ্গলদায়কনীলনিভম্ ॥
ইভকুম্ভজমৌক্তিকমাল্যবহম্ ।
বহলোৰসমিষ্টদসৰ্ব্বসহম্ ॥
সহজায়তি পদ্মদলাক্ষচিদম্ ।
চিদানন্দবিনোদনবেদবিদম্ ॥
বিদুষামনমগুণকম্বুগলম্ ।
গলশোভিতকৌস্তুভভীমবলম্ ॥

বলভদ্ৰসহোদৰসত্যবপুম্ ।
বপুনির্দ্দিতবিশ্বসুৰাৰিৰিপুম্ ॥
ৰিপুযূথপযূথপদর্পহৰম্ ।
হৰ-মৌলিনিঘৃষ্টপদাম্বুপৰম্ ॥
পৰলোকসহায়সহস্ৰমুখম্ ।
মুখৰালিকুলাকুলমাল্যসুখম্ ॥
সুখমোক্ষদদক্ষৰমাৰমণম্ ।
মনসোপৰিমেয়সহস্ৰফণম্ ॥
ফণতোস্মি নতোস্মি নতোস্মি হৰিম্ ।
হৰিবৈৰীহুতাশনভোগ্যহৰিম্ ॥
হৰিকিঙ্কৰশঙ্কৰঈশপদে ।
পদমিচ্ছন্ গায়তি চামৃতদে ॥

## ৰাজ ভটিমা-

জয় জয় মল্ল নৃপতি ৰসৱান ।
যাকেৰি গুণগণ সম নাহি আন ॥
নিজকুল কুমুদ প্ৰকাশিত ইন্দু ।
গহীন্ গম্ভীৰ ধীৰ পেখিতে সিন্ধু ॥
সভা এক পাত্ৰ আপন মহাৰাজ ।
সেৱক মধ্যে যৈচে সুৰৰাজ ॥
আপোন ভুজবলে দণ্ডিয়ে ৰাজকুল
পাৱত সকলহি কায ।
জয় জয় ঈশ্বৰ পাদ প্ৰসাদ
মল্লদেৱ কৰু ৰাজ ॥
নাটক ভাটক পশ্চিম দেশক
যত্ত যত্ত পণ্ডিত আৱে ।

ঘোটক কম্বল বহুত ৰজত
আপনহি মন পূৰি পারে ॥
অস্ত্রত শস্ত্রত শাস্ত্রত পার্গত
বিপক্ষক আপন জান ।
দেৱ ব্রাহ্মণক পিতৃক অর্চ্চনে
যাকেৰি নাহি সমান ॥
আপন নৃপবৰ ধর্ম্ম যুধিষ্ঠিৰ
বিচাৰত আপন সুজান ।
কাব্য কবিত্ব শশধৰ পণ্ডিত
ধনুর্দ্ধৰ অর্জ্জুন সমান ॥
মানে দুর্য্যোধন আপন পুণ্যজন
দানে কর্ণ সমান ।
মল্লত যুদ্ধত আপন দৃষ্টিত
তোহঁা বিনে নাহি আন ॥
আপন গুণ যশে ব্যাপিয়ে ধৰণী
নৃপতি মধ্যত পেখি ।
নীল উতপল পেখিতে শৰীৰক
মৃণাল সদৃশ ভুজ দেখি ॥
বাহু বক্ষস্থল কটি মধ্য দেখিয়ে
কামিনী হোরে বৰি লাজ ।
যৈছে ৰাজ হংসীক গমনী
গহীন গম্ভীৰ মৃগৰাজ ॥
কহলোঁ তযু গুণ হামু শিশুমতি
মৰষ সকল মহ দোষ ।
কহয়ে শঙ্কৰ নজানো সভাসদ
পাত্র মধ্যে ই কথা পোছ ॥

## ভটিমা

জয় জয় ৰঘু কুল কমল প্ৰকাশক
দাসক নাশক ভীতি।
জয় জয় নিজ-জন যাতন-ঘাতন
পাতন পাতক-ৰীতি ॥
হৰক শৰাসন নাশন নাশন
নৃপ-গণ বাণ-সন্ধানে।
ছেদল ভেদল খেদল দাপে
তাপে পলায়ত প্ৰাণে ॥
ভৃগুবৰ ৰামক ৰামক কামক
কয়লি দৰ্প উপান্ত।
ভৱ ভয় ভঞ্জন ৰঞ্জন সজ্জন
জীৱন জানকী কান্ত ॥
জোহি বনমালী বালীক ঘালি
ৰাজা কৰু সুগ্ৰীৱ।
জাহেৰি কোপ কটাক্ষ নিৰেখি
কম্পিত জলধিক জীৱ ॥
সমৰক নাগৰ নাগৰ সাগৰ
শিলা-সেতু কয় বন্ধ।
ভকতক ভীতা সীতা নীতা
যুদ্ধে বধিয়ে দশকন্ধ ॥
সাকলল বাণী জানি আনি
থাপি বিভীষণ পাট।
যতয়াতঙ্কা লঙ্কা শঙ্কা
কয়লি পুহু উতপাট ॥

জগতক অন্তক অন্তক সন্তক
পূৰল পৰম কাম।
ভূমিক ভাৰ উধাৰল তাৰল
সুৰ-নৰ-ৰাজা ৰাম॥
ব্ৰহ্মা মহেশ্বৰ কিঙ্কৰ জাকৰ
পৰি পৰি কৰতু সেৱ।
ত্ৰিভুৱন-কাৰণ তাৰণ-মাৰণ
জোহি দেৱক দেৱ॥
সোহি মহেশ্বৰ ৰাসক নাটক
শুন মন কয় বিছোৱাস।
আহেৰ কথনে মথনে কৰই
কলি-মল সকলো ৰিনাশ॥
অসাৰত সাৰত কাৰত ভাৰত
নৰ-তনু বিফলহি যাই।
পদ-অৰৱিন্দ অনিন্দ গোবিন্দ
হৃদি-পঙ্কজ ধৰু ভাই॥
ধন জন জীৱন যৌৱন বিজুৰী
উজুলি দেখ-নেদেখ।
জানব কেশৱ দেৱসে সেৱা
সোহি শিলাকৰু ৰেখ॥
সব অপৰাধক বাধক সাধক
সিদ্ধি কাৰু হৰিনামি।
কহ কৃষ্ণ-কিঙ্কৰ লোক নিৰন্তৰ
ডাকি বোলহু ৰাম ৰাম॥

## ৰুক্মিণী হৰণ নাটৰপৰা

শুন শুন ৰুকমিণি মাই।
কৃষ্ণ গুণ কহন নযাই॥
মুখ ইন্দু কৌটি পৰকাশ।
দশন মোতিম মন্দ হাস॥
নয়ন পঙ্কজ নৱ-পাতা।
কৰতল উতপল ৰাতা॥
মদনক ধনু ভ্ৰুৱ ভঙ্গ।
ভুজ যুগ বলিত ভুজঙ্গ॥
বহল বক্ষস্থল সিংহ বন্ধ।
ত্ৰিবলী বলিত কটি কন্ধ॥
উৰু কৰিকৰ অৱভাস।
মৃদু পদ পঙ্কজ বিকাস॥
নখচয় চান্দক পাস্তি।
পদতল অলকত ভাস্তি॥
ধ্বজ জৱ পঙ্কজ মোহে।
পেখিতে ত্ৰিভুবন মোহে॥
অভিনৱ তৰুণ মুৰুতি।
কি কহব ৰূপক বিভূতি॥
গতি গম্ভীৰ মৃগৰাজ।
কোটি মদন হেৰি লাজ॥
তুঁহু নৱ তৰুণী প্ৰধান।
সো হৰি নৱীন জোৱান॥
দুহু এক বয়স সমান।
কয়লি বিধি নিৰমান॥

ভুৱন নিৰোপম ৰূপ।
শুন ধ্বনি বচন স্বৰূপ॥
যৱ তুৱা পতি সোহি হোই।
সাফল জনম তব তোই॥
কহলু ভিক্ষুক অব জানি।
কৃষ্ণ কিঙ্কৰ বোল বাণী।
তেজু সামাজিক কাম।
ডাকি বোলহু ৰাম ৰাম॥

## পাৰিজাত হৰণ নাটৰপৰা

চললি গোবিন্দ গৰুড় কন্ধে।
নৰক মাৰিতে কয়লি প্ৰৱন্ধে॥
বায়ুক বেগে চলয়ি পক্ষীৰাজ।
তিল একে মিলিল কামৰূপৰাজ॥
ফুঙ্কল শঙ্খ হৰি বাৰ বাৰ।
শুনি শত্ৰুক ভেল হৃদয় বিদাৰ॥
জানল আৱল মাধৱ ধাই।
গৰজে দানৱ যুধক লাই॥
সমৰক লাগি বজাৱয় ঢোল।
ধৰ ধৰ মাৰ মাৰ কৰে বহু বোল॥
ধাৱে শূৰ নৰকাসুৰ বাগি।
থাণ্ডা ফিঙ্কাৰয় কৃষ্ণক লাগি॥
হৰি টঙ্কাৰিল সাৰঙ্গ ভিড়ি।
বৰিষল বাণ দৈত্যকহো পীড়ি॥

কাটিল বাহু কন্ধ কৰ শিৰ।
মাৰিল হৰি সৱ দানৱ বীৰ॥
পেশি পলায়ত দানৱ অসুৰ।
বাণ প্ৰহাৰিবে মোৰল সুৰ॥
কোপে চক্ৰ ক্ষেপি জগন্নাথ।
কাটিল দাৰুণ নৰকৰ মাথ॥
দেখি দেৱক উৎসুক বহুল।
বাৱে দুন্দভি বৰিষয় ফুল॥
জয় জয় যাদৱ কৰে বহু ৰোল।
সমাজিক সব হৰি হৰি বোল॥

## লৱকুশৰ শ্ৰীৰামৰ সভাত ৰামায়ণ গান

( ৰামায়ণৰ উত্তৰাকাণ্ডৰপৰা )

শুনি পাছে ৰামৰ আদেশ দুয়ো ভাই।
দিলা ৰাগ ৰঙ্গে পৰি পঞ্চম উচ্ছাই॥
তাৰ ঘোৰ মন্ত্ৰনাদে দুয়ো গীত গাৱে।
একজনে তাল আউৰ জনে যন্ত্ৰ বাৱে॥
প্ৰথমে ধৰিলা আদিকাণ্ড ৰামায়ণ।
কৈলা সূৰ্য্যবংশী যেন যেন ৰাজাগণ॥
ইক্ষাকু কাকুৎস্থ ৰঘু অজ নৃপবৰ।
ভৈলা দশৰথ ৰাজা সূৰ্য্য বংশধৰ॥
বীৰ্য্যে বিষ্ণু সমসৰ, শ্ৰমে মহেশ্বৰ।
ক্ষমায়ে ধৰণী, ধৈৰ্য্যে গম্ভীৰ সাগৰ॥

প্ৰতাপত আদিত্য ক্ৰোধত যেন যম।
নাই নৃপজিবে ৰাজা দশৰথ সম॥
শচীত অধিক তান তিনি পটেশ্বৰী।
কৌশল্যা, সুমিত্ৰা আৰু কৈকেয়ী সুন্দৰী॥
তিনিত ভৈলন্ত পাচে চাৰি পুত্ৰ জাত।
জ্যেষ্ঠ ৰামচন্দ্ৰ জাত ভৈলা কৌশল্যাত॥
কৈকেয়ীত ভৈলন্ত ভৰত উতপন।
সুমিত্ৰাত লক্ষ্মণ কনিষ্ঠ শত্ৰুঘন॥
জগতৰে জনক সম্যকে শ্ৰীৰাম।
সংসাৰত আৰু গুণে নাহিকে উপাম॥
সুবিনীত ভৰত লক্ষ্মণ শত্ৰুঘনে।
কৰন্ত ভকতি নিতে জ্যেষ্ঠৰ চৰণে॥
যেন নাৰায়ণ ৰাম গম্ভীৰে সাগৰ।
ভৈলন্ত প্ৰদীপ প্ৰভু কাকুৎস্থ বংশৰ॥
পৰম পুৰুষ সন্ত শীতল স্বভাৱে।
ভৈলা লোকৰঞ্জন প্ৰজাৰ বাপ মাৱে॥
পাইব কোনজনে তাৰ মহিমাৰ পাৰ।
গাৱে লৱকুশে আদিকাণ্ড কথাসাৰ॥
কোকিলৰ কণ্ঠে গাৱে তালেমানে ভেদি।
শুনন্ত সমাজে আন ভিতি চিত্ত নেদি॥
ৰামৰ চৰিত্ৰ গীত অমৃত পৰম।
কৰ্ণ ভৰি শুনে প্ৰজা পৰিয়া নিজম॥
কিবা স্বপনতে কিবা শুনন্ত সচেতে।
কিবা পৃথিৱীতে কিবা আছন্ত স্বৰ্গতে॥
ক্ষুধা-তৃষ্ণা নলাগে নাহিকে একো জ্ঞান।
শিশু দুইবো গীতত লাগিল যেন ধ্যান॥

শুনা নিৰন্তৰে সবে ৰামায়ণ পদ।
যাহাৰ কীৰ্ত্তনে তৰি সংসাৰ আপদ॥
কলিত সদগতি নাই বিনে ৰাম নাম।
শঙ্কৰে ৰচিলা ডাকি বোলা ৰাম ৰাম॥

## গীত

### ১। ৰাগ—আশোৱাৰী

ধ্ৰুং—জয় জয় যাদৱ জলনিধিজাধৱ ধাতা,
শ্ৰুতমাত্ৰাখিলত্ৰাতা, স্মৰণে কৰয় সিদ্ধি।
দীন দায়ানিধি, ভকত মুকুতি পদদাতা॥
পদ—জগজনজীৱন, অজনজনাৰ্দ্দন, দনুজদমন দুঃখহাৰী।
মহদানন্দ, ৰন্দ, পৰমানন্দ, নন্দনন্দনবনচাৰী॥
বিবিধবিহাৰ, বিশাৰদ শাৰদ, ইন্দুনিন্দি পৰকাশী।
শেষ শয়ন শিৱ, কেশীবিনাশন, পীতবসন অবিনাশী॥
জগতবন্ধুবিধু, মাধৱ মধুৰিপু, মধুৰ মুকুতি সুৰনাশী।
কেশৱ চৰণ সৰোৰুহ কিঙ্কৰ,
শঙ্কৰ এহু অভিলাষী॥

### ২। ৰাগ—ধনশ্ৰী

ধ্ৰুং—নাৰায়ণ, কাঁহে ভকতি কৰো তেৰা।
মেৰি পামৰ মন, মাধৱ ঘনে ঘন,
ঘাতুক পাপ নাছোৰা।
পদ—যত জীৱ জঙ্গম, কীট পতঙ্গম, অগ নগ জগতেৰি কায়া।
সবকহু খাৰি, পুৰত ওহি উদৰ, নাহি কৰতু ভূতদায়া॥

ঈশস্বৰূপে হৰি, সব ঘটে বৈঠহ, যৈচন গগন বিয়াপি।
নিন্দাবাদ পিশুন হিংসা হৰি, তেৰি কৰোহোঁ হামু পাপী॥
কাকু শঙ্কৰ কৰ, কৰ করুণানাথ, যো নো ছাৰোহো ৰামবাণী।
সৱ অপৰাধক বাধক তুৱা নামে, তাহে শৰণ লেহু জানি॥

৩। ৰাগ—গৌৰী

ধ্রুং—নাহি নাহি; ৰময়া বিনে; তাপ তাৰক কোই।
পৰমানন্দ; পদ মকৰন্দ; সেৱহু মন মোই॥
পদ—তীৰিথ বৰত; তপ জপ; যাগ যোগ যুগুতি।
মন্ত্র পৰম; ধৰম কৰম; কৰত নাহি মুকুতি॥
মাতু পিতু; পতনী তনয়; জনয় সব মৰণা।
চাৰহু ধন্ধ; মানস অন্ধ; ধৰতু হৰি চৰণা॥
কৃষ্ণ কিঙ্কৰ; শঙ্কৰ কহ; বিছুৰি বিষয় কামা।
ৰাম চৰণে; লেহু শৰণ; জপ গোবিন্দক নামা॥

৪। ৰাগ—কেদাৰ

ধ্রুং—পাৰে পৰিহৰি; কৰহোঁ কাতৰি; প্রাণ ৰাখবি মোৰ।
বিষয় বিষধৰ; বিষে জড় জড়; জীৱন নাৰহে থোৰ॥
পদ—অথিৰ ধন জন জীৱন যৌৱন
অথিৰ এহু সংসাৰ।
পুত্র পৰিৱাৰ সবহি অসাৰ
কৰবোঁ কাহেৰি সাৰ॥
কমল দল জল চিত্ত চঞ্চল
থিৰ নোহে তিল এক।
নাহি ভয়ো ভৱ ভোগে পৰি হৰি
পৰম পদ পৰতেক॥

কহতু শঙ্কৰ এ দুঃখ সাগৰ
পাৰ কৰু হৃষীকেশ।
তুহুঁ গতি মতি দেহু ছিৰিপতি
তত্ত্ব পন্থ উপদেশ॥

৫। ৰাগ—মল্লাৰ

ধ্রুং—মধুৰ মূৰতি মূৰাৰু। মন দেখো হৃদয়ে হামাৰু॥
ৰূপে অনঙ্গ সঙ্গ তুলনা তনু, কোটি সূৰুয উঝিয়াৰু॥
পদ—মকৰ কুণ্ডল গণ্ড, মণ্ডিত খণ্ডিত, চান্দৰুচিস্মিতহাসা॥
কঁণক কিৰীট, জড়িত ৰতনা নৱ, নিৰুজ্ঞ নয়ন বিকাশা।
চতুৰ উজ্জ্বল কৰ, কঙ্কন কেয়ুৰ ভুজ, মহমতিম হাৰু।
লীলা বিনোদী, কম্বুকৌমুদী, চক্রকেৰিকঞ্জ ধাৰু॥
শ্যাম শৰীৰ, ৰচিত পীত অম্বৰ, উৰে বনমালা লোলে।
কৌস্তুভ শোভিত, কণ্ঠকটি কাঞ্চি, কিঙ্কিণী কনয়া দোলে॥
অৰবিন্দ নিন্দি, পাৱ নৱপল্লৱ, ৰতন নুপুৰ পৰকাশা।
ভকত পৰম ধন, তাহে মজোক মন,
শঙ্কৰ এহু অভিলাষা॥

৬। ৰাগ—ধনশ্রী

ধ্রুং—মন মেৰি ৰাম চৰণহি লাগু।
তই দেখনা অন্তক আগু॥
পদ—মন আয়ু ক্ষেণে ক্ষেণে টুটে।
দেখো প্ৰাণ কোন দিন ছুটে॥
মন কাল অজগৰে গিলে।
জান তিলেকে মৰণ মিলে॥

মন নিশ্চয় পতন কায়া।
তই ৰাম ভজ তেজি মায়া॥
ৰে মন ইসব বিষয় ধান্ধা।
কেনে দেখি নেদেখস আন্ধা॥
মন সুখে পাৰ কৈচে নিন্দ।
তই চেতিয়া চিন্ত গোবিন্দ॥
মন জানিয়া শঙ্কৰে কহে।
দেখো ৰাম বিনে গতি নহে॥

৭। ৰাগ—আশোৱাৰী

শুন শুন ৰে 	সুৰ বৈৰী প্ৰমাণা
নিশাচৰ-নাশ-নিদানা।
ৰাম-নাম-যম 	সমৰক সাজি
সমদলে কয়লি পয়ানা॥
পদ—ঠাট প্ৰকট পটু 	কোটি কোটি কপি
গিৰি গড়গড় পদ ঘাৱে।
বাৰিধি তীৰ তৰি 	কৰে গুৰুতৰ গিৰি
ধৰি ধৰি সমৰক ধাৱে॥
হাট ঘাট বহু 	বাট বিয়াপিয়ে
চৌগড় বেড়লি লঙ্কা।
গুৰু ঘন ঘন ঘোষ 	ঘৰিষণ গৰ্জ্জন
শ্ৰৱণে জনময় শঙ্কা॥
ধীৰ-বীৰ-সুৰ 	শেখৰ ৰাঘৱ
বাৱণ তুৱা পড়ি ঝাম্পে।
সুৰ নৰ কিন্নৰ 	ফণধৰ তৰতৰ
মহীধৰ তৰসি প্ৰকাম্পে॥

অন্ধ মুগুধ দশ কন্ধ পাপবুধ
জানকী শিৰত চড়াই।
ৰঘুপতি-পদ বৰ ধৰ ৰজনীচৰ
শঙ্কৰ কহতু উপায় ॥

৮। ৰাগ—ধনশ্ৰী

পামৰু মন ৰাম-চৰণে চিত্ত দেহু।
অথিৰ জীৱন বাম ; মাধৱকেৰি নাম ; মৰণক সম্বল লেহু

পদ—ৰজনী দিৱসে দূৰ আৱি যাৱত
আৱত অন্তক গৰজি।
কথি তনু-পাত মিলত মতি মানি
ৰাম ভজহু সৱ বৰজি ॥
আশ-পাশ পৰশি মানস পশু
পৰলি বন্দী বেৰি বেৰি।
ভৱ কাৰাগাৰ তাৰক নাহি আৰ
বিনে ভকতি-ৰতি তেৰি ॥
অৱনিশি সেৱহুঁ ৰাম পৰম পহু
বহু হৃদি-পঙ্কজ মেৰা।
কৃষ্ণ কিঙ্কৰ ভণ ৰাম পৰম ধন
মৰণহি সঙ্গ নাছোড়া ॥

৯। ৰাগ তুড়বসন্ত

কহ ৰে উদ্ধৱ কহ প্ৰাণেৰ বান্ধৱ হে
প্ৰাণকৃষ্ণ কবে আৱে।
পুছয় গোপী-প্ৰেম আকুলভাৱে
নাহি চেতন গাৱে ॥

পদ—বাশুঁৰী ধ্বনি শুনি গোবৎস পেখি।
লাগে আগি গাৱে উদ্ধৱ সখি ॥
কালিন্দী দেখি সখি ফুটয় বুক।
এথায়ে খেলাইছিলো সে চান্দমুখ
—হৰিল নয়ন-সুখ ॥
বিৰিন্দাবন বৈৰী হামাৰ ভেলি।
পেখিতে নাৰিছুৰোঁ গোপাল কেলি ॥
ধ্বজ বজ্র যৱ পঙ্কজ চাই।
তথায়ে কান্দো হামু লোটায়া কাই
গুণ-গোবিন্দ গাই ॥
কৃষ্ণ- সূৰ্য্য বিনে ব্ৰজ আন্ধাৰ।
নেদেখোঁ এ দুঃখ অম্বুধি পাৰ ॥
আৰ নাপেখবোঁ গোপাল প্ৰাণ।
কৃষ্ণ-কিঙ্কৰ শঙ্কৰ এহু ভাণ
হৰিক হৃদয়ে জান ॥

১০। ৰাগ গান্ধাৰ

দেখ সখী ঐছন নিকৰুণ কাণ।
পয়োধৰ অধৰ দশন নখ হান ॥
পদ—খসাইল কেশপাশ টুটাল হাৰ।
ছোড়ল কাছুআ কুচক হামাৰ ॥
কয়ল আলিঙ্গন ঘন ঘন বাহু।
জৈছে চান্দক গৰসি ৰহ ৰাহু ॥
হৰিক সুৰতি-ৰসে নাৰহে গিয়ান।
কৃষ্ণ-কিঙ্কৰ এহু শঙ্কৰ ভাণ ॥

## শ্ৰীশ্ৰীমাধৱদেৱ ( ১৪৮৯-১৫৯৬ )

### নমস্কাৰ

( নাম-ঘোষাৰপৰা )

মৎস্য কূৰ্ম্ম নৰসিংহ বামন পৰশুৰাম
হলীৰাম বৰাহ শ্ৰীৰাম ।
বুদ্ধ কল্কী নামে দশ আকৃতি ধৰিছা কৃষ্ণ
তযু পাৰে কৰোহো প্ৰণাম ॥

### প্ৰাৰ্থনা

তুমি চিত্তবৃত্তি মোৰ প্ৰৱৰ্ত্তক নাৰায়ণ
তুমি নাথ মই নাথৱন্ত ।
চৰণ-ছত্ৰৰ ছায়া দিয়া দূৰ কৰা মায়া
কৰা দয়া মোক ভগৱন্ত ॥
তুমি মোৰ অন্তৰ্য্যামী তযু ভৃত্য ভৈলোঁ আমি
জানি কৃপা কৰা হৃষীকেশ ।
দান্তে তৃণ তুলি লওঁ যিমতে সেৱাত ৰওঁ
দিয়ো মোক সেহি উপদেশ ॥
তুমি ভক্ত কল্পতৰু বাহিৰে ভিতৰে গুৰু
তুমি বিনে নাহি মোৰ আৰ ।
কৃপা কৰা হে হৰি চৰণত ৰক্ষা কৰি
দিয়ো মোক সেৱা-ৰস সাৰ ॥
তুমি হৰি কৃপাময় বাহিৰত গুৰু ৰূপে
অনুগ্ৰহ কৰি আছা মোক ।
অন্তৰ্য্যামী গুৰু ৰূপে তাকে সত্য কৰা মোক
তযু নামে সদা ৰতি হৌক ॥

হে কৃষ্ণ হে বাসুদেৱ দৈৱকীনন্দন হৰি
নমো নন্দ-গোপৰ কুমাৰ।
কৃপাময় শ্ৰীগোবিন্দ তযু পদ অৰবিন্দ
কৰো মই লক্ষ নমস্কাৰ॥
পদ্ম সম নাভি যাৰ প্ৰণামোহোঁ বাৰম্বাৰ
নমো দিব্য পদ্মমালাধাৰী।
নমো পদ্ম সম নেত্ৰ পদ যাৰ শতপত্ৰ
নমো ভকতৰ ভয়হাৰী॥
বসুদেৱ-সুত কৃষ্ণ তুমি ভকতৰ ইষ্ট
কংস চানুৰাদি বিমৰ্দ্দন।
দৈৱকী হৃদয়ানন্দ জগতৰ গুৰু কৃষ্ণ
তযু পাৱে কৰোহোঁ বন্দন॥
মোৰ সম পাপীলোক নাহিকে ই তিনিলোক
তুমি সম নাহি পাপহাৰী।
ই জানি গোবিন্দ মোক যেন যুৱাই কৰিয়োক
তুৱা পদে কৰোহোঁ গোহাৰি॥
সহস্ৰ সহস্ৰ আতি অপৰাধ দিনে ৰাতি
কৰো মই মহামূঢ়জন।
আমি প্ৰভু তযু দাস আকে মানি জগবাস
ক্ষমিয়োক শ্ৰীমধুসূদন॥
ধৰ্ম্মক জানোহো মই তথাপি প্ৰবৃত্তি নাই
অধৰ্ম্মত নিবৃত্তি নোহয়।
হৃদিস্থিত হুয়া তুমি যেন কৰাইবাহা স্বামী
হৃষীকেশ কৰিবো তেনয়॥
নজানোহো আৱাহন নজানোহো বিসৰ্জ্জন
পূজা মন্ত্ৰ নজানো কিঞ্চিত।
এতেকে পৰমেশ্বৰ দাস ভৈলোঁ চৰণৰ
মোৰ গতি সাধিবে উচিত॥

## মহিমাযুক্ত উপদেশ

ব্যাস নিগদতি লুব্ধমতি শুনিয়ো আনন্দে কর্ণ পাতি
দেওঁ উপদেশ উৰ্দ্ধবাহু উচ্চ কৰি।
এহিমানে মাত্র মহামন্ত্র সংসাৰ দুৰ্ঘোৰ বিষহাৰী
নমো নাৰায়ণ বুলিয়োক মুখ ভৰি ॥
সকল নিগম কল্পতৰু তাৰ ফল মহাভাগৱত
শুক মুখে আসি ভূমিত ভৈলা বিদিত।
ৰসত চতুৰ যিটো জনে কৃষ্ণৰ চৰণে দিয়া মনে
পৰম সন্তোষে পিয়োক ফল অমৃত ॥
হৰিক সতত স্মৰা প্ৰজা সমস্তে ধৰ্ম্মৰে ইসে ৰাজা
হৰি সুমৰণে সিজয় পুণ্য কিঙ্কৰ।
নপাসৰিবাহা কদাচিত শুনা কথা ইটো বিপৰীত
হৰি পাসৰিলে সিজে পাপ নিৰন্তৰ ॥
শুনিয়ো পাৰ্ব্বতী তুমি এৰে ৰাম ৰাম ৰাম বোলা যেৰে
তোমাৰ বদন হৈবেক শ্রেষ্ঠ অমূল্য।
ৰাম ৰাম ৰাম ৰাম বুলি ৰামতে ৰমোহো সৰ্ব্বক্ষণে
জানা ৰামনাম সহস্ৰ নামৰ তুল্য ॥
বেদাগম আদি কৰি যত বিস্তৰ শাস্ত্ৰত নাহি কাজ
বিস্তৰ তীৰ্থত নাহি কিছু প্রয়োজন।
সংসাৰ তৰিতে খোজা যেৰে আপোন মোক্ষৰ হেতু তেৰে
গোবিন্দ গোবিন্দ বেকতে বোলা বচন ॥
মাধৱে বোলন্ত ধনঞ্জয় মহা দুৰাচাৰো আতিশয়
আন দেৱ তেজি মোকেসে মাত্র ভজয়।
তাকেসে পৰম সাধু বুলি মানিবা মনত সৰ্ব্বক্ষণে
যিহেতু সম্যকে কৰিলে মোক আশ্রয় ॥

ভক্তিৰ মহিমা বিপৰীত অধৰ্ম্ম তেজিয়া ধৰ্ম্ম চিত্ত
হোৱে শীঘ্রে মোক ভজি জানা কুন্তীসুত।
আক যি কুতর্কী নমানয় তথা গৈয়া বায়া বাহুচয়
বাহু মেলি কৰা অঙ্গীকাৰ অদভূত॥
মোহোৰ পৰম ঈশ্বৰৰ ছুৰাচাৰ ভক্তো নোহে নষ্ট
কিন্তু সিটো ভক্ত কৃতার্থ আতি হোৱয়।
তোমাৰ প্ৰগল্‌ভ প্ৰৌঢ়ি শুনি সমস্তে কুতর্ক পৰিহৰি
গুৰুত্বে তোমাত কৰিলে সবে আশ্ৰয়॥
আমাৰ নিৰ্ম্মল ভকতিত ছুৰাচাৰো তৰে কোন চিত্ৰ
আমাক ভজিয়া চাণ্ডালো তৰে সংসাৰ।
স্ত্ৰী শূদ্ৰ বৈশ্য আদি যত বিষয়ত মাত্ৰ সদা ৰত
মোক ভজি সুখে ইসবো হোৱে উদ্ধাৰ॥
ব্ৰাহ্মণ ক্ষত্ৰিয় পুণ্য তনু মোক ভজি তৰিবেক পুনু
আত অদভূত নাহিকে কোন সংশয়।
ৰাজঋষি তনু আছা পায়া অনিত্য অসুখ লোক জানি
আতি শীঘ্রে মোক ভজা সখি ধনঞ্জয়॥
মোত মাত্ৰ সদা দিয়া মন মোৰ ভক্ত হোৱা সৰ্ব্বক্ষণ
মোকে পূজা মাত্ৰ মোকে কৰা নমস্কাৰ।
কহিলো তোমাত তত্ত্ববাণী পাইবা সুখে মোক মহামানী
তুমি প্ৰিয়তম সুহৃদ সখি আমাৰ॥
ভগৱন্ত দেৱ নিগদতি শুনিয়ো অৰ্জ্জুন মহামতি
তোমাত কহওঁ পৰম ইটো ৰহস্য।
ঐশ্বৰ্য্য বিভূতি বলে সমে জানে যিটো মোক নৰোত্তমে
সিয়ো ভৈলা মোৰ ময়ো ভৈলো তাৰ বশ্য॥
অসম্মূঢ় ভাৱে যিটো জনে উত্তম পুৰুষ মোকে জানে
তাকে সৰ্ব্ববেত্তা বুলিয়ো সখি অৰ্জ্জুন।

সিটো সমস্তকে পৰিহৰি কায়বাক্য মনে যত্ন কৰি
ভজয় আমাক পুৰুষ সিটো নিপুণ ॥
মোত হন্তে হোৱে চৰাচৰ মোতেসে প্ৰৱৰ্ত্তে নিৰন্তৰ
ইহাক অৰ্জ্জুন জানে যিটো মহাজন।
পৰম বিবেকী সিটো জন মোৰ ভাৱযুক্ত হুয়া মন
মোকে মাত্ৰ ভজে শ্ৰৱণ কৰি কীৰ্ত্তন ॥
মোত্তেসে কেৱলে দিয়া চিত্ত মোতে মাত্ৰ প্ৰাণ অৰ্পি নিত
অন্যো অন্যে মিলি মোকেসে বোধ কৰাৱে।
মোকে মাত্ৰ কহে সৰ্ব্বক্ষণে পৰম আনন্দ লভি মনে
আনন্দ-সাগৰে মজি ৰহে প্ৰেমভাৱে ॥
ৰহস্যক জানে যিটো লোক সততে কীৰ্ত্তন কৰে মোক
ধৰি দৃঢ়ব্ৰত কৰি যত্ন বিপৰীত।
মোৰ সৰ্ব্বোত্তম দুই পাৱে কৰে নমস্কাৰ ভক্তিভাৱে
তাৰ মোৰ এৰা-এৰি নাহি কদাচিত ॥
মাধৱে কহন্ত অৰ্জ্জুনত শুনা ইটো পৰমাৰ্থ তত্ত্ব
ভকত্তেসে মোৰ মহিমা জানে নিঃশেষ।
তত্ত্বৰূপে সখি জানি মোক তৰিবা দুৰ্ঘোৰ দুখ শোক
অন্তকালে গৈয়া আমাত হোৱে প্ৰৱেশ ॥
কৃষ্ণ নিগদতি সব্যসাচী পৰমাৰ্থ তত্ত্ব লৈয়ো বাছি
সুদৃঢ় বিশ্বাসে শৰণ লৈয়ো আমাত।
মোত্তে মাত্ৰ সদা দিয়া চিত্ত গায়ো মোৰ গুণনাম গীত
সকলো শাস্ত্ৰৰ কহিলো সাৰ সাক্ষাত ॥

## শৰণ

মই দুৰাচাৰ কেৱলে তোমাৰ
অপৰাধী নাৰায়ণ।
ক্ষমিয়োক হৰি লৈয়ো দাস কৰি
পশিলো হেৰা শৰণ॥
হে কৃষ্ণ স্বামী তযু পদে আমি
কেৱল শৰণ চাওঁ।
কৰা অনুগ্ৰহ মায়াৰ নিগ্ৰহ
তেৱেসে প্ৰভু এৰাওঁ॥
হে যদুপতি মই মূঢ়মতি
নজানো সেৱা তোমাৰ।
কেৱলে তোমাৰ চৰণ-পঙ্কজে
শৰণ কৰিলো সাৰ॥
পুৰুষ উত্তম পৰম পুৰুষ
পৰম আনন্দ স্বামী।
তযু পাদ-পদ্ম মকৰন্দ আশে
শৰণ পশিলো আমি॥
প্ৰভু ভগৱন্ত অনন্ত ঈশ্বৰ
প্ৰপন্ন-জন তাৰণ।
তুমি প্ৰিয়তম পৰম দেৱতা
জানিয়া লৈলো শৰণ॥

## গুৰু ভটিমা

জয় গুৰু শঙ্কৰ সৰ্ব্ব-গুণাকৰ
যাকেৰি নাহি উপাম।
তোহাৰি চৰণক ৰেণু শত কোটি
বাৰেক কৰোহোঁ প্ৰণাম॥

দৰশিতে সুন্দৰ গৌৰ কলেৱৰ
যৈচন সুৰ-পৰকাশ।
সকল সভাসদ ৰঞ্জন যাকেৰি
দৰশনে পাপ-বিনাশ॥
বিনে অঙ্গ ভূষণ পেখি সুশোভন
গহন গম্ভীৰ ধীৰমতি।
আয়ত কমল নয়ন বৰ সুন্দৰ
বয়ন চান্দকহো জ্যোতি॥
লীলা-গজগতি- গমন-বিলোকন
বাণী মেঘ-গম্ভীৰ।
পাষণ্ড-মৰ্দ্দন কলিকো কালে
যাকু সম নাহি ধীৰ॥
সোহি নাৰায়ণ মায়া বিস্তাৰি
কৰু ত্ৰিজগত নিৰমান।
সনক সনাতন যোগী যাকেৰি
মহিমা কবহু নজান॥
সকল চৰাচৰ পালনকাৰী
যো হৰি দেৱকু দেৱা।
চতুৰবৰণ শিৱ সুৰপতি যাকেৰি
কৰু নিত চৰণহি সেৱা॥
চাৰি-বেদ- শিৰোমণি মাজে
যাকেৰি চৰণ-বিকাশ।
সোহি দেৱক কয়লি কলিকো
শঙ্কৰদেৱ পৰকাশ॥
ত্ৰিভুৱন-বন্দন দৈৱকী-নন্দন
যো হৰি মাৰল কংস।

জগজন-তাৰণ দেৱ নাৰায়ণ
শঙ্কৰ তাকেৰি অংশ ॥
মায়া নৰ-তনু ধৰি হৰি-ভকতি
কয়লি বহু পৰচাৰ।
সব নৰ পাপ পয়োধি মজ্জল
তাহে কয়লি উদ্ধাৰ ॥
অৱনিশি চাৰি বেদ বিচাৰি
বেকত কৰু হৰি-নাম।
যাকেৰি বয়নে মিলাই গাই
পাই মনোৰথ কাম ॥
পণ্ডিত মানী বেদ বখানি
গৰব কয়লি সৱ চূৰ।
গীত কবিত্বগুণ শঙ্কৰদেৱৰ
কীৰিতি গয়ো বহু দূৰ ॥
শ্রী যশ দান মান ভূত-দায়া
সৱগুণসম্পন্ন ঠিক।
ভকতক ভকতি দানে কৰু গুৰু
দায়া তনয়-অধিক ॥
হৰিক মুকুতি চুকতি মন মগন
মজ্জল আনন্দ-সিন্ধু।
ঐচন নিৰমল হৃদয়ে বিকশিত
ভকত-কুমুদ-কুল-ইন্দু ॥
নিজ কুল তাৰি ভকতি বিস্তাৰি
বান্ধল হৰি-গুণ-সেতু।
কলি-যুগে পাপ- পয়োধি সব-নৰ-
তাৰণ কাৰণ-হেতু ॥

ভকতি-ভাণ্ডাৰ দ্বাৰসম্ভ ছোৰি
মুকুতি কয়লি উদাস।
একশৰণ হৰি নাম ধৰমকহো
ৰাজা কৰু পৰকাশ॥
কি কহব শঙ্কৰ দেৱৰ মহিমা
জানি অন্ত নপাই।
যাকেৰি চৰণক ৰেণু শিৰে পৰশি
মুকুতি-সুখ সুখে পাই॥
মাধৱ দীন মূৰুখমতি কহয়
বাণী শুন সব লোই।
বিনে গুৰু-চৰণ ভকতি ৰকতি
মুকুতি কবহু ন হোই॥
ওহি পৰম তত্ত্ব বেদকো বাণী
জানি নৰ নকৰ বিৰাম।
ধৰমক কৰমক গৰবক ছোৰি
ডাকি বোলহু ৰাম ৰাম॥

## ভক্তি-ৰত্নাৱলীৰপৰা

ছবি

এহিমানে ৰত্নাৱলী ভাগৱত সাৰ তুলি
লিখি আমি কৰিলো বেকত।
নাহি আত্তপৰে ধৰ্ম্ম মোৰ ইটো নিজ কৰ্ম্ম
ফল সবে সমৰ্পো কৃষ্ণত॥

হে প্ৰভু যদুপতি তুমি দিলা যেন মতি
সেহি বুদ্ধি বিভৱ সদৃশে।
পৰমাৰ্থ নিৰূপণ কৰিলোহো নাৰায়ণ
তযু আজ্ঞা পালিলো হৰিষে॥
যত যত্নে ইটো কৰ্ম্ম কৰিলো সমস্তে ধৰ্ম্ম
সমৰ্পিলো তোমাৰ চৰণে।
হে অগতিৰ গতি নিজ ভক্ত সমন্বিতি
তুমি মোত তুষ্ট হৈবা মনে॥
সমৰ্পিয়া মাধৱত মোৰ ইটো গ্ৰন্থমত
কহো সৰ্ব্বজনৰ সন্মত।
ভক্তি অৰ্থী মহন্তৰ স্বভাৱে স্বীকাৰ মহা
হৈব সদা পাঠ চিন্তনত॥
বিষয়ীৰ বিষয়ক বিষয়ী প্ৰশংসে যেন
সেহিমতে যুক্তিমন্ত জনে।
তাদৃশ ভকতি হীনো অৱশ্যে সাদৰ মহা
কৰিবে গ্ৰন্থত সৰ্ব্বক্ষণে॥
নানা প্ৰকৰণ স্থিতি শ্লোক পৰস্পৰে আজি
লিখিলোহো একবাক্য কৰি।
বিচাৰিবে শ্ৰম দেখি কদাচিতো প্ৰমাদত
প্ৰসঙ্গিবে তথাপি সাদৰি॥
যিসব বিৰল নৰে পৰগ্ৰন্থ নিন্দা কৰে
তাকো মই কৰোহো প্ৰাৰ্থন।
বাৰম্বাৰ গ্ৰন্থ চাই দেখাহা দূষণ যেৱে
তেৱে মোক কৰিবা নিন্দন॥
কৃষ্ণভক্তি নজানিয়া কেৱলে নিন্দয় মাত্ৰ
তাক মই কি বুলিবো আৰ।

পৰক নিন্দিবে ইচ্ছা হেন মহা দুৰ্ব্বাসনা
আছে পূৰ্ব্ব জন্মৰ তাহাৰ ॥
কিন্তু বহুবাৰ গ্ৰন্থ শুনন্তে কৃষ্ণৰ ভক্তি
হৈব তাৰ অৱশ্যে উদয় ।
পৰনিন্দা দুৰ্ব্বাসনা গুচিবে এতেকে সৰ্ব্ব
সন্মতিক দেখাইলো নিশ্চয় ॥
মোৰ দোষ অঙ্গীকাৰ কৰি গ্ৰন্থ মহিমায়ে
কহো সৰ্ব্বজনৰ সাদৰ ।
ই তিনি লোকত আৰ অল্প বুদ্ধিমন্ত নৰ
নাহি আন জন মোত পৰ ॥
অপ্ৰসিদ্ধ কুলশীল গুৰু শিষ্য ভাৱ লঙ্ঘি
যদি মই ভৈলো অনাচাৰ ।
মোৰ কৃত্য তথাপিতো ভকতজনৰ মাজে
হুহিবেক স্থলী অৱজ্ঞাৰ ॥
যেন মধুমাখি সব কোনবা বিদ্যাৰ পাত্ৰ
কিবা কুল কিবা পৰাক্ৰম ।
হুহিকে সুন্দৰ জাতি পৰ উপকাৰী আতি
নাহি গুণ কিছু সম দম ॥
তথাপিতো মুখে মধু সাঞ্চি থৈয়া আছে যত
স্বভাৱতে পৰম সুন্দৰ ।
শ্ৰদ্ধা পূৰ্ব্বকে পান নকৰে কি তাক জানা
ৰসত কুশল যিটো নৰ ॥
সেহিমতে মাধৱৰ ভকতি অমৃত ৰস
জানে যিটো মহিমা ইহাৰ ।
পৰম শ্ৰদ্ধায়ে পান কৰিবেক মোৰ যত
দোষচয় কৰি পৰিহাৰ ॥

মহা কান্তিমালা যুক্ত ভক্তি ৰত্নাৱলী গ্ৰন্থ
কৰিলোহো অনেক যতনে।
বিচাৰিয়া পূৰ্ব্বাপৰ ইহাৰ গুণক জানি
তুমিসব তুষ্ট হৈবা মনে॥
ইহাৰ শ্ৰীধৰ স্বামী উক্তি লিখনত যত
ন্যূনাধিক ভৈল নিৰন্তৰ।
সিসব চঞ্চল দোষ মই লুভিয়াৰ ক্ষমা
কৰিবে উচিত মহন্তৰ॥
শ্ৰীমন্ত পুৰুষোত্তম চৰণ পঙ্কজ কৃপা
মকৰন্দ বিন্দু প্ৰসাদত।
বিষ্ণুপৰী বিৰচিত শ্ৰীভক্তি ৰত্নাৱলী
এহিমানে ভৈলা সমাপত॥
শুনিয়োক সভাসদ সাধু মহাজন সব
বোলো মই কৰি কৃতাঞ্জলি।
মহামূঢ়মতি হুয়া বিৰচিলো পদবন্ধে
মহাগ্ৰন্থ ভক্তি ৰত্নাৱলী॥
ইহাত দূষণ দেখি তুমিসব মহন্তৰ
হুহি নিন্দা কৰিবে উচিত।
গ্ৰন্থ অৰ্থ যেন গূঢ় মই যেন মতি মূঢ়
ইটো আতি সবাতে বিদিত॥
গুৰুশিক্ষা অনুসৰি কৃষ্ণৰ চৰণ ধৰি
আপোনাৰ বুদ্ধি অনুসাৰে।
নিবন্ধিলো পদচয় আত যেন দোষ হয়
ক্ষমিবাক লাগয় সবাৰে॥
কতো কথা স্পষ্ট হয় কতো কথা স্পষ্ট নয়
ইটো মোৰ বুদ্ধিৰেসে দোষ।

বোলোহো কাকুতি বাণী মোক মূৰ্খ হেন জানি
নকৰিবা আত অসন্তোষ ॥
কহো স্বৰূপত হিত ইটো দিব্য কথামৃত
শুনা শ্ৰদ্ধাভাৱে প্ৰতিনিত।
ভাগৱত তত্ত্বসাৰ নাহি আতপৰে আৰ
ভকতৰ ইসি নিজ বিত্ত ॥
বৈকুণ্ঠৰ শাস্ত্ৰ ইটো চাৰিয়ো বেদৰ সাৰ
কৃষ্ণৰ মুখৰ নিজ বাণী।
ভাগৱত সাৰ তুলি বিষ্ণুপুৰী মহামতি
কৰিলন্ত সংগ্ৰহ প্ৰমাণি ॥
জানিয়া বিশ্বাস কৰা কৃষ্ণত ভকতি ধৰা
ত্যজি আন চাতুৰীসকল।
এহি কথা শ্ৰৱণত জানিবা সমস্তে তত্ত্ব
অনায়াসে মিলিবে মঙ্গল ॥

## গীত

### ১। ৰাগ—ভাটিয়ালী

ধ্ৰুং—আলো ভাই, চল আইস যাই বৃন্দাবনে।
দেখোঁ গৈয়া আনন্দ নয়নে ॥
পদ—সকল বিৰিন্দাবন ছানি।
জয় জয় ৰাম কৃষ্ণ ধ্বনি ॥
সুৰভি তেজয় হাম্বৰাৱে।
বিনোদ মিলিছে ঠাৱে ঠাৱে ॥

ৰঙ্গে বাৱে শিঙা শঙ্খ বেণু।
নাচে হাসে গাৱে চাৰে ধেনু॥
যি ৰস মিলিছে বৃন্দাবনে।
এ সুখ নাহিকে ত্ৰিভুৱনে॥
ৰামকৃষ্ণ নোহন্ত মানুষ।
আৰা দুই পৰম পুৰুষ॥
ব্ৰজেৰ প্ৰজাৰ ভাগ্য বৰে।
কহয় মাধৱ ওহি দৰে॥

২। ৰাগ—ভাটিয়ালী

ধ্ৰুং—আলো, মঞি কি কহবো দুখ।
পৰাণ নিগৰে নেদেখিয়া চান্দমুখ।
পদ—কত পুণ্যে লভিলোঁ গুণেৰ নিধি শ্যাম।
বঞ্চিয়া নিলেক নিকৰুণ বিধি বাম॥
শ্যাম কাণু বিনে মোৰ নৰহে জীৱন।
হা শ্যাম, বুলিতে আকুল কৰে মন॥
দিবস নযায় সুখে নযায় ৰয়নী॥
চান্দ চন্দন মন্দ পৱন বৈৰণী॥
কোথা যাওঁ কোথা থাকো কিবা কৰে মন।
কানাইৰ নেওচনি দেওঁ সব বন্ধু জন॥
শ্যাম বন্ধু বিনে জীৱনৰ কিবা কাজ।
বিৰহ আনল জ্বলে হৃদয়ৰ মাজ॥
নাজানো দাৰুণ বিধি কি কৰে বিপত্তি।
কহয় মাধৱ ৰাঙ্গাপদে মোৰ গতি॥

### ৩। ৰাগ—সিন্ধুড়া

ধ্ৰুং—ঐছন মোহন বাল গোপাল। কমল লোচন স্বামী,
এ পীতবসন,—গলে গজমতি মালা॥

পদ—মধুৰ মধুৰ ধ্বনি মুৰলী বাৱত
পঞ্চম গাৱত ৰঙ্গে।
ত্ৰিভঙ্গ-ললিত অঙ্গ বেণু কৰতাল
খেলাই বালেক সঙ্গে॥
চঞ্চৰ চিকুৰ মাথে ময়ুৰেৰ
পুচ্ছ পৰিধান ভালা।
জলমল মণি মকৰ কুণ্ডল
শোহে তনু ঘন কালা॥
হসিত সুন্দৰ চাৰু অৰুণাধৰ
মঞ্জীৰ পদ-কমলে।
কোটি মদন মনো মোহন মধুৰ
মুকুতি সুন্দৰ জ্বলে॥
সিদ্ধ মুনি সুৰ শঙ্কৰ যাকেৰি
চৰণ ৰেণু ধিয়াই।
কহয় মাধৱ দীন সো হৰি খেলত
বালেক সঙ্গে মিলাই॥

### ৪। ৰাগ—সিন্ধুড়া

ধ্ৰুং—কেলি কৰে বিৰিন্দাবনে মোহন গোপাল।
খেলে সঙ্গে ৰঙ্গে ঢঙ্গে ব্ৰজেৰ ছৱাল॥
পদ—বনেৰ মালা গান্থিয়া পিন্ধে মাথে মৈৰা পাখি।
আনন্দে হৰিৰ সঙ্গে ফিৰে ধেনু ৰাখি॥

কেহো কেহো নাচে হাসে কেহো বায়ে বেণু।
বাঁশীৰ স্বৰে নাম ধৰি ডাকিয়া আনে ধেনু॥
পঞ্চম উচ্চায়া বেণু বায় যদুমণি।
মদন শৰে মূৰুচি পৰে দেৱৰ ৰমণী॥
গোপেৰ সঙ্গে ধেনু চৰায়ে হৰি জগতেৰ পতি।
গগনে দেৱতাগণে কৰে স্তুতি নতি॥
অন্যো অন্যে ডাকিয়া বোলে শুনা অমৰগণ।
ত্রিভুৱন জিনি শোভা কৰে বৃন্দাবন॥
কহয় মাধৱ দাস কৰিয়া নিশ্চয়।
জনমে জনমে গতি নন্দেৰ তনয়॥

## ৫। ৰাগ—অহিৰ

ধ্রুং—গোবিন্দ, চিন্তহুঁ বাল গোপালং।
ৰতন তলপসহ শয়নে ৰহুতু হৰি, পঙ্কজ নয়ন বিশালং॥
পদ—কৰ পঙ্কজ যুগ ধৰি পদ পঙ্কজ
বয়ন পঙ্কজে নিৱেশিতং।
মুনিবৰ কৈচন ছোড়ি অমিয়া
তযু পদ পঙ্কজ ৰস পীতং॥
ওহি মন ভাৱে পৰম ৰতি কৌতুকে
নিজ পদ পঙ্কজ পানং।
বালক কেলি অমিয়া ৰস সাগৰ
মাধৱ কহ পৰমাণং॥

## ৬। ৰাগ—কল্যাণ

ধ্রুং—জয় জয় জগজন তাৰণ কাৰণ
নাৰায়ণ বৰ দেৱং।
হৰ চতুৰানন আদি অমৰগণ
যাকৰ কৰু পদ সেৱং॥

পদ—ব্যোম বিবৰ মহ কোটি কোটি অণ্ড
তাহুৰ সব কৰু ৰেণু।
নিজ জন ৰঞ্জন ভঞ্জন ব্ৰজ দুখ
মোদিত বায়ত বেণু॥
কলসী ভাঙ্গল দধি সব নাশল
কৰত ভোজন নবনীতং
ভীতি পলায়ল জননী বান্ধল
অৰ্জ্জুন ভঞ্জন ধৃতং।
নাচত গায়ত ভাৱ দেখায়ত
হাসত বহু ৰস লাসে।
হৰিকহু চৰণ কমল মধু আশে
কহয় মাধৱ দীন দাসে॥

৭। ৰাগ—সিন্ধুড়া

ধ্ৰুং—জয় জয় নন্দনন্দন পৰমানন্দ, বন্দো বালগোপালং
পদ পঙ্কজ ৰজ, অজ বঁন্দয় সকল ভুবন একুপালং॥
পদ—ব্যোম বিবৰ মহ কোটি কোটি অণ্ড
যৈচন অণুপৰমাণি।
নন্দ নন্দন কতি নাম ধৰত সোহি
ওহি লীলা কোই জানি॥
দীন দায়াল জগত জন তাৰণ
কাৰণ ওহি অৱতাৰা।
পৰম মূৰুখ মতি কহয় মাধৱ দীন
গতি মেৰি নন্দকুমাৰা॥

## ৮। ৰাগ—শ্যাম

ধ্ৰুং—তেজৰে কমলাপতি পৰভাতে নিন্দ।
তেৰি চান্দ মুখ পেখোঁ উঠৰে গোবিন্দ॥
পদ—ৰজনী বিদূৰ দিশ ধৰলী বৰণ।
তিমিৰ ফেৰিয়া বাজ ৰবিৰ কিৰণ॥
শতপত্ৰ বিকশিত ভ্ৰমৰ উৰায়।
ব্ৰজবধূ দধি মথে তুৱা গুণ গাই॥
দাম সুদাম ডাকে তেৰি লৈয়া নাম।
হেৰ দেখ উঠিয়া আসিল বলৰাম॥
নন্দ গেল বাথানে গোৱাল গেল পালে।
সুৰভী চাৰিতে লাগে উঠৰে গোপাল॥
ক্ষীৰ লৱনু লৈয়া শিঙা বেত বেণু।
সকালে মেলিয়ো বৎস হাম্বালাৰে ধেনু॥
কহয় মাধৱ মাই! কিনু তপসাইলা।
ত্ৰিজগত পতি হৰি ৰাখোৱাল পাইলা॥

## ৯। ৰাগ—ভাটিয়ালী

ধ্ৰুং—মোকে দেখিয়ো না কেনে আহে জগন্নাথ
মই বৰ পাপেৰ পাপী।
সংসাৰ কূপতে পয়িৰা তোমাৰ
চৰণে নধৰো চাপি॥
পদ—কত তপসাই নৰতনু পাই
গোৱাইলো বিষয় ভোলে।
যেন চিন্তামণি অমূল্য ৰতন
বিকাইলো কাচেৰ মোলে॥

দেৱে নাহি পায় মানৱী হুইবাৰ
মই পাপী আসিয়া পাইলো।
তোমাৰ ভকতি অমিয়া তেজিয়া
বিষয়-গৰল খাইলো॥
লোভ-মোহ-কাম ক্রোধ-মদ-মান
ইসব বৈৰীৰ সঙ্গে।
আপুন ইচ্ছায় পাপ আচৰিয়া
বেৰাইলো মনত ৰঙ্গে॥
পৰ তিৰী পৰ ধনেৰ আশায়
সদায় আকুল ভৈলো।
তুমি মহা ধন তোমাক নাসেৱি
জনম বিফল কৈলো॥
দেহা আলে জালে গৈল পাইলা কালে
প্রাণ কোন দিন পৰে।
যমৰ যাতনা শুনিয়া হৃদয়
কম্পিত হইলো বৰে॥
তোমাৰ অভয় চৰণে শৰণ
বিনে নাহি আন গতি।
তুমি দয়াময় জানিয়া কহয়
মাধৱ মূৰুখ মতি॥

১০। ৰাগ—আশোৱাৰী

ধ্রুং—ৰে মন সেৱহু হৰিকহু চৰণা
নিকটে দেখহু নিজ মৰণা।
দেখত হৰিকহু চৰণ শৰণ বিনে
নাহি নাহি ভৱ ভয় তৰণা॥

পদ—চাৰি বেদ পুৰাণ যত ভাৰত
গীতা ভাগৱত চাই।
ওহি সাৰ বিচাৰ কয় ভাষত
হৰি বিনে তাৰক নাই॥
সনক সনাতন মুনি শুক নাৰদ
চতুৰবয়ন শূলপাণি।
সহস্ৰ বয়ন আদি গাৱত হৰি গুণ
সকল নিগম তত্ত্ব জানি॥

---

## অনন্ত কন্দলি ( ষোড়শ শতিকা )

### আত্ম-পৰিচয়

( দশম স্কন্ধ ভাগৱতৰপৰা )

বত্ন পাঠক নামে পণ্ডিত পৰম ।
ভাগৱত শাস্ত্ৰে যাৰ আছিল বিক্ৰম ॥
শ্ৰীহৰি চৰণ নামে তাহান সন্ততি ।
ব্যাকৰণ পঢ়ি নাম শ্ৰীচন্দ্ৰ ভাৰতী ॥
তৰ্কত লভিলা নাম অনন্ত কন্দলি ।
ভাগৱত আচাৰ্য্য পদবী ভৈল বলী ॥
ভাগৱত ভট্টাচাৰ্য্য বোলে আৰ্য্য জনে ।
তেহে বিৰচিলা পদ কৃষ্ণৰ চৰণে ॥
আছিল কায়স্থ কৃষ্ণ কিঙ্কৰ শঙ্কৰ ।
তেহো ভাগৱত কথা ৰচিলা সুন্দৰ ॥
যাত হৈতে ভৈল কৃষ্ণ কথাৰ প্ৰসিদ্ধি ।
জানিলেক লোকে ভকতিসে নৱবিধি ॥
সিটো মহন্তৰ কথা কহিবো মহন্ত ।
যাৰ কৃষ্ণ কথা গীতে ব্যাপিলে জগত ॥
নামতে কায়স্থ মহা হৰিত ভকত ।
কৃষ্ণ স্মৰি মৰি স্থিত হৈল বৈকুণ্ঠত ॥
আনো যত মহা কবি আছিল পূৰ্ব্বত ।
কৃষ্ণ কথা কহি সবে তাৰিল জগত ॥
তাসম্বাৰ অনুগ্ৰহ লভিয়া সৰ্ব্বথা ।
জানা আমি বিৰচিলো ভাগৱত কথা ॥

শ্লোক সংস্কৃতে আমি লিখিবাক ভাল জানি
তথাপি কৰিবো পদবন্ধ।
স্ত্রী শূদ্র আদি যত জানোক পৰম তত্ত্ব
শ্ৰৱণত মিলয় আনন্দ ॥

## সহস্ৰ-নাম-বৃত্তান্ত

( কীৰ্ত্তনৰপৰা )

ঘোষা ॥ কি কৰিলো কি কৰিলো ভকতি নকৰি।
অন্তকে পাইলেক প্ৰভু ৰক্ষা কৰা হৰি ॥

পদ ॥ নকৰিলো শিৰে মাধৱক নমস্কাৰ।
ইটো মাথাগোট মোৰ ভৈল মহাভাৰ ॥
কৰ্ণ দুই আছন্ত নুশুনি হৰি-কথা।
দোগোটা গৰ্ত্তৰ ভাব বহিলোহো বৃথা ॥
জিহ্বা মোৰ আছন্তে নলৈলো ৰাম-নাম।
দাদুৰীৰ জিহ্বা যেন কৈলো কোন কাম ॥
নেদেখিলো নয়নে প্ৰভুৰ যেন ৰূপ।
সম্যক জানিলো দুয়ো আখি অন্ধকূপ ॥
যেন চিত্ৰ-বিচিত্ৰ মৈৰাৰ ভাসে পাখি।
হৰি-ৰূপ নেদেখিলো পাইলো তেহু আখি ॥
হৰি-পদ-তুলসীৰ নলৈলোহো ঘ্ৰাণ।
জীৱন্তে মৰিলো নাসা ভাতীৰ সমান ॥
পিন্ধিলোহো বাহুত অনেক অলঙ্কাৰ।
প্ৰভুৰ পূজাক নকৰিলো একবাৰ ॥

কৃষ্ণ-কৃত্য নকৰিলো ভৈলোহো বৰ্ব্বৰ।
ইটো হস্ত বাহু মিছা মৃতক শৰীৰ॥
পাৱ দুই আছন্তে নগৈলো ক্ষেত্ৰ-স্থান।
মোৰ পাৱ ভৈল বৃক্ষ-শিপাৰ সমান॥
হা দয়াময় মোৰ কি কৰিলা গতি।
এভু তুৱা নাম লৈবে হৌক মোৰ মতি॥
কৰ্ম্ম-দোষে যিবা জন্ম হৌক সংসাৰত।
তাতো নছাড়োক চিত্তে তুৱা চৰণত॥
সদায়ে ঘোষোক ৰাম-নাম মোৰ মুখে।
সংসাৰ-সাগৰে তেৱে তৰো মহাসুখে॥
সকল জগত তযু মায়ায়ে মোহিত।
তোমাৰ চৰণে প্ৰভু কেৱে নেদে চিত্ত॥
পুত্ৰ-দাৰা-নিগড়ে বান্ধিলো দুই ভৰি।
মৰন্তে আছওঁ তভো নোবোলওঁ হৰি॥
দুৰ্ল্লভ মনুষ্য জন্ম ভাৰতত পাইলো।
তোমাক নেসেৱি ব্যৰ্থে জনম গোঁৱাইলো॥
নিচিন্তিলো একবাৰ তোমাৰ চৰণ।
তৰু বন জীয়ে যেন আমাৰ জীৱন॥
বিষয়ত ভোল হুয়া কৰিলোহো ভোগ।
তাৰ ফলে শৃগাল শ্বানৰ ভৈলো যোগ॥
ভৱ তৰিবাৰ যোগ্য লভিলো শৰীৰ।
বিষয়-বাতাসে পায়া কৰিলে অস্থিৰ॥
কৰে তলৰল দেহা কেনে হুইবো পাৰ।
এভু দাস বুলি মোক কৰিয়ো উদ্ধাৰ॥
সুকবিশেখৰ তুৱা দাসৰো দাস।
কাতৰ কৰোহো দিয়ো চৰণত বাস॥

## ৰামায়ণৰূপৰা

( অযোধ্যাকাণ্ড )

সীতাৰ কাৰুণ্য শুনি পুনু ৰামচন্দ্ৰ বোলে
শুন শুন জনক জীয়াৰী ।
স্ত্ৰীৰ সঙ্গে বনবাস সুখৰ নাহিক আশ
শুনি হাসিবেক নৰ-নাৰী ॥
ভয়ঙ্কৰ বন তাত সিংহ ব্যাঘ্ৰ অসংখ্যাত
গহ্বৰত পশি কৰে নাদ ।
তুমি সুকোমল নাৰী শুনি তাক যাইবা ডৰি
মোৰ মহা মিলিব প্ৰমাদ ॥
মহামত্ত হস্তীচয় ফুৰে সৰে যুথ হয়
চিহৰণি শুনি কাম্পে প্ৰাণ ।
মহিষ বৰাহ বাঘ আছে বৰ বৰ নাগ
দৰশনে হৰে শ্ৰুতি-জ্ঞান ॥
জোক পোক মশ ডাশ দেখি তুমি হৈবা ত্ৰাস
স্বভাৱে ডৰুক তিৰী-জাতি ।
ফল মূল বিনে আন ভোজন নাহিকে তাত
কিমতে সহিবা দুখ আতি ॥
ৰত্নময় মন্দিৰত চলন্তে শোণিত ঝৰে
দেখো তোৰ চৰণৰ ভাৰ ।
অৰুণ-কমল পাৱ কুশময় কণ্টকত
কিমতে হান্থিবি তই পাৱ ॥
নেত তুলি কমলিত সদায় শয়ন কৰা
কেনে শুইবি তৃণৰ শয্যাত ।
বোলো তোকে প্ৰাণেশ্বৰী পতিব্ৰতা ধৰ্ম্ম ধৰি
ঘৰে থাকি ভজিয়ো আমাত ॥

সীতাই বোলন্ত প্ৰভু আত মোৰ ভয় নাই
প্ৰাণ মোৰ আছে তযু পাৰে।
সিংহ ব্যাঘ্ৰ হস্তীগণ ওচৰত নাসিবেক
পলাইবেক তোমাৰ প্ৰভাৱে॥
নাম মাত্ৰ শুনি যাৰ দূৰ হৰে যম কাল
আন কোন হৰে ক্ষুদ্ৰ ভয়।
যেৱে তুমি নেনা সঙ্গে বোলো তেৱে সঙ্গে সঙ্গে
জীৱনত মোৰ নাহি ফল।
দাৰুণ গৰল খাই মৰিবোহো এহি ঠাই
চিন্তি তযু চৰণ কমল॥
এহি বুলি মহাশান্তি কান্দিবাক লাগিলন্তি
শ্ৰীৰামৰ চৰণত পৰি।
সীতাৰ দেখিয়া মুখ ৰামৰ মিলিল দুখ
আশ্বাসি তুলিয়া কৰে ধৰি॥

## শ্ৰীমদ্ভাগৱত

### ঝুমুৰী

(দশম স্কন্ধৰপৰা)

পাচে ভীম জৰাসন্ধ।
ধৰি দুয়ো মাল বন্ধ॥
পাতিলন্ত ঘোৰ যুদ্ধ।
দুয়ো বীৰ মহাভুজ॥
ভুজে ভুজে ছান্দিলন্ত।
পাৱে পাৱে জৰিলন্ত॥

আজোৰন্ত ধৰি ধৰি।
লৰে সৱ বসুন্ধৰী॥
মুণ্ডে মুণ্ডে হানে আতি।
হিয়ে হিয়ে ধৰে ঝান্তি॥
খণ্ডে চোবাৱন্ত দান্ত।
তেলিয়াৰ যেন জান্ত॥
গণ্ডস্থলে পৰে চোট।
তেজ বয় যেন মোট॥
দুইৰো নাহি ভ্ৰুভঙ্গ।
বাজে গদা ঠঙ্গ ঠঙ্গ॥
হৃদয়ত হানে মুষ্টি।
যেন যায় প্ৰাণ ফুটি॥
হস্তী যেন চিহুঁৰয়।
সৰ্প যেন ফোপাৱয়॥
নানা ছন্দে ধৰে আটি।
ছাল ছুড়ি যায় ফাটি॥
ধৰি পকাৱন্ত ঘাৰ।
মৰ মৰি কৰে হাড়॥
চৰৰ চৰ্পট চোট।
ছাল ভৈলা সোটা সোট॥
দুইকো দুই পাৰে গালি।
আজিসে মৰিলি বুলি॥
শিৱ শিৱ বাসুদেৱ।
সুমৰন্ত দুয়ো দেৱ॥
নাহি দুইৰো জয় ভঙ্গ।
বাঢ়ে আৰো মহাৰঙ্গ॥

গৰ্জ্জে দুয়ো মেঘ যেন।
নতু দেখি যুদ্ধ হেন॥
চাই সিদ্ধ মুনিগণে।
প্ৰশংসন্ত খনে খনে॥
পাচে মাল্লযুদ্ধ এৰি।
দুয়ো মহা গদা ধৰি॥
হানন্ত প্ৰচণ্ড কোবে।
যেন বজ্ৰ ধোৱে ধোবে॥
মুণ্ডে মুণ্ডে তুণ্ডে পৰৈ।
বোম্বালে ৰুধিৰ ঝৰৈ॥
নমনি গদাৰ পাক।
ছিণ্ডে কাণ ভাগে নাক॥
স্কন্ধ কটি পদ উৰু।
ভেদে চোট পৰে গুৰু॥
আতি খৰ চোট লাগি।
দুয়ো গদা যায় ভাগি॥
দুয়ো বীৰ অনুপাম।
ভীম জৰাসন্ধ নাম॥
যেন শাল তাল ধৰি।
যুজে দুয়ো মত্ত কৰী॥
প্ৰহাৰন্তে চূৰ্ণ ভৈল।
দুয়ো গদা ভগ্ন গৈল॥
পুনু দুয়ো মুষ্টি ধৰি।
হানে মহাকোপ কৰি॥
প্ৰচণ্ড শব্দ শুনি।
নিৰ্ঘাট পৰয় যেনি॥

সেহিমতে যুঁজে দুই ।
কাৰো ভঙ্গ জয় নুই ॥
বলে দুয়ো একে সম ।
সম শিক্ষা পৰাক্রম ॥
কাৰো বল ক্ষীণ নুই ।
একে সম যুঁজে দুই ॥
দেখি কৃষ্ণ কৃপাময় ।
ভীমৰ সাধিয়া জয় ॥
আপোনাৰ তেজে হৰি ।
ভীমক সম্পূর্ণ কৰি ॥
স্বচ্ছালন্ত ভগৱন্ত ।
ভীমে আক নজানন্ত ॥
দুইখণ্ড মাংস হুয়া ।
আছে যাতো উপজিয়া ॥
জৰায়ে জোৰালে পাই ।
পাচে ভৈল এক ঠাই ॥
ভীমত জনাওঁ ছলে ।
ধৰন্তোক মহাবলে ॥
পাৱে ধৰি ছিৰন্তোক ।
মৰি যাওক যমলোক ॥
দুর্জ্জনক বধিলাত ।
দোষ কিছু নাহি আত ॥
ভকতৰ সাধো কাজ ।
মৰাওঁ দুষ্ট মদ্র-ৰাজ ॥
এহি চিন্তি দেৱহৰি ।
এক গাছি তৃণ ধৰি ॥

ভীমক দেখাইলা ছলে।
ছিৰিলন্ত কৌতুহলে॥
শুনিয়োক নৰ-নাৰী।
দেখা কেনে প্ৰভু হৰি॥
ভকতৰ প্ৰিয় সাধি।
অন্যায়ে দুষ্টক বধি॥
সজ্জনৰ ইষ্ট কৃষ্ণ।
জানা আক নিষ্টে নিষ্ট॥
তাহাৰ কিঙ্কৰ হোৱা।
সব তোষ কৰি থোৱা॥
মাধৱক বন্ধু পাই।
ত্যাজে যিটো চক্ষু খাই॥
নাহিকে অন্যায় চাৰ।
জানা আক সাৰে সাৰ॥
পিয়া কৰ্ণ কৰি থিৰ।
কৃষ্ণকথা গঙ্গা নীৰ॥
খণ্ডোক পাতক দাম।
শুনিয়োক অবিশ্ৰাম॥
বিষয়ত নিদি মন।
ডাকি বোলা নাৰায়ণ॥

## ভৃগু পৰীক্ষা

### দুলড়ী

( দশম স্কন্ধৰপৰা )

কহে শুক মুনি শুনা আৰো কথা
পৰীক্ষিত ইতিহাস।
ভজনীয় দেৱ কৃষ্ণসে উত্তম
ৰহস্য কৰো প্ৰকাশ॥

সৰস্বতী তীৰে ঋষি নিৰন্তৰে
কৰন্ত যজ্ঞ সফল।
সবাৰে মনত বিতর্ক জন্মিল
কোন কর্ম্ম সুমঙ্গল॥
হৰি হৰ ব্ৰহ্মা তিনিৰো মধ্যত
কোনজন মহা সন্ত।
মহা কৃপাময় গুণে আতিশয়
ভজনীয় ভগৱন্ত॥
এহি আলোচিয়া ভৃগুক আনিয়া
বুলিলন্ত মুণিগণে।
ব্ৰহ্মাৰ নন্দন মহা বিচক্ষণ
চলিয়ো তুমি আপুনে॥
তিনিকো জিজ্ঞাসি কহিয়োক আসি
কোন মহা মহেশ্বৰ।
সবাৰো বচনে চলিল তেখনে
ভৃগু মহা মুনিবৰ॥
প্ৰথমে ব্ৰহ্মাৰ সভাৰ মধ্যত
ভৈলা যাই উপসন্ন।
মহা যোগাসনে বসি আছা ব্ৰহ্মা
সৌম্য সিদ্ধ মুনিগণ॥
নকৰি প্ৰণতি নুবুলিলা স্তুতি
সত্য পৰীক্ষিতে মনে।
হেন মহাগর্ব্বে ভৃগু আছে ৰহি
চাহি আছা সর্ব্বজনে॥
পুত্ৰৰ চেষ্টাক দেখিয়া ব্ৰহ্মাৰ
ক্ৰোধ ভৈল আশবিশ।

পাৰিলন্ত গালি কিনো হুষ্ট ভৈলি
নিলাজ জন সদৃশ ॥
পুত্ৰ নামে যাতো আতেসে সহিলো
আজি তোৰ মুখ চায়া ।
এহি বুলি ক্ৰোধ অগনি হুমালে
জ্ঞান জল বৰিষিয়া ॥
ব্ৰহ্মাৰ ক্ৰোধৰ মহিমা দেখিয়া
তথা হন্তে দিলা লৰ ।
কৈলাসত যাই প্ৰবেশিলা ভৃগু
যাত উমা মহেশ্বৰ ॥
ভৃগুক দেখিয়া হুই বাহু মেলিয়া
শিৱ গৈলা আগবাঢ়ি ।
আইস ভাই হেৰ কৰো আলিঙ্গন
সঙ্গতে পাৰ্ব্বতী নাৰী ॥
তাহাঙ্কো পৰীক্ষা কৰিবাক প্ৰতি
নকৰিলা আলিঙ্গন ।
নেদিলা উত্তৰ দেখিয়া শিৱৰ
ভৈলা মহা কোপমন ॥
পিশাচৰ বেশ দেখিয়া মোহোক
নকৰিলে সম্ভাষণ ।
ক্ৰোধে শূল তুলি হেৰা বধো বুলি
খেদি গৈলা ত্ৰিলোচন ॥
দেখি হুৰ্গা সতী কৰিলা কাকুতি
শিৱৰ চৰণে ধৰি ।
বিপ্ৰক বধিত নহয় উচিত
ক্ষমিয়োক ত্ৰিপুৰাৰি ॥

দেৱীৰ বচনে সাম্য ভৈল হৰ
ভৃগুৰ ৰহিল প্ৰাণ।
পাচে বৈকুণ্ঠত ভৈলা উপগত
যাৰ সম নাহি আন॥
অন্তেষপুৰত লক্ষ্মীয়ে সহিত
শুতিয়া আছে শ্ৰীহৰি।
তাঙ্ক পৰীক্ষিতে ভৃগু অলক্ষিতে
পশিলন্ত দৰদৰি॥
দেখিয়া লক্ষ্মীৰ উৰুত তুলিয়া
চৰণ কমল হৰি।
শুতি আছে ৰঙ্গে যাই যেন খঙ্গে
হৃদয়ে হানিলা গুৰি॥
লাঠিৰ প্ৰহাৰে হৰিষ লভিয়া
উঠি প্ৰভু তাৰক্ষণে।
ভৃগুক দেখিয়া খাটৰ নামিয়া
নমিলা পৰি চৰণে॥
লক্ষ্মীৰ সহিতে চৰণ ধুৱাইল
কৰিলন্ত সতকাৰ।
কেতিয়া আসিলা নাজানিলো প্ৰভু
ক্ষমিয়ো দোষ আমাৰ॥
ভকতৰ গতি বোলন্ত আপুনি
ঋষিৰ মুখক চাই।
এহি সিংহাসনে ক্ষণেক বসিয়ো
আছা বৰ দুখ পাই॥
ইটো বজ্ৰময় মোহোৰ হৃদয়
কিসক মাৰিলা লাঠি।

স্বভাৱে কোমল বিপ্ৰৰ চৰণ
চোট পাইলা প্ৰভু আতি ॥
চতুৰ্দ্দশ লোক লোকপাল যত
সবে বসে মোৰ গাৱে ।
মই সমে আজি পৱিত্ৰ কৰিলা
জানিলো লাথিৰ ঘাৱে ॥
তীৰ্থকো পৱিত্ৰ কৰে কোন চিত্ৰ
ইটো তব পাদোদক ।
এহি পদজলে পৱিত্ৰ কৰিয়া
ক্ষমিয়ো মোৰ দোষক ॥
আৱেসে জানিলো লক্ষ্মীৰ একান্ত
মইসে ভৈলো ঈশ্বৰ ।
তোমাৰ পদৰ ধূলা য়ে হৰিল
মোৰ পাপ নিৰন্তৰ ॥
মোৰ ইটো হিয়া মহালক্ষ্মী পায়া
জানো আৰ নছাৰিবা ।
কিন্তু এহি কষ্ট, পাইলা বৰ ছোট
ইটো দোষ মৰষিবা ॥
কৃষ্ণে এহি বুলি বিপ্ৰ পদধূলি
হৃদয়ে মলচিল ।
উৰ্দ্ধ লোম পান্তি ভৈল শ্বেতকান্তি
শ্যাম তনু উজ্বলিল ॥
ভৃগুৰো চৰণ কৰিলা মৰ্দ্দন
লাসে লাসে চক্ৰপাণি ।
বিপ্ৰত ভকতি দেখিয়া কৃষ্ণৰ
ভৈলন্ত বিস্ময় মুনি ॥

হৰিষে বিহ্বল ভৈলা প্ৰেমজল
নয়নৰ পৰে ধাৰে ।
মুখে নোহলায় বাৱ হৰষিল গাৱ
মাধৱৰ সতকাৰে ॥
মনত গুণন্ত প্ৰভু ভগৱন্ত
এহিসে বিপ্ৰৰ দেৱ ।
জনমে জনমে ইহান চৰণে
কৰিবো সুদৃঢ় সেৱ ॥
চৰণৰ হস্তে কৃষ্ণৰ হস্তক
অন্তৰ কৰিয়া উঠি ।
লাজে মৌন হুয়া কিছু নুবুলিয়া
চলিলা পৰম তুষ্টি ॥
পুনৰপি যাই ঋষিসমাজত
কহিলা সব বৃত্তান্ত ।
ব্ৰহ্মাৰ শিৱৰ ক্ৰোধ যেন বৰ
বধিবাক চাহিলন্ত ॥
হৰিৰ হিয়াত লাঠি মাৰি যেন
লভিলোহো মহোদয় ।
ভৃগুৰ মুখৰ শুনি মুনিগণে
ভৈলন্ত মহা বিস্ময় ॥
খণ্ডিল সংশয় জানিলা নিশ্চয়
কৃষ্ণসে পৰম দেৱ ।
ভজিবাক যোগ্য বিষ্ণু মনে আৰ
সংসাৰতো নাহি কেৱ ॥
অতি অপৰাধ কৰিলেও ক্ষমা
কৰন্ত ভজিলে হৰি ।
এহি জানি সবে কৃষ্ণক ভজিলা
মুনিগণো নিষ্ঠ কৰি ॥

---

## ৰামসৰস্বতী ( ষোড়শ শতিকা )

## মহাভাৰতৰপৰা

( আদিপৰ্ব্ব )

পাণ্ডু নৃপতিৰ কথা কহো আৰোবাৰ।
যেন ভৈলা তাহাৰ শুনিয়ো সমাচাৰ॥
সৰ্ব্বক্ষণে বসি থাকা ঋষি সমজ্যাৰ।
কথাতে মগন ভৈলা আন নাহি আৰ॥
অস্ত ৰবি-বেগ যাৰে তাৰত নাসয়।
অবিচ্ছেদে পুৰাতন কথা বখানয়॥
কৰ্ণৰ ৰুচিৰ কথা সাক্ষাতে অমৃত।
বিৰলে শুনন্ত আনন্দিত নেদি চিত্ত॥
একদিনা কথা শুনি আছা মহাৰায়।
দিৱসৰ অন্ত ভৈলা ৰবি অস্ত যায়॥
কুন্তীৰ মনত বৰ মিলিল প্ৰয়াস।
সময় এৰিলা স্বামী সন্ধ্যা হৈলা ত্ৰাস॥
সময় হৰাইলে স্বামী নকৰে ভোজন।
হেন মন-দুখ কৰি আছে কতক্ষণ॥
মাদ্ৰী বহিনীক মাতি কৰিলা উপায়।
সূৰ্য্য দৰশন হুয়া থাকিয়ো বজাই॥
তোক দৰশনে আদিত্যৰ বেগ থিৰ।
স্বামী আসন্তোক তেৱে ভোজন-মন্দিৰ॥
পাছ দ্বাৰে মাদ্ৰীক সূৰ্য্যৰ আগে থৈলা।
ৰথ ৰাখি আদিত্য কিঞ্চিত ভঙ্গি ৰৈলা॥

ইদিনাত কৰি ৰবি শিথিল কিসক।
বিলম্বিত সন্ধ্যা কিয় এৰি সময়ক ॥
স্বৰূপ কহিয়ো প্ৰিয়া গুচোক সংশয়।
হেন শুনি কুন্তী দেৱী স্বামীত কহয় ॥
তোমাত কি অবিদিত আছয় আমাৰ।
এহি বুলি চৰণে কৰিলা নমস্কাৰ ॥
সন্ধ্যা বহি যায় দেখি তোমাক নপাই।
মাদ্ৰীক বাহিৰে থৈলো সূৰ্য্যক দেখাই ॥
খানিক আছিল দেখি ৰূপ-অৱধানে ॥
এতেক বিলম্ব আক নজানয় আনে।
শুনিয়া মাদ্ৰীৰ ৰূপ আদিত্যৰ মোহ।
পাণ্ডুৰ মনত ভৈলা বৰ অসন্তোষ।
কুন্তীক প্ৰশংসা কৰি বুলিলা বচন।
যেন হিত সাধিলা নুৱাৰে আনজন ॥
মাদ্ৰীক হেন কি ৰূপ দেখিবাক ভাল।
বয়স গোৱাইলো নেদেখিলো এতকাল ॥
ৰূপত অধিক হেন দেখিছিলো তোক।
মাদ্ৰীৰ কেহ্নুৱা ৰূপ দেখায়োক মোক ॥
দুয়োহন্তে লগে আসা চাওঁ একবাৰ।
গুচোক চক্ষুৰ মোৰ তৃপিতি আন্ধাৰ ॥
কুন্তী বোলে প্ৰাণনাথ কেনে হেন বুলি।
দুইকো দেখিলে কামে মুহিবে সমুলি।
আথান্তৰ ঘটিবেক গুচি কৌতুহল।
ব্ৰাহ্মণীৰ বচন সুমৰা মহাবল ॥
সৱাতে অধিক কাম ব্যাধি শ্ৰেষ্ঠতৰ।
ইসৱ আশ্ৰয় প্ৰভু গুচায়ো মনৰ ॥

এহিমতে থাকা প্ৰভু দিৱস গোৱাই।
কাম-দৃষ্টি চাহিবে তোমাৰ সুযুৱায়॥
পাছে বীৰে ঋষি-সমজ্যাৰ হন্তে যাই।
কৰিলন্ত সন্ধ্যা তেৰে ৰবি অস্ত যায়॥
কুন্তীক সম্বুধি বীৰে সোধন্ত প্ৰস্তুত।
এত বেলি অস্ত নযায় কিনো অদভুত॥
তথাপি আখুটি কৰে দেখিবাক লাই।
কুন্তীৰ মনত দুখ কত আসে যায়॥
বাধিবে নপাৰি আসি মন্দিৰে পশিলা।
আৰেসে জানিলো ঘোৰ আপদে গ্ৰাসিলা॥
মন-দুখে কুন্তীৰ নাযায় দুপুহায়।
মাদ্ৰী বোলে কিসক বিকল হোৱা বাই॥

* * *

কুন্তী সমে দুইহন্তে এহিমতে বিলাপন্তে
যাইবাক মনত কৰি সাৰ।
আগক নচলে ভৰি মাদ্ৰাক পাছত কৰি
কুন্তী দেৱী ভৈলা আগুসাৰ॥
পাণ্ডু আছে পথ চায়া আছে দেখি দুয়ো জায়া
কৌতুকে উঠিলা আগ বাঢ়ি।
মাদ্ৰীৰ দেখিয়া ৰূপ মিলিল মদন-দুখ
কুন্তীৰ হাতৰ নিলা কাঢ়ি॥
প্ৰৱেশিলা মন্দিৰত আয়ু হৈল সমাপত
পূৰ্ব্ব কথা সৱে পাসৰিলা।
গাৰত চেতন নাই কাম-গ্ৰহে খেদি যায়
কুন্তীৰ প্ৰবোধ নধৰিলা॥
কামে হুয়া বিয়ামোহ নচাহিলা গুণ-দোষ
ভাৰ্য্যা সমে আৰম্ভিলা ৰতি।

ঈশ্বৰৰ যেন ইচ্ছা কোনে কৰিবেক মিছা
মহন্তৰো মোহ হুই মতি ॥
কৰ্ম্ম-গতি বিড়ম্বন মৃত্যুক নকৰে মন
ভাৰ্য্যাক আলিঙ্গি আছে ধৰি।
হিত-জ্ঞান পাসৰিলা ব্ৰাহ্মণীৰ শাপে পাইলা
ফুটিলা আকাশী বাণ পৰি ॥
নচলয় ভৰি-হাত মুখত নাসয় মাত
প্ৰাণ হত জানি আপুনাৰ।
মাদ্ৰীয়ে উমান পাই কোথা আছা কুন্তী বাই
মোৰ হেৰা প্ৰাণৰ নিকাৰ ॥
দুইখানি তনয়ক তোমাতেসে সমৰ্পিলো
সিও যেন তোমাৰ তনয়।
স্বামী সঙ্গে অনুগামী ভাগ্যেসে লভিলো আমি
চলি যাওঁ বিষ্ণুৰ নিলয় ॥
মাধৱ মুকুন্দ নাম নাৰায়ণ ৰাম ৰাম
স্বৰূপ কৰিলা অৱধান।
কুন্তী দেৱী দেখা পাইলা ব্ৰহ্মশাপ প্ৰৱৰ্ত্তাইলা
একেলগে দুইৰো গৈলা প্ৰাণ ॥

## মহাভাৰতৰপৰা

(সভাপৰ্ব্ব)

দ্ৰুপদ-নন্দিনী মনে গুণি স্বামীসকলৰ বাক্য শুনি
ৰাজহংসগতি চলি যান্ত ধীৰে ধীৰ।
যথাত আছন্ত দেৱ হৰি নৃপতিসকলে মধ্য কৰি
তথাত চলিলা বহে নয়নৰ নীৰ ॥

নেতৰ বসন পৰিধান মাথাৰ মালতী কৰে ম্লাণ
বহল-জজ্ঘনী তনু আতি মধ্যাক্ষীণ।
নিতম্ব-যৌৱন-তন ভৰে শোকে নয়নৰ নীৰ ঝ'ৰে
পূৰ্ণ চন্দ্ৰ যেন কলঙ্কে ভৈলা মলিন॥
মাধৱৰ গৈয়া সমীপত দ্ৰুপদ-নন্দিনী উপগত
মাথে বস্ত্ৰ দিয়া বচন বুলিলা শোকে।
দেখা দেখা মোক দামোদৰ অনাথিনী নাহি মোত পৰ
দেখিলে বিপত্তি কুৰু-সমাজৰ লোকে॥
চুলে ধৰি দুঃশাসন-বাঘে ধৃতৰাষ্ট্ৰ শ্বশুৰৰ আগে
ঘসাইলেক মোক অনাথিনী পৰবাসু।
পাঞ্চ পতি মোৰ সেহি থানে বিলাই বিপত্তি ভৈল মানে
আগতে আছিল গান্ধাৰিণী জ্যেষ্ঠা শাশু॥
পাঞ্চ পতি সমে পাশা জিনি দাসী কৰি দুৰ্য্যোধনে আনি
লাজ কৰিলেক ভীষ্ম শ্বশুৰৰ আগে।
সিবেলাত মোৰ নাহি আন তোমাৰ চৰণ কৰি ধ্যান
নাৰায়ণ নাম সুমৰিলো অনুৰাগে॥
তেবেসে শ্বশুৰ দিলে বৰ পাঞ্চ পাণ্ডৱক ধনুশৰ
উদাস কৰিলো পাঞ্চো পতি সমে মাগি।
কৌৰৱে আলচি কৰি সাস পাঞ্চ পাণ্ডৱক বনবাস
ঢক্কাই খেদিলেক ঘোৰ অৰণ্যক লাগি॥
সিসে কৌৰৱৰ অপমানে হৃদয় পোৰয় কৰ্ম্মস্থানে
ভীমৰ বচনে বুজিলো সৱে বড়াই।
ধৰ্ম্ম নৃপতিৰ অভিপ্ৰায় তুমি যাইবা কৌৰৱৰ ঠাই
সমতা বচনে বুলিবা তাক বুজাই॥
ইবেলি কৌৰৱে আন এৰি মোক মাৰিবেক জুইত পুৰি
তেৱে পৰাক্ৰম ভীমৰ সিজে ৰৰাই।

তুমি বিনে ইটো দুঃখে ত্ৰাণ কৰন্তা নাহিকে মোৰ আন
ভীম অৰ্জ্জুনৰ বীৰত্ব ভৈলেক ছাই ॥
ধিক্কাৰ ভীমৰ বাহুবল ধিক অৰ্জ্জুনৰ ধনু-কাঁড়
ক্ষত্ৰিয় জাতিৰ হেনসে কাতৰ তনু ।
অসামৰ্থ ভৈলে দোষ নাই নপুংসক ভৈল পাঞ্চো ভাই
লৱা দামোদৰ তাসম্বাৰ পাঞ্চ ধনু ॥
দ্ৰুপদ ৰাজাৰ বিদ্যমানে যজ্ঞবেদী আতি শুদ্ধ থানে
জনম লভিলো দ্ৰুপদে তুলিলে মোক ।
ধৃষ্টদ্যুম্ন আদি শত ভাই পিতৃ দ্ৰুপদেও বৰ চাই
অজমীঢ় কুলে বিবাহ দিলেক মোক ॥
যাৰ সুকোমল বাক্য-মধু পাণ্ডু নৃপতিৰ কুল-বধূ
প্ৰিয় ভাৰ্য্যা ভৈলো পাঞ্চ ভাই পাণ্ডৱৰ ।
তুমি যাৰ সখা পদ্মপাণি আমি অসমৰ্থ কোনখানি
গুণি চাৱা প্ৰভু কোন গুণে হীন-পৰ ॥

---

## শ্ৰীধ্ৰুৱ কন্দলি ( ষোড়শ শতিকা )

### কাণখোৱাৰপৰা

ঘোষা—ঘুমটি যায়োৰে অৰে কানাই
হুৰে কাণখোৱা আসে।
সকল শিশুৰ কাণ খাই খাই
আসয় তোমাৰ পাশে ॥

পদ—মাৰৰ বচন শুনি পাশ চাপি
হাসিয়া বোলে কানাই।
কেনেকুৱা গোটে কাণ খাই ফুৰে
চিনোৱা হাৱলী আই ॥
তাৰ নাম শুনি ঘুমটি নাশয়
ভয়ে কাঁম্পে মোৰ বুক।
দেখিলে লৰৰি পলাইবাক পাৰি
সত্বৰে চিনোৱা মোক ॥
অনাদি-স্বৰূপ জগত স্ৰজিলো
চৰাচৰ ভেদ কৰি।
সমস্ত জগত প্ৰতিপাল কৰি
আত্মা-ৰূপে আছো ধৰি ॥
ব্ৰহ্মা মহেশ্বৰ আদি কৰি যত
সমস্ত মোৰ স্ৰজনা।
মই নজানিলো সিটো কাণখোৱা
স্ৰজিলেক কোনজনা ॥
বিষ্ণুৰূপে মই বৈকুণ্ঠৰ হন্তে
চড়িয়া গৰুড়-কন্ধে।

সমস্তে জগত বিচাৰি চাহিলো
ফুৰিয়া আত্তি প্ৰবন্ধে ॥
সৰগী নৰকী দুৰ্জ্জন মহন্ত
বিচাৰি ফুৰিলো পাছে।
সিওকালে মই লাগ নপাইলোহো
কাণখোৰা কৈত আছে ॥
প্ৰথমতে মই অৱতাৰ ভৈলো
দিব্য মৎস-ৰূপ ধৰি।
চাৰিও বেদক পাতালৰ হন্তে
আনিলো সঙ্গে উদ্ধাৰি।
পাছে সেই ঠাই বঢ়াই মৎস্য-কায়
ঘুৰিলো সাগৰ তীৰ।
সিওকালে মই লাগ নপাইলোহো
কাণখোৰা কেনে বীৰ ॥
কূৰ্ম্ম-ৰূপে মই মন্দৰ ধৰিলো
সাগৰ মথিবে লাগি।
যত জলচৰ থলকি সাগৰ
সমস্তে পলাইল ভাগি ॥
কালকূট বিষ উচ্চৈশ্ৰৱা হয়
লক্ষ্মীও বজাইল পাছে।
সিওকালে মই লাগ নপাইলোহো
কাণখোৰা কৈত আছে ॥
ৰবাহ-স্বৰূপে পৃথিৱী উদ্ধাৰি
আনিলো দান্তৰ আগে।
হিৰণ্যাক্ষ নামে বীৰক বধিলো
যুদ্ধ কৰিবাৰ ৰাগে ॥

"মোৰ ভয়ে যত অসুৰ পলাইল
কাম্পি গৈল ত্ৰিজগত।
সিওকালে মই লাগ নপাইলোহো
কাণখোৱা কেনমত ॥
স্ফটিকৰ স্তম্ভে বাজ্ৰ ভৈলো পুনু
নৰসিংহ ৰূপ ধৰি।
হিৰণ্যকশিপু বীৰক বধিলো
নখ-অগ্ৰে হিয়া চিৰি ॥
জটাৰ চটাত মেঘ উৰুৱাইলো
মেদিনী কম্পাইলো বলে।
সিওকালে মই লাগ নপাইলোহো
কাণখোৱা কাক বোলে ॥
বামন-স্বৰূপে দেৱ-কাৰ্য্য সাধি
বলিক ছলিবে গৈলো।
দান লওঁ বুলি তিনি পদ ভূমি
ত্ৰৈলোক্য জুৰিয়া লৈলো ॥
উপায় কৰিয়া বলিক ছলিয়া
পঠাইলো পাছে পাতালে।
কাণখোৱা নামে বীৰগোট আছে
নুশুনিলো সিওকালে ॥
পৰশুৰাম-ৰূপে তিনি সাতবাৰ
পৃথিৱী পৰ্য্যটি ফুৰি।
ক্ষত্ৰিয়ক কাটি নিক্ষত্ৰিয় কৈলো
হাতত কুঠাৰ ধৰি ॥
ক্ষত্ৰিয়ৰ নাম নথৈলো সংগ্ৰামে
কাটিলো পেটৰ ছৱা ॥

সিওকালে মই লাগ নপাইলোহো
কাণখোৱা কেনেকুৱা ॥
ৰামৰূপে মই সীতাৰ নিমিত্তে
সাগৰ ভৈলোহো পাৰ ।
সবংশে ৰাৱণ ৰাক্ষস বধিলো
খণ্ডিলো ভূমিৰ ভাৰ ॥
দেৱাসুৰ নৰ ভালুক বানৰ
সৱে আইল মোৰ কাষে ।
লঙ্কা নগৰীত কাণে নুশুনিলো
কাণখোৱা কৈত আছে ॥
হলীৰাম-ৰূপে লাঙ্গল ধৰিলো
সম কৰি খাল বাম ।
সমস্তে পৃথিৱী বাই-বাটি থৈলো
লৈলো হলধৰ নাম ॥
সিওকালে মই লাগ নপাইলোহো
আৱে মনে তাক গুনো ।
কাণখোৱা নামে বীৰগোট আছে
আজি তযু মুখে শুনো ॥
আসিয়া ইবাৰ কৃষ্ণ অৱতাৰ
হুয়া আছো তযু ঘৰে ।
কাণখোৱা নাম শুনি মোৰ গাৱ
তৰতৰি কাম্পে ডৰে ॥
ঘুমটিৰ ছলে নিচুকিয়া মই
চকু মেলি আছো চাই ।
কেনেকুৱা গোটে কাণ খাই ফুৰে
চিনিয়োক মোক আই ॥

কৃষ্ণৰ বচন শুনিয়া যশোদা
ভয় হুয়া ৰহি আছে।
একোকে উত্তৰ দিবাক নপাৰি
হাসি মাতিলন্ত পাছে॥
মিছাসে বুলিয়া মুখে স্তন দিলা
কৃষ্ণক সারটি ধৰি।
শ্ৰীধৰ কন্দলি কহে কৃষ্ণ-কেলি
ডাকি বোলা হৰি হৰি॥

## ঘুনুচা কীৰ্ত্তনৰপৰা

(পদ)

এহিমতে জগন্নাথ নিজ দোল ছাৰি।
কৌতূহলে চলি যান্ত ঘুনুচাৰ বাৰী॥
গোপগণে শকট আজুৰি নেয় বলে।
কীৰ্ত্তন কৰিয়া যায় পৰিচাসকলে॥
উৎসর কৰিযা যায় প্ৰজা নিৰন্তৰ।
আত অনন্তৰে প্ৰভু জগত ঈশ্বৰ॥
বেলা ভৈল প্ৰহৰেক দেখি দেৱ হৰি।
লাগি গৈল ক্ষুধা তনু কাম্পে তৰতৰি॥
ৰহিল শকটখান আগক নচলে।
শৰীৰৰ বল দিয়া আজোৰে গুৱালে॥
হেন দেখি জিজ্ঞাসিলা পৰিচাসকল।
জানিলেক ফলাহাৰ বেলা আসি ভৈল॥
অনন্তৰে দধি মধু ঘনক্ষীৰ ঘৃত।
দিব্য দ্ৰব্য চিনি চিৰা গুৰ পঞ্চামৃত॥

আনো নানা ভোগ্যবস্তু আন উপহাৰ।
আনন্দে কৃষ্ণক কৰাইলেক ফলাহাৰ॥
সুৱৰ্ণ ভৃঙ্গাৰ দিয়া মুখ পখালিলা।
কৰ্পূৰ তাম্বুল আনি মুখশুদ্ধি দিলা॥
ফলাহাৰ কৰি তুষ্ট ভৈলা দেৱ হৰি।
চলিল শকটখান পুনু শীঘ্ৰ কৰি॥
লৰৰা লৰৰি কৰি চলৈ প্ৰজাগণ।
পৰম উৎসৱে কৰৈ কৃষ্ণৰ কীৰ্ত্তন॥
এহিমতে চলি যান্ত জগত ঈশ্বৰ।
দিবা অৱসানে পাইলা ঘুনুচাৰ ঘৰ॥
যদ্যপি ঘুনুচাবাৰী দণ্ড দুইৰ পথ।
তথাপি দিনেকে তাত গৈলা জগন্নাথ॥
ইন্দ্ৰদ্যুম্ন ৰাজা পূৰ্ব্বে মহা স্নেহ কৰি।
কৃষ্ণক দৌলত নিয়া থাপিলা সাদৰি॥
ঘুঞ্চা নামে জীউখানি সৰ্ব্ব সৌভাগিনী।
কৃষ্ণত দিলন্ত বিহা বিধিৱতে আনি॥
সৰ্ব্ব সুলক্ষণী কন্যা গুণৰ চাতুৰী।
সাক্ষাতে ভৈলন্ত যেন লক্ষ্মী অৱতৰী॥
কৃষ্ণৰ পৰম প্ৰিয়া ঘুনুচা সুন্দৰী।
তাহাৰ নগৰ ৰঙ্গে পাইলা দেৱ হৰি॥
আগবাঢ়ি কৃষ্ণক আনিয়ো এহি ঠাৱ।
শুনিয়া পৰিচাগণে কৰন্ত উৎসৱ॥
নানা বস্তু লৈয়া আইলা যত নাৰী-নৰ।
বান্ধৱক আগবাঢ়ি চলিলা সত্বৰ॥
কেহো শুক্ল চামৰক লৈয়া শ্বেতছত্ৰ।
পৰম উৎসৱে চলৈ লৈয়া দিব্য বস্ত্ৰ॥

কেহো দধি ঘৃত মধু পঞ্চামৃত লৈয়া।
চলি গৈলা নৰ-নাৰী উৎসৱ কৰিয়া॥
হস্তী ঘোৰা শকট চলিলা বহুতৰ।
বাঘ ঘোঙ উট খৰ পশু নিৰন্তৰ॥
আনো যত প্ৰাণী আছে ঘুনুচা নগৰ।
ধীৰ সাধু যোগী ভিক্ষু প্ৰাণী নিৰন্তৰ॥
এহিমতে নানা লোক কৰি মহাৰঙ্গে।
বৃত্তি অনুৰূপে লোক চলি গৈলা সঙ্গে॥
অনন্তৰে দিব্যনাৰী যুৱতী নিশেষ।
অলঙ্কাৰ ভূষণে ভূষিত কৰি দেহ॥
লৈয়া ফল ডালি ঘট কৰি সুমঙ্গল।
কৃষ্ণক বঢ়াইবে আগ চলিলা সকল॥
ৰাজপথগোট লিপি সুগন্ধ চন্দনে।
পত্থলিত ফুল আনি ৰুইলা ৰঙ্গ মনে॥
দূৰ্ব্বাক্ষত সিঞ্চি পূৰ্ণঘটক স্থাপিলা।
উপৰত আমডালি পুষ্প শাৰী দিলা॥
এহিমতে আনো নানা কৰি সুমঙ্গল।
আগবাঢ়িবাক প্ৰজা চলিলা সকল॥
পৰম উৎসৱ কৰি হৰিগুণ গাই।
কৃষ্ণৰ কটকসব ভৈলা এক ঠাই॥
অনন্তৰে প্ৰজাগণ হুয়া এক থান।
উৎসৱে কৰিবে লৈলা কৃষ্ণৰ কীৰ্ত্তন॥
বাৱৈ ঢাকঢোল ভেৰি মৃদঙ্গ অপাৰ।
তাল কৰতাল শঙ্খ বিনাৱৈ নিশাৰ॥
খোল ৰুদ্ৰ বীণা কাস বাৱৈ স্বৰ তুলি।
উৎসৱ কৰিয়া বাৱৈ জয় কৃষ্ণ বুলি॥

জুমা জুমি কৰি গাবৈ কৃষ্ণৰ কীৰ্ত্তন ।
উৰুলি জোকাৰ ৰঙ্গে দেয় ঘনে ঘন ॥
ভকতিৰ প্ৰেমভাৰে কেহো নৃত্য কৰৈ ।
চাপৰি চাপৰি কতো জুপি জুপি ফুৰৈ ॥
লৰৰা লৰৰি কৰি হোৰৈ আগ পাচ ।
উৎস্থকে কীৰ্ত্তন কৰি ধৰি নানা কাচ ॥
কেহো ধূপ দীপক জ্বালিয়া হাতে লয় ।
ডেৱ পাৰি পাৰি ৰঙ্গে কীৰ্ত্তন কৰয় ॥
সিৰৈঞ্চ কেহো ফাল্গু গুণ্ডি দূৰ্ব্বাক্ষত মাথে ।
কীৰ্ত্তন কৰিয়া নাচৈ ওপৰক হাতে ॥
এহি মতে প্ৰজাগণ হুয়া ৰঙ্গমন ।
উৎসৱ কৰিয়া কৰৈ কৃষ্ণৰ কীৰ্ত্তন ॥
যতী ব্ৰতী যোগী ভিক্ষু আনো যত প্ৰাণী ।
কৃষ্ণ-গুণ বিনে কাৰো নাহি আন বাণী ॥
পৰম উৎসৱে কৰে কৃষ্ণৰ কীৰ্ত্তন ।
কীৰ্ত্তনৰ ধ্বনি পাইলে ইন্দ্ৰৰ ভুৱন ॥
কি কহিবো যাদৱৰ যাত্ৰাৰ উৎসৱ ।
নাহি হুপজিবে হেন যাত্ৰাৰ উৎসৱ ॥
অনন্তৰে পৰিচায়ে কৃষ্ণত জনাইলা ।
আগ বাঢ়িবাক ঘুন্থুচাৰ পাগুা আইলা ॥
শুনি আতি মন ৰঙ্গ ভৈলা দেৱহৰি ।
চলিল শকটখান ঠক ঠক কৰি ॥
চলি যান্ত জগন্নাথ হৰষিত মন ।
উৎসৱে চলন্ত প্ৰজা কৰিয়া কীৰ্ত্তন ॥
এহি মতে ৰঙ্গে ঢঙ্গে প্ৰভু নাৰায়ণ ।
ঘুন্থুচাৰ দোল গৈয়া পাইলা তাৱক্ষণ ॥

যত প্ৰজা গৈয়া পাচে কৃষ্ণৰ লগত ।
সবাক নিয়মি প্ৰভু থৈলা নগৰত ॥
পৰিচাসবক ৰঙ্গে লৈয়া অনন্তৰে ।
পশিলন্ত জগন্নাথ দৌলৰ ভিতৰে ॥
পাচে ঘুনুচাৰ পাণ্ডা পৰিচাসকলে ।
কৃষ্ণক কৰিলা পূজা আতি কৌতূহলে ॥
ধূপ দীপ নৈবেদ্য সম্ভাৰ বহুতৰ ।
ভোজনৰ বস্তু দিলা নানা ৰুচিকৰ ॥
অনন্তৰে কৃষ্ণক পঁচিশ ভোগ্য দিলা ।
দধি মধু পিঠা পৰমান্ন বিভঞ্জিলা ॥
ভোজনৰ অন্তে শয্যা দিলন্ত বিছাই ।
আনন্দে থাকিলা প্ৰভু ঘুনুচাৰ ঠাই ॥
পৰিচাৰ পাণ্ডা মানে গৈলা ঘৰে ঘৰে ।
থাকিলন্ত জগন্নাথ দৌলৰ ভিতৰে ॥
ঘুনুচাৰ সঙ্গে ৰঙ্গে প্ৰভু দেৱহৰি ।
থাকিল অনঙ্গ ৰসে কৌতুকে মুৰাৰি ॥
এহিমতে মহা ৰঙ্গে প্ৰভু দেৱহৰি ।
সাতদিন বঞ্চিলন্ত ঘুনুচাৰ বাৰী ॥
শুনিয়োক সাৱধান হুয়া সৰ্ব্বজন ।
মহা মহোৎসৱ কৃষ্ণ-যাত্ৰাৰ কীৰ্ত্তন ॥
জগন্নাথ পুৰাণৰ ইটো কথা কথা সাৰ ।
পদবন্ধে নিবন্ধিলোঁ কৰিয়া প্ৰচাৰ ॥
কৃষ্ণেসে পৰম বন্ধু জানিবা সতত ।
কৃষ্ণৰ চৰণ-পদ্ম চিন্তিয়ো মনত ॥
তেৱেসে তৰিবা সুখে সংসাৰ সাগৰে ।
কলিযুগে নাহি গতি কীৰ্ত্তনত পৰে ॥
শ্ৰীধৰ কন্দলি কহে এহি মূল কাম ।
পাতক ছাৰোক ডাকি বোলা ৰাম ৰাম ।

---

## দুৰ্গাবৰ কায়স্থ ( ষোড়শ শতিকা )

### মনসাকাব্যৰপৰা

সৰপে বোলে এ সুন্দৰ লখীন্দাৰ
কেনমতে কায়াল কৰিবো কালদাঁড় ॥
শিয়ৰে বসিয়া নেহালয় অজাগৰ ।
ষোলকলা সুন্দৰ যে লখাই কুমাৰ ॥
শিৰত দাকিবো শিৰ সুন্দৰ বৰ্ত্তুল ।
কেশ-কান্তি চামৰে নহয় সমতুল ॥
কপালত দাকিবোহো চন্দ্ৰ যেন জ্বলে ।
কৰ্ণত দাকিবো কৰ্ণে কুণ্ডল হিল্লোলে ॥
মুখত দাকিবো মুখ পূৰ্ণিমাৰ জ্যোতি ।
নাকত দাকিবো নাকে নাহি একো খতি ॥
অধৰে দাকিবো যেন পাৰলি-মুকুল ।
দন্তত দাকিবো বীজ-পংক্তি বিৰচিল ॥
নয়নে দাকিবো যেন স্বৰ্গে জ্বলে তাৰা ।
কণ্ঠত দাকিবো কণ্ঠে মণ্ডিয়াছে হাৰা ॥
বুকুত দাকিবো বুক কান্তি সুৱৰ্ণৰ ।
ভুজত দাকিবো ভুজ মৃণাল পৰ্যন্তৰ ॥
সুবলিত পেট হেন গঢ়িছি কুন্দীয়া ।
হিয়াত কেমনে বিষ দিবোহা ক্ষেপিয়া ॥
কৰত দংশিবো কৰ কিশলয়-পাত ।
কক্কালে দংশিবো যেন ডম্বৰু সাক্ষাত ॥
পিঠিত দংশিবো তোৰ দেখি হয় তুষ্ট ।
কটিত দাকিবো কটি দেখি হৃষ্ট-পুষ্ট ॥

উৰুত দাকিবো উৰু কদলীৰ নয়।
পাৱত দংশিবো পায় পদ্ম প্ৰকাশয়॥
নখত দাকিবো নখ দৰ্পণৰ জোতি।
বত্ৰিশ লক্ষণে একো অঙ্গে নাহি ক্ষতি।
বিনা অপৰাধে দংশিবাক লাগে দায়া।
এহি বুলি নিমাইল প্ৰদীপগোট যায়া॥

---

# পুৰুষোত্তম ঠাকুৰ ( ১৫৬১—১৬১৯ )

## থান বৰ্ণনাৰ গীত

### ৰাগ—হেমন্ত

জয় জয় বটদ্ৰৱা বৈকুণ্ঠ তুলয়।
সেহি স্থানে নিজ গুৰু ভৈলন্ত উদয়॥
সেহি স্থানে নিজ গুৰু পাতিলন্ত হাট।
ৰাম নাম মহাৰত্ন বেসাইলন্ত তাত॥
চাৰিফালে চাৰি হাটী মহাভক্তগণ।
চাৰিও প্ৰসঙ্গ কৰে শ্ৰৱণ কীৰ্ত্তন॥
মধ্যে পদশিলা দক্ষিণে কীৰ্ত্তন ঘৰ।
মণিকুট গৃহ বান্ধি ৰহিলা শঙ্কৰ॥
পশ্চিমে শিলিখা বৃক্ষ হালিয়া আছয়।
তাহাতে আউজি গুৰু পুস্তক লিখয়॥
উত্তৰে আকাশীগঙ্গা ভক্তি সৰোবৰ।
মধ্য ৰাত্ৰি নিৰ্ম্মিলন্ত শ্ৰীমন্ত শঙ্কৰ॥
দক্ষিণে দোলৰ যাত্ৰা নিৰ্ম্মাণ কৰিলা।
সাতো বৈকুণ্ঠৰ পট লিখিয়া দেখাইলা॥
ওহি নিজ গুৰুৰ চৰণে মেৰি আশ।
কহয় পুৰুষোত্তম দাসকো দাস॥

### ন-ঘোষা

শঙ্কৰ স্বৰূপে হৰি
নিজ অংশে অৱতৰি
ভকতি প্ৰদীপ লগাই থৈলা।
মাধৱ স্বৰূপে হৰি
তৈতে তৈল শলা দিয়া
অজ্ঞান আন্ধাৰ দূৰ কৈলা॥

## ৰামচৰণ ঠাকুৰ ( ষোড়শ শতিকা )

## ৰত্নাৱলী গ্ৰন্থপ্ৰাপ্তি

( গুৰুচৰিতৰপৰা )

কণ্ঠভূষণ নামে আছে বিপ্ৰবৰ।
শঙ্কৰৰ লগে বাদ কৰিলা বিস্তৰ॥
বাদত নোৱাৰি বিপ্ৰে দুখ মন কৰি।
কৰিবন্ত বাদ পাচে কাশীধামে পঢ়ি॥
এহি ভাবি বিপ্ৰে কাশী গমন কৰিল।
ব্ৰহ্মানন্দ পণ্ডিতৰ সমীপ চলিল॥
ব্ৰহ্মানন্দে বোলে শুনা কণ্ঠভূষণ।
পঢ়িবাহা ভাগৱত শাস্ত্ৰক গহন॥
পণ্ডিতে পঢ়াই ভাগৱত বিপৰীত।
ব্ৰহ্মাস্তুতি পালে গৈয়া হেন সময়ত॥
নোৱাৰে লগাব দেখি পঢ়াৰ সঙ্গতি।
মাতিলন্ত পদক ভূষণ মহামতি॥
শঙ্কৰে কৰিছে পদ জানিবাহা তাক।
ব্ৰহ্মানন্দে শুনি তাক পালে আনন্দক॥
সুধিলন্ত কোনে পদ কৰিয়া আছয়।
সন্তোষিত ভৈলো পদে দিয়া পৰিচয়॥
কহিলন্ত শুনি কণ্ঠভূষণ বিপ্ৰবৰ।
কৰিছে পদক জানা নামত শঙ্কৰ॥
বটদ্ৰৱা নামে গ্ৰামে জনম তাহাৰ।
একশৰণ ধৰ্ম্ম তেহে কৰিছে প্ৰচাৰ॥
কৰিলোহো তৰ্ক মই তাহাৰ লগত।
নাপাৰি তাহাক মই জিনিতে বাদত॥

শাস্ত্ৰচৰ্চ্চা কৰো বুলি আসিলো এহি ঠাৱ ।
দিয়া শিক্ষা গুৰুদেৱ সেৱো তযু পাৱ ॥
ভূষণ দ্বিজৰ কথা পণ্ডিতে শুনিয়া ।
অতি হৰ্ষমনে বোলে গুৰুক স্মৰিয়া ॥
বিষ্ণুপুৰী গুৰুৰ ৰত্নাৱলী আনি ।
ব্ৰহ্মানন্দে মেলি দেখে সত্য গুৰুবাণী ॥
আছিলন্ত বিষ্ণুপুৰী সন্ন্যাসী মহন্ত ।
ভাগৱত ভক্তি শ্লোক আনি লিখিলন্ত ॥
ৰত্নাৱলী নাম দিয়া ভাগৱত সাৰ ।
ৰাখিলন্ত শ্লোক লিখি উপৰে তাহাৰ ॥
বকাৰ আদি নামগ্ৰাম শকাৰ নাম ধৰি ।
কায়স্থ কুলত জন্মিবন্ত শ্ৰীহৰি ॥
সিকালত ৰত্নাৱলী আপুনি উলটিবা ।
আমাৰ কথাৰ তুমি প্ৰমাণ বুজিবা ॥
আসিব পণ্ডিত এক পূৰ্ব্বদেশ হন্তে ।
ই শাস্ত্ৰক দিবা তুমি পণ্ডিতৰ হাতে ॥
আসিলাহা তুমি জানা সাধুৰ বাক্যত ।
শাস্ত্ৰ লৈয়া শীঘ্ৰে দিয়া শঙ্কৰ হাতত ॥
এহিক্ষণে চাৱা তুমি উপৰত আছে ।
যি কথা কহিছে গুৰু সম্পূৰ্ণে মিলিছে ॥
এতেকতে বাপু তুমি থাকিবে নালাগে ।
পুথি মাথে কৰি নিয়া শঙ্কৰৰ আগে ॥
মোহোৰ প্ৰাৰ্থনা আৰু শ্ৰীগুৰুৰ কথা ।
সমস্তকে কহা তুমি নকৰা অন্যথা ॥
এহি বুলি দুটি শ্লোক নিজেও লিখিলা ।
পুথি সঙ্গে লগ কৰি ভূষণক দিলা ॥

কণ্ঠভূষণেও পাচে আথ বেথ কৰি।
পেৰা তুলি ললে যত্নে মূৰৰ উপৰি॥
ক্ৰমে খোজ কাঢ়ি পাটবাউসীক পাইলা।
সেৱা কৰি পুথি শ্লোক শঙ্কৰক দিলা॥

## গীত

( কংসবধৰপৰা )

ৰাগ গৌৰী

মাই মাই গোৱিন্দ বিনে
কিমতে ৰহবো হামি।
তেজিয়া গোকুল চলে মধুপুৰ
হামাৰি মাধৱ স্বামী॥
গোকুলৰ মাঝে অক্ৰূৰ নামে
আসি ভৈলা ধূম্ৰকেতু।
প্ৰাণেৰ বল্লভ বান্ধৱ শ্ৰীকৃষ্ণ
হৰাইল তাহান হেতু॥
বিধি ভৈলা বাম মাধৱৰ নাম
বান্ধৱে ভৈলো বঞ্চিত।
কৃষ্ণৰ বিৰহে জীৱন নাৰহে
মৰণ ভৈল অন্নিত॥
কি কৰব মাই কমন উপায়
গুণি গুণি নাপাঞ মনে।
গোবিন্দ বিনে আন গতি নাই
কহতু ৰামচৰণে॥

# দৈত্যাৰি ঠাকুৰ ( সপ্তদশ শতিকা )

## আত্মপৰিচয়

আছিলন্ত ৰাম- দাস নামে ভক্ত
শঙ্কৰ দেৱৰ ঠাই ।
সমস্তুতে আগে শঙ্কৰ দেৱত
তেহেঁ আছা ভক্তি পাই ॥
মাধব দেৱকো তেহেঁ প্ৰেমে নিলা
শঙ্কৰ দেৱৰ পাশ ।
শঙ্কৰ দেৱেসে দিলন্ত জানিবা
তান নাম ৰামদাস ॥
তাহান তনয় ভৈলা শোভনয়
নামত ৰামচৰণ ।
ৰাম চৰণত ৰমন্ত সতত
ৰামৰ চৰণে মন ॥
মজিল সমূলি ৰাম ৰাম বুলি
সদায় কৰা কীৰ্ত্তন ।
মাধৱ দেৱৰ ভাগিন হোৱন্ত
জানিয়হ সৰ্ব্বজন ॥
তাহান সন্ততি আতি শিশুমতি
দৈত্যাৰি দিল নামত ।
লিখিলোঁ পয়াৰ- বন্ধে দুয়ো মহা-
পুৰুষৰ কথা যত ॥

## শঙ্কৰদেৱৰ উপৰি পুৰুষ

( গুৰু-চৰিতৰপৰা )

লণ্ডাদেৱ নামে একজন আছিলন্ত।
চণ্ডীবৰ নামে তান তনয় ভৈলন্ত॥
চণ্ডীবৰে ৰাজসেৱা বিস্তৰ কৰিল।
দুৰ্ল্লভনাৰায়ণে দেৱীদাস নাম দিল॥
দেৱীদাসে বসাইলন্ত টেম্বুৱানী বন্ধে।
বৰদোৱা নামে গ্ৰাম পৰম প্ৰৱন্ধে॥
কৰা সেৱা দুৰ্ল্লভনাৰায়ণ নৃপতিৰ।
দাতা ভোক্তা জ্ঞাতা ধীৰ গহীন গম্ভীৰ॥
হেনয় পণ্ডিত দেৱীদাস আছিলন্ত।
ৰাজধৰ নামে তান তনয় ভৈলন্ত॥
জ্ঞানী মানী গুণৱন্ত শান্ত শোভনয়।
ভৈল তিনিজন জানা তাহান তনয়॥
সূৰ্য্যবৰ জয়ন্ত মাধৱ দলৈ নাম।
তিনিও পণ্ডিত গুণৱন্ত অনুপাম॥
ৰাম ৰায়ৰ কথা যত কহিবো পাছত।
সূৰ্য্যবৰ পুত্ৰ ভৈলা-কুসুম নামত॥
সন্তজন ৰঞ্জন ভঞ্জন দুষ্টজন।
গৌৰবৰ্ণ শৰীৰ পৰম সুশোভন॥
তান গুণ গণি কিবা কহিবো সাক্ষাত।
শঙ্কৰ স্বৰূপে কৃষ্ণ অৱতাৰ যাত॥
শুভক্ষণ শুভলগ্ন নক্ষত্ৰ মিলিল।
সেহিবেলা কুসুমৰ পুত্ৰ উপজিল॥
শঙ্কৰৰ বৰত পুত্ৰক লভিলন্ত।
এতেকে শঙ্কৰবৰ নামক থৈলন্ত॥

## ৰামানন্দ দ্বিজ ( সপ্তদশ শতিকা )

### গীত

মাধৱ হে মানিনী-মদন-বিলাপং ।
যামিনী জনয় অতি তাপং ॥
পদ—মৃগ-মদ সৌৰভ মলয়া-চন্দন
ৰঞ্জিত মল্লিক-তল্পং ।
খনো উপবসতি পথি পুনু গচ্ছতি
ক্ষণমপি যুগ-শত কল্পং ॥
তৱ কৰ-কমল পৰশ-সুখ-সম্ভোগ
চিন্তন্তি মনে অনুবাৰং ।
লিখতি চ নখভূমি বিলাপত ৰোদতি
তেজতি গজমতি-হাৰং ॥
যুৱতী-জনন্তৰ মানসি মুৰাক
পততি চ মদন-আপাৰং ।
ৰামানন্দ কহ আনন্দ পঙ্কজ
দৰশিয়ে তাহে নিৰাৰং ॥

---

## গোপালচৰণ দ্বিজ ( সপ্তদশ শতিকা )

### শ্ৰীমদ্ভাগৱত ( তৃতীয় স্কন্ধৰপৰা )

### ব্ৰহ্মাৰ ভগৱৎ স্তুতি

বিধি নিগদতি প্ৰভু লক্ষ্মীপতি
ভগৱন্ত কৃপাময় ।
বহুকাল সেৱি আজিসে তোমাক
ভৈলো মই পৰিচয় ॥
হৰি হৰি ইটো সংসাৰৰ লোক
কিনো ভৈলা দুৰাচাৰ ।
হেন বান্ধৱক ঈশ্বৰ কৃষ্ণক
একোজনে নজানয় ॥
এহি মহা দোষে পৰে নৰকত
দুখ পাৱে নানা মত ।
একে তুমি মাত্ৰ ভজিবাৰ ঠাই
যিহেতু সত্য সতত ॥
আন অসত্যত প্ৰয়োজন নাই
কহিলো কৰি নিৰ্ণয় ।
যদি কিছু আছে বিচাৰত পুনু
সিটো সত্য নৱহয় ॥
জানো মায়া গুণে বহুৰূপ ধৰি
তুমিসে কৰা প্ৰকাশ ।
এহিসে নিমিত্তে সি সবাকো দেখি
সত্যৰ কিছু আভাস ॥
হেন যদি বোলা তুমিয়ো নভৈলা
ভালমতে পৰিচয় ।

যিটো দেখিলাহা মোহোৰ ৰূপক
ইটো পুনু গুণময় ॥
নিৰ্গুণ ব্ৰহ্মেসে সত্য কৰি কহে
জগতৰ যত লোক।
ইহাৰ উত্তৰ দেওঁ আৰে মই
প্ৰাণনাথ শুনিয়োক ॥
হে ভগৱন্ত একান্ত ভকত
সমস্তৰে পুৰি মন।
ইটো চিদানন্দ ৰূপক প্ৰকাশ
কৰি আছা নাৰায়ণ ॥
আতপৰে পুনু ব্ৰহ্মৰূপে যিটো
ভিন্ন কৰি নাহিকয়।
এহি দেহ হন্তে আয়াযাত কৰে
নানা অৱতাৰচয় ॥
যাৰ নাভি-পদ্মে ভুৱনে সাম্প্ৰত
মই ভৈলো আসি জাত।
আতি নিৰূপম মহা মনোৰম
ই ৰূপ পাইলো সাক্ষাত ॥
এতেকেসে মই ইহাক আশ্ৰয়
কৰিলোহো কৃপাময়।
অদ্বৈত যি হেতু সি কাৰণে আক
উপাসিবে যোগ্য হয় ॥
শুনা নৰ-নাৰী একচিত্ত কৰি
ভাগৱত অবিশ্ৰাম।
গোপাল চৰণে কহে সৰ্ব্বক্ষণে
ডাকি বোলা ৰাম ৰাম ॥

এহিমতে গদা ধৰি ।
যুজে হিৰণ্যাক্ষ হৰি ॥
দুইৰো জিনিবাক মন ।
প্ৰহৰয় ঘনে ঘন ॥
ভয়ংকৰ গদা ঘায় ।
পৰে সবে নানা ঠায় ॥
সৰ্ব্বাঙ্গে লাগয় চোট ।
তেজ বহে যেন মোট ॥
শোণিতৰ গন্ধ পায় ।
দুইৰো ক্ৰোধ বাঢ়ি যায় ॥
ভ্ৰমে দুয়ো নানা পাক ।
যেন কুমাৰৰ চাক ॥
মৰ্ম্ম স্থান চাই তদা ।
হানে বলে মহা গদা ॥
কণ্ঠ পিঠি পেট কটি ।
পৰে শুনি চট চটি ॥
তেজে দুয়ো প্ৰকাশয় ।
ফুলিছে পলাশচয় ॥
দুয়ো বীৰ আতিশয় ।
পাচ ভৰি নকৰয় ॥
যুদ্ধে শোভা কৰে ভাল ।
যুজে যেন দুই মাল ॥

পৃথিবীৰ অৰ্থে দুই ।
যুদ্ধ কৰে এক হুই ॥
যেন হস্তিনীক প্ৰতি ।
যুজে দুই গজপতি ॥
ভৈল ভয়ংকৰ ৰণ ।
লৰে ভুমি ঘনে ঘন ॥
শৰীৰৰ বাৱ পায় ।
গিৰি বৃক্ষ উৰি যায় ॥
ভগৱন্ত মহেশ্বৰ ।
দৈত্যে তান অনুচৰ ॥
নাহি দুইৰো ভঙ্গ জয় ।
ঘনে গদা প্ৰহাৰয় ॥
দুইকো দুই ধৰে জৰী ।
আটে খঙ্গে মৰমৰি ॥
হাত্তে পায়ে ধৰি চান্দে ।
ধৰি থাকে মাল বান্ধে ॥
আনো নানা বান্ধ ধৰি ।
যুজে দুয়ো খঙ্গ কৰি ॥
জুমুৰি কৃষ্ণৰ পায়ে ।
গোপালচৰণে গায়ে ॥
শুনা সভাসদগণ ।
কৃষ্ণকথা ৰঙ্গমন ॥
বিশ্বাস কৰিয়া মনে ।
চিন্তিয়োক কৃষ্ণধনে ॥
পৰিহৰি আন কাম ।
ঘনে ঘনে বোলা ৰাম ॥

---

## কলাপচন্দ্ৰ দ্বিজ ( সপ্তদশ শতিকা )

### শ্ৰীমদ্ভাগৱত ( চতুৰ্থ স্কন্ধৰপৰা )

### দক্ষৰ পুনৰ্জন্মলাভ

পাচে দক্ষ প্ৰজাপতি হুয়া সাৱহিত।
ঈশ্বৰ কৃষ্ণৰ মূৰ্ত্তি ধৰিলা হৃদিত ॥
যেনমতে চিন্তিলন্ত দেৱ মাধৱক।
দিলা সেহিৰূপে দেখা সাক্ষাতে দক্ষক ॥
শৰীৰৰ কান্তি দশোদিশ প্ৰকাশয়।
একেবাৰে যেন কোটি সূৰ্য্যৰ উদয় ॥
গৰুড় স্কন্ধত প্ৰকাশন্ত নাৰায়ণ।
নিস্তেজ কৰিয়া যত সভাসদগণ ॥
নৱ মেঘ সম শ্যাম শৰীৰ শোভয়।
কটিমাজে সুৱৰ্ণৰ মেখলা জ্বলয় ॥
ৰত্নৰ কিৰীটি মাথে জ্বলে সূৰ্য্য সম।
কপালে অলকা পান্তি শোভে নিৰূপম ॥
প্ৰফুল্ল কমল সম বদন মণ্ডল।
ৰত্নৰ কুণ্ডল দুই শোভে গণ্ডস্থল ॥
ৰত্নৰ মোলান যেন ভূজ অষ্টখান।
তাত অস্ত্ৰচয় প্ৰকাশয় বিদ্যমান ॥
শঙ্খ চক্ৰ গদা পদ্ম আৰো ধনুশৰ।
ৰত্নময় বাৰু খাণ্ডা অসি তীক্ষ্ণতৰ ॥
ভকত ৰক্ষাৰ হেতু সদায়ে নেৰন্ত।
পিন্ধি আছা ৰত্নৰ ভূষণ অপৰ্য্যন্ত ॥
আজানুলম্বিত বনমালা পীতবাস।
হৃদয়ত লক্ষ্মীদেৱী কৰন্ত প্ৰকাশ ॥
দুই পাশে দুই শুক্ল চামৰে বিঞ্চয়।
ৰাজহংস দুই যেন সদায়ে সেৱয় ॥

সুনন্দ নন্দন আদি পাৰিষদচয় ।
সাৰহিত হুয়া চৈধ্যজনে উপাসয় ॥
হেন অদ্ভুত মূৰ্ত্তি দেখি দেৱগণ ।
ব্ৰহ্মা হৰ আদি উঠিলন্ত তেতিক্ষণ ॥
পৰি নমিলন্ত আথেবেথে দণ্ডৱতে ।
বিস্ময়ে থাকিল বাক্য নাসয় মুখতে ॥
ভৈলন্ত নিস্তেজ সবে গুচিল প্ৰকাশ ।
আদিত্য উদয়ে যেন নক্ষত্ৰ আভাস ॥
পাসৰিল অচ্চিবাক বিষয়ৰ ক্ৰম ।
সমস্তবে আপোনাৰে ভৈলন্ত সম্ভ্ৰম ॥
কৃতাঞ্জলি হুয়া পাচে সবায়ো ৰহিলা ।
মতি অনুসাৰে সবে স্তুতি আৰম্ভিলা ॥
দক্ষ প্ৰজাপতি ব্ৰহ্মা হৰ পুৰন্দৰ ।
গাৰে গাৰে দেৱে স্তুতি কৰিলা বিস্তৰ ॥
সিদ্ধ মুনি বিদ্যাধৰ কিন্নৰ যতেক ।
তাৰাসবো স্তুতি নতি কৰিলা প্ৰত্যেক ॥
কৃষ্ণ দৰশনে আনন্দৰ সীমা নাই ।
প্ৰেম-সমুদ্ৰত মজি থাকিলন্ত চাই ॥
শুনা সভাসদ পদ মহাভাগৱত ।
নাহিকে উপায় ইটো ঘোৰ সংসাৰত ॥
কালগ্ৰাহে গ্ৰাসে নাহি চেতন গাৱত ।
পাচেসে গুণয় নষ্ট ভৈলো অন্যায়ত ॥
হেন জানি কৃষ্ণকথা কৰিয়া কীৰ্ত্তন ।
হৰি গুণ গান কৰা সততে শ্ৰৱণ ॥
বদতি কলাপচন্দ্ৰ কৃষ্ণৰ কিঙ্কৰ ।
পাতেক ছাৰোক ডাকি বোলা হৰিহৰ ॥

শ্ৰীমদ্ভাগৱত ( চতুৰ্থ স্কন্ধৰপৰা )

**ঝুমুৰী**

শঙ্কৰৰ আজ্ঞা শুনি।
বীৰভদ্ৰ মহামানী॥
প্ৰদক্ষিল জানু শিৰে।
নমিলন্ত মহাবীৰে॥
স্বৰ্গ মৰ্ত্ত্য পাতালক।
একেশ্বৰে জিনিবাক॥
পাৰো হেন মানিলন্ত।
উলসিয়া চলিলন্ত॥
শঙ্কৰৰ পাৰিষদ।
নন্দীশ্বৰ আদি যত॥
তান লগে সাজ ভৈলা।
মহাটোপে চলি গৈলা॥
বেঢ়ি আটাসেক দিলা।
দশোদিশ প্ৰবেশিলা॥
প্ৰজাৰ হিসনিচয়।
শুনি সৰ্ব্বলোক ভয়॥
হাতে শূল ধৰিলন্ত।
অন্তকৰো যেন অন্ত॥
উপমাক সমসৰ।
নাহি আন পটন্তৰ॥
বীৰভদ্ৰে এহিমতে।
চলি যায় মহানন্দে॥

উঠিল মহন্ত ৰোল ।
পাইলা যাই স্বৰ্গকোল ॥
শুনা সভাসদ জন ।
বেঢ়ি বোলা জনাৰ্দ্দন ॥
তেৱেঁসে এৰাইবা দুখ ।
পাইবা পৰলোক সুখ ॥
জয় নমো নাৰায়ণ ।
দ্বিতীয় মাৰ্ত্তণ্ড যেন ॥
কন্দৰ্প লাৱণ্য বেশ ।
নাহি যাত ছিদ্ৰ লেশ ॥
যাক নানা শাস্ত্ৰচয় ।
মূৰ্ত্তি ধৰি উপাসয় ॥
বেদ বেদান্তৰো তত্ত্ব ।
যাত সদা অনুগত ॥
বিক্ৰমে কেশৰী সম ।
বিপক্ষৰ যেন যম ॥
যাৰ যশ অহর্নিশে ।
প্ৰকাশয় দশোদিশে ॥
মহন্তে কৰ্ণৰ দ্বাৰে ।
সদা ৰঙ্গে পান কৰে ॥
বিপক্ষৰ মনে নাটে ।
শুনি দুই কৰ্ণ ফাটে ॥
সিটো ৰাজ ৰাজেশ্বৰ ।
দুৰ্জ্জনৰ দণ্ডধৰ ॥
নিৰন্তৰ ব্ৰহ্মজ্ঞানী ।
নৃপতিৰ চূড়ামণি ॥

বিপক্ষক জিনন্তোক।
সুখে ৰাজ্য কৰন্তোক॥
তান প্ৰসাদত মই।
ৰচিলো পয়াৰচয়॥
জানে তাৰ অভিপ্ৰায়।
মহন্তেসে সমুদায়॥
বদতি কলাপচন্দ্ৰ।
বোলা ৰাম ৰাম মন্ত্ৰ॥

---

অনিৰুদ্ধদেৱৰ ( সপ্তদশ শতিকা )

# শ্ৰীমদ্ভাগৱত ( পঞ্চম স্কন্ধৰপৰা )

## প্ৰিয়ব্ৰতৰ ৰাজ্যপালন আৰু জ্ঞাননিষ্ঠা

জয় জয় কৃষ্ণ নিত্য নিৰঞ্জন।
জীৱৰ জীৱন নমো দৈৱকীনন্দন॥
ত্ৰিদশ বন্দন নমো নমো জনাৰ্দ্দন।
অসুৰমৰ্দ্দন নমো শ্ৰীবৎসলাঞ্ছন।
দনুজ দমন নমো কংস বিনাশন।
চানুৰ নাশন নমো দৈৱকীনন্দন॥
জগত তাৰণ নমো শিৱ সনাতন।
কমললোচন নমো পাপ বিমোচন॥
মোৰ মহাগুৰু প্ৰভু তুমি হৃষীকেশ।
হৃদয়ত থাকি মোক দিয়ো উপদেশ॥
বিৰচিবো পঞ্চম স্কন্ধৰ কথা সাৰ।
হৌক পদ তব পদপ্ৰসাদে প্ৰচাৰ॥
শুনা সভাসদ ইটো কথা মনোহৰ।
অমৃতোধিক লীলা-চৰিত্ৰ কৃষ্ণৰ॥
শ্ৰৱণ অঞ্জলি ভৰি কৰা নিতে পান।
লভিবা ভকতি পাইবা বস্তুৰ প্ৰমাণ॥
মোৰ পদ বুলি নকৰিবা অনাদৰ।
অদ্ভুত মহিমা শুনা কৃষ্ণচৰিতৰ॥
পৰম অন্ত্যজে গাৱে গুণ নাম যত।
তাক শুনি হোৱে নৰ পৰম পৱিত্ৰ॥
পৰম নিৰ্গুণ বিধি নিষেধৰ হিত।
নবাছয় জাতি অজাতিত কদাচিত॥

ইদেশত পূৰ্ব্বে হেন নাছিল ভকতি ।
নানা হিংসা কৰি লোক যায় অধোগতি ॥
পাচে দৈৱগতি আসি কৃষ্ণৰ কৃপাত ।
নামত শঙ্কৰদেৱ জন্মিলা সাক্ষাত ॥
অল্প বয়সতে জগন্নাথ ক্ষেত্রে গৈলা ।
বহুদিন তৈতে হৰিচৰণ সেৱিলা ॥
জন্মতে পাইলন্ত জ্ঞান ভকতি বিশেষ ।
আজ্ঞা পায়া পাচে আসিলন্ত নিজ দেশ ॥
নানা দেশ হন্তে সবে পণ্ডিত আসিলা ।
ভাগৱত দুগ্ধময় সাগৰ মন্থিলা ॥
অমৃতৰ ভাণ্ড ভক্তি উদ্ধাৰিয়া আনি ।
পিয়াইলা লোকক সবে স্নেহত আপুনি ॥
আছিল মাধৱদেৱ তান মুখ্য শিষ্য ।
পৰম বৈষ্ণৱ সদা পণ্ডিত বিশিষ্ট ॥
নকৰিলা বিহা কৰি ইন্দ্রিয় নিগ্রহ ।
সম্বন্ধত আমাৰ কনিষ্ঠ পিতামহ ॥
তান অনুসঙ্গে মোৰ দ্রৱিল হৃদয় ।
কৃষ্ণৰ চৰণে মই গৈলোহো বিক্রয় ॥
চোৰাতত লাগে যেন মলয়াৰ বায় ।
চন্দনেসে হৱে কিন্তু কণ্ডুৱাৱে গাৱ ॥
সেহিমতে ভক্তসঙ্গে হৰিক ভজিলো ।
বিষয় বিৰত থাকি সেৱা নকৰিলো ॥
হে কৃষ্ণ প্রভু মোক কৰিয়ো উদ্ধাৰ ।
সেৱাচোৰা মোক দায়া কৰা একবাৰ ॥
সুখে দুখে মুখে মোৰ নাম নছাৰোক ।
ভনে অনিৰুদ্ধে সবে ৰাম বুলিয়োক ॥

ই কথা থাকোক আৰে শুনিয়ো প্ৰস্তুত।
পঞ্চম স্কন্ধৰ ইটো কথা অদভুত॥
যাহাক শুনিলে হৰে কৃষ্ণত ভকতি।
দেহা অৱসানে হৰে বৈকুণ্ঠত স্থিতি॥
ই শাস্ত্ৰত কহে এক দৈৱকীনন্দন।
এক ধৰ্ম্ম কহে তান শ্ৰৱণ কীৰ্ত্তন॥
তাহান সেৱাক এক ধৰ্ম্মক বোলয়।
মহন্তৰ সঙ্গ এক পুৰুষাৰ্থ কয়॥
আন যত দেখা শুনা সবে মায়াময়।
কৃষ্ণেসে পৰম বস্তু জানিবা নিশ্চয়॥
হেন জানি কৃষ্ণৰ চৰণে দিয়ো চিত্ত।
নাহি আন ধৰ্ম্ম জানা দুৰ্ঘোৰ কলিত॥

## শ্ৰীমদ্ভাগৱত

(পঞ্চম স্কন্ধৰপৰা)

পূৰ্ব্বচিত্তি নামে অপেশ্বৰা একজনী।
পৰম সুন্দৰী দেৱী চন্দ্ৰমা বদনী॥
ব্ৰহ্মাৰ আগত গীত গাৱে বৰবালা।
সেহিবেলা ব্ৰহ্মাদেৱে আদেশ কৰিলা॥
চলিয়োক পূৰ্ব্বচিত্তি আমাৰ বচনে।
আগ্ৰীধ্ৰৰ ভাৰ্য্যা হুয়া থাকা ৰঙ্গমনে॥
আজ্ঞা শিৰে ধৰি চলি গৈলা অপেশ্বৰী।
গন্ধমাদনক পাইলা লাস বেশ কৰি॥
আছন্ত আগ্ৰীধ্ৰ যৈত তপস্যাক মনে।
পশিলন্ত অপেশ্বৰী সেহি পুষ্পবনে॥

মিলিল বসন্ত তাত কুসুমিত বন।
অশোক চম্পক গুটিমালী বিত্তোপন॥
সেউতী মালতী যূতি শেৱালি নেৱালি।
বকুল বন্দুলী মালী পলাশ পাৰলী॥
কেতেকী তগৰ নামে কেশৰ মধাই।
কৰবীৰ বকুল ফুলি আছে ঠাই ঠাই॥
জবা মন্দাৰ বাগী ৰঙ্গেল ঘেৱালী।
আনো অসংখ্যাত ফুল আছে ফুলি ফুলি॥
মধুলোভে ভ্ৰমৰ কৰয় কোলাহল।
ফলৱন্ত বৃক্ষ তাতে আছে ভাল ভাল॥
লহনা লহন কৰি ফল আছে লাগি।
ফলৰ ভৰত যেন ডাল পৰে ভাগি॥
ধীৰে ধীৰে দক্ষিণে মলয়া বহে বাৱ।
কোকিলে তেজয় তাতে সুললিত ৰাৱ॥
মত্ত ক্ৰৌঞ্চ ময়ুৰৰ নাদ মনোহৰ।
তাৰ প্ৰতিধ্বনি সবে পূৰিল গহ্বৰ॥
তাতে শুনি জলেশ্বৰ পক্ষীৰ আৰাৱ।
কোঢ়া বক কঙ্ক নানা পক্ষী ঠাৱে ঠাৱ॥
মহা সৰোবৰসব আছে থানে থান।
দেৱনাৰীগণে যাত সদা কৰে স্নান॥
ফুলি ফুলি আছে যত উৎপল কমল।
ৰাজহংস চক্ৰবাক ৰঞ্জিত সকল॥
মৃণাল ভুঞ্জিয়া ৰাৱ কৰে নানা মত।
যেন বিষ্ণুভক্তজনে সন্তৰ সঙ্গত॥
তৰত উঠিয়া কতো গাৱ কুৰালয়।
পিঠিত লুকায়া ঠোট কতো নিদ্ৰা যায়॥

হেন উপবনে প্ৰৱেশিলা বৰবালা।
আকাশে উদিত যেন ভৈল চন্দ্ৰকলা॥
কুসুমৰ গন্ধে যেন চলিল ভ্ৰমৰী।
ৰূপে ত্ৰিভুৱন মোহে পৰমা সুন্দৰী॥
কৰযোৰে বোলো আৰে শুনা সভাসদ।
মহামুৰ্খ হুয়া কৰো ভাগৱত পদ॥
সাগৰক জোখে যেন বাৰি ধৰি কৰে।
বালকে চন্দ্ৰক যেন হাত মেলি ধৰে॥
গৰুড়ক দেখি আন পক্ষী উৰা মাৰে।
আমাকো পাইলেক এহি তিনি পটন্তৰে॥
পৰম গহন ইটো ভাগৱত শাস্ত্ৰ।
অৰ্থৰ নাপাওঁ স্থিৰ পদ কৰো মাত্ৰ॥
ভাগৱত চন্দ্ৰ যেন যৈত প্ৰকাশয়।
মই অল্পমতি কৈৰ মুঢ় অতিশয়॥
ব্ৰাহ্মণৰ মুখে যেন কথা আছো শুনি।
সেহিমতে পদচয় কৰিলো আপুনি॥
পুৰ্ব্বত কহিলো পদ যতেক মহন্তে।
যাৰ কীৰ্ত্তি প্ৰচাৰিল সাগৰ পৰ্য্যন্তে॥
তাহাক শুনিয়া আতি উত্ৰাৱল মনে।
কৰিলোহো পদচয় পৰম যতনে॥
মোৰ বাক্য বুলি আক হেলা নকৰিবা।
কৃষ্ণৰেসে কথা আক মনত মানিবা॥
গঙ্গাজল পিয়ে বৃষ্টি জল মিহলাই।
তাৰ পানে জানা বহুতৰ পুণ্য পায়॥
হে কৃষ্ণ প্ৰভু মই কৰো নমস্কাৰ।
অনাথৰ নাথ মোক কৰিয়ো উদ্ধাৰ॥

নিজ কৰ্ম্মফলে যৈতে তৈতে জন্ম হৌক
তোমাৰ ভক্তৰ সঙ্গ সদা নছাৰোক ॥
তব পদকমলত সদা হৌক ৰতি।
দিয়োক প্রসাদ মোক হেন যতুপতি ॥
গৈলোহো বিক্রয় মই তোমাৰ চৰণে।
বোলা ৰাম ৰাম যত সভাসদজনে ॥

## তুলড়ী

লাস বেশ কৰি চলে অপেস্বৰী
মদন মোহন বেশ।
পীন ঘনস্তনী উৰু নিতম্বিনী
আতি ক্ষীণ মধ্যদেহ ॥
কমল নয়নী চন্দ্রমা বদনী
দশন মুকুতা পান্তি।
নাসা তিলফুল অধৰ ৰাতুল
ভ্রুৱ যুগে কৰে কান্তি ॥
অমৃত বচনে কটাক্ষ নয়নে
মুনিৰো মনক হৰে।
মুখ পঙ্কজৰ গন্ধত ভ্রমৰ
চৌপাশে বেঢ়ি গুঞ্জৰে ॥
তুলি ছুই কৰ খেদাৱে ভ্রমৰ
কতো চৰে দ্রুতগতি।
নিতম্বৰ ভৰে চলিতে নপাৰে
কতো তন্তি থাকে আতি ॥

পিন্ধি নেত শাৰী খেলে ভণ্টা খেড়ি
বেগত ভৈলন্ত ত্রাস।
বায়ুৰ বেগত উৰুৱাইল বস্ত্র
শৰীৰ ভৈল উদাস॥
দুই হাতে দুয়ো কুচক ঢাকিলা
খসিল কৱৰী ভাৰ।
কম্পে সৰ্ব্বগাৱ বাতুল স্বভাৱ
দেখিয়া ৰাজকুমাৰ॥

---

## গোবিন্দ মিশ্ৰ ( সপ্তদশ শতিকা )

### গীতা

কৃষ্ণক সম্বোধি বাক্য বুলিলা অৰ্জ্জুন।
আগ বঢ়ায়োক ৰথ দেখো বীৰগণ॥
বেহুৰ মধ্যত কোন আছে কোন ভাগে।
কাৰ অনুক্ৰমে যুদ্ধ কৰিবাক লাগে॥
কৃষ্ণে বুজিলন্ত অৰ্জ্জুনৰ অভিমত।
উভয় সেনাৰ মধ্যে ৰাখিলন্ত ৰথ॥
ধনু ধৰি পাৰ্থে টানি কৰিলা টঙ্কাৰ।
দুই শৰে গুৰুক যে কৈলা নমস্কাৰ॥
গুৰুৰ চৰণ কাষে পৰি গৈলা শৰ।
দ্ৰোণে বোলে অৰ্জ্জুন বিজয় হৌক তোৰ॥
বেহুমধ্যে অৰ্জ্জুন দেখন্ত গৈয়া পাছে।
যতেক বান্ধৱ বন্ধু যুদ্ধে আসি আছে॥
কৃপ অশ্বত্থামা আৰু ভীষ্ম গুৰু দ্ৰোণ।
কৰ্ণ আদি শত ভাই ৰাজা দুৰ্য্যোধন॥
ভ্ৰাতৃ পুত্ৰ নাতি খুড়া শ্যালক মাতুল।
শ্বশুৰ ভাগিন সখি আপোনাৰ কুল॥
প্ৰাণক উচৰ্গা কৰি সবে আইলা ৰণে।
তাক দেখি শোকাকুল ভৈলন্ত অৰ্জ্জুনে॥
অৰ্জ্জুনে বোলন্ত কৃষ্ণ শুনা কৃপাময়।
বন্ধুগণ দেখি শোকে দহয় হৃদয়॥
সকল শৰীৰ কম্পি লোম শিহৰিল।
হস্তৰ গাণ্ডীৱ ধনু খসিয়া পৰিল॥

নোৱাৰোঁ ধৰিতে ধনু স্থিৰ নোহে মন।
তালু ওষ্ঠ শুকাইল নসৰে বচন॥
মনত উৎসাহ নাই বিমঙ্গল দেখি।
এত বৰ পাপক কি কাৰ্য্যে কৰোঁ সখি॥
সূৰ্য্যক সন্মুখে শৃগালেও ডাকে পুন।
উভয় সেনাৰ মধ্যে ভ্ৰময় শগুণ॥
বিমঙ্গল দেখি মোৰ মনত সংশয়।
বন্ধু বধ কৰি মোৰ কিবা ফল হয়॥
যদিবা লভোহো ৰাজ্য দিবো দুৰ্য্যোধনে।
প্ৰাণক উচৰ্গি আইলা ৰাজ্যৰ কাৰণে॥
আৰু তাত হেন যদি বোলাহা মাধৱ।
স্নেহে নবধিলে তুমি বধিবে কৌৰৱ॥
তাৰা হুহি বধন্তে যে তুমি আগে মাৰা।
অকণ্টকা পৃথিবীক সুখে ভোগ কৰা॥
যাক লাগি ৰাজ্যধন তাক সংহাৰিবোঁ।
বন্ধুহীন হৈল পাছে ৰাজ্য কি কৰিবোঁ॥
ইটো ৰাজ্য ত্ৰৈলোক্যৰ যদি হওঁ পতি।
তভো ঘোৰ বন্ধুবধ নকৰিবোঁ আতি॥
কৃষ্ণ যে বোলন্ত তোমাসম মূঢ় নাই।
বিহাক আনিলে দ্বিজে পৰছিদ্ৰ গায়॥
ক্ষত্ৰিয়ৰ ধৰ্ম্ম জানি এৰা অসন্তোষ।
আততায়ী বধে শাস্ত্ৰে নধৰয় দোষ॥
বন্ধুবধ দোষ তুমি নকৰিবা ভয়।
যিটো আততায়ী তাৰ শুনিয়ো নিৰ্ণয়॥
বলে ধন লৱে বান্ধি অগ্নি দিয়া মাৰে।
ছলে বিষ দেই যিটো ক্ষেত্ৰ দাৰা হৰে॥

অস্ত্র-শস্ত্র ধৰি বধিবাক আহে ধাই ।
এই ছয় প্ৰকাৰ বোলয় আততাই ॥
সম্প্রতি বধিবে লাগি আসে আগবাঢ়ি ।
ৰাজ্যধন তোমাৰ পূৰ্ব্বত লৈলা কাঢ়ি ॥
ভীমক মাৰিবে লাগি বিষ লাড়ু দিলা ।
দ্ৰৌপদীৰ বস্ত্র লৈতে সভামাঝে নিলা ॥
সাঙ্গোপাঙ্গে ছয় দোষ কৌৰৱত আছে ।
জতুগৃহে থৈয়া আগে অগ্নি দিলা পাছে ।
হেন জানি কৌৰৱক বধিতে জুৱাই ।
আততায়ী বধে দোষ তিলমাত্র নাই ॥

---

## কেশৱচৰণ ( সপ্তদশ শতিকা )

## শ্ৰীমদ্ভাগৱত ( নৱম স্কন্ধৰপৰা )

### শ্ৰীৰামচন্দ্ৰৰ চৰিত্ৰ বৰ্ণনা

দেৱগণে প্ৰাৰ্থিলন্ত ৰাক্ষসন্ত ভয় ।
সাক্ষাতে ধৰিলা জন্ম প্ৰভু কৃপাময় ॥
চাৰি অংশে ভৈলা জাত দশৰথ ঘৰে ।
কৌশল্যাত ভৈলা জন্ম ৰাম ৰঘুবৰে ॥
কৈকেয়ীত ভৈলন্ত ভৰত নাৰায়ণ ।
সুমিত্ৰাত জন্মিলা লক্ষ্মণ শত্ৰুঘন ॥
দুৰ্ব্বাদল শ্যাম ৰূপ আতি অনুপাম ।
যাৰ ৰূপ দেখি মুগ্ধ হোৱে কোটি কাম ॥
কোটি চন্দ্ৰ জিনি জ্বলে বদন মণ্ডল ।
আয়ত লোচন নিন্দে পঙ্কজ যুগল ॥
উত্তম নাসায়ে নিন্দে তিলফুলচয় ।
যাক দৰশনে গুচে ভকতৰ ভয় ॥
ভ্ৰুৱ যুগ চাপ জিনি জ্বলন্তে আছয় ।
ৰত্নৰ কিৰীটি কোটি সূৰ্য্যৰ আন্বয় ॥
মকৰ কুণ্ডল গলে শোভে আতিশয় ।
প্ৰভাতৰ সূৰ্য্যসম জ্বলন্তে আছয় ॥
ডাৰিম্বৰ বীজ জিনি দান্তচয় শোভে ।
মুখপদ্মে ভ্ৰমৰা পৰয় মধুলোভে ॥
তিনি ৰেখাযুক্ত গ্ৰীৱা দেখিতে শোভন ।
যাক দৰশনে মোহ হোৱে সৰ্ব্বজন ॥
ভুজঙ্গৰ ভুজ জিনি জ্বলে কৰ দুই ।
অৰিগণ পলাইবেক আতি ত্ৰাস হুই ॥

অঙ্গদ বলয়া শোভে হাততে উত্তম।
মেঘত জ্বলয় যেন বিদ্যুত নিৰূপম॥
শৰ ধনু ধৰি আছা ৰাম কৃপাময়।
যাক দৰশনে গুছে ভকতৰ ভয়॥
বক্ষস্থল দেখি হৰে মন ভকতৰ।
শুদ্ধতৰ দিয়া বাৰু লৌহ সমসৰ॥
মুকুতাৰ হাৰ শোভে আপাদ পৰ্য্যন্তে।
গঙ্গা বহি আসে যেন নীল মেঘ হন্তে॥
ৰত্নৰ মেখলা শোভে কটি প্ৰদেশত।
সূৰ্য্যৰ ৰশ্মিৰ কান্তি বহয় সতত।
তাতে পীত বস্ত্ৰ পিন্ধি আছে জগবাপ।
যাক দৰশনে হৰে জগতৰে তাপ॥
ৰাম ফল সম শোভে উৰুযুগ দুই।
যাক দেখি ভক্তসবো আতি সুখী হই॥
সুৱলিত জঙ্ঘা দেখি আতি মনোহৰ।
পাদপদ্ম শোভে আতি চৰণ উত্তম।
পূৰ্ণিমাৰ চন্দ্ৰ যেন নখচন্দ্ৰচয়।
যাহাৰ প্ৰকাশে দশোদিশ প্ৰকাশয়॥
আৰকত পদতল দেখিতে সুঠাম।
ৰক্ত উতপলে যাক নোহিকে সমান।
এহিমত ৰূপে প্ৰভু বেকত ভৈলন্ত।
শুকমুনি পৰীক্ষিত ৰাজাত কহন্ত॥

---

# কবি বলদেৱৰ সূৰ্য্যখড়ি দৈৱজ্ঞ

( অষ্টাদশ শতিকা )

## দৰং ৰাজবংশাৱলীৰ পৰা

### বিশ্বসিংহৰ অষ্টাদশ ৰাজকুমাৰৰ জন্ম

সমুদ্ৰনাৰায়ণে বোলে মোৰ বাক্য শুন ।
মোৰ উৰ্দ্ধপুৰুষে কৰিছে যত গুণ ॥
কেনমতে বিশ্বসিংহ নৰপতি হৈলো ।
কাহাৰ বংশত আমি উতপত্তি ভৈলো ॥
পদবন্ধে শুনিবাক মোৰ যাই চিত্ত ।
কহিয়ো দৈৱজ্ঞ তুমি ৰজাৰ চৰিত ॥

* * *

অষ্টাদশ মন্দিৰ সজাইলা ভালমতে ।
জনে জনে ভাৰ্য্যাসব থৈলন্ত তহিতে ॥
পৰম আনন্দে কতিপয় দিন আছে ।
পুষ্পোৎসৱ বিবাহ কৰাইলা তাত পাচে ॥
গৰ্ভধান কৰিলন্ত সমস্তে ভাৰ্য্যাত ।
পাচে দশ মাসে সমস্ততে পুত্ৰজাত ॥
হেমপ্ৰভা হন্তে যিটো পুত্ৰ উতপন ।
গণিয়া দিলন্ত নাম নৰনাৰায়ণ ॥
পদ্মাৱতী হন্তে যিটো পুত্ৰ উতপত্তি ।
তান নাম শুক্লধ্বজ থৈলন্ত সম্প্ৰতি ॥
চন্দ্ৰকান্তি পুত্ৰ যিটো অতি সুকোমল ।
তাহান থৈলন্ত নাম গোহাঁই কমল ॥

* * *

একদিনা বিশ্বসিংহ ৰাজা গুণে মনে।
কাহাক পাতিবো ৰাজা হৈব কোনজনে ॥
এহিমতে গুণি গান্থি আছে নৃপবৰ।
সেহি দিনা আহি দেখা দিলন্ত শঙ্কৰ ॥
শঙ্কৰ বদতি পুত্ৰ নকৰিবি ভয়।
যিজন হৈবন্ত ৰাজা দেখিয়ো প্ৰত্যয় ॥
অষ্টাদশ দ্ৰব্য আনি কৰি একস্থানে।
ভিনে ভিনে টোপোলা বান্ধিবা বিদ্যমানে ॥
মৃত্তিকাৰ টোপোলাক যিজনে নিয়য়।
সেহি জনে ৰাজা হৈব নাহিকে সংশয় ॥
এহি বুলি সদাশিৱ ভৈল অন্তৰ্দ্ধান।
বিশ্বসিংহ কৰিলন্ত কথাৰ প্ৰমাণ ॥
সোণা ৰূপা তাম্ৰ কাংস সেতু ৰাঙ্গ সীহা।
মুকুতা, পিতল, মাটি, যৱধান্য, লোহা ॥
কপাস, মৰিস, মাৰ, অস্থি, ভস্ম, কাষ্ঠ।
গুপ্তভাৱে টোপোলা বান্ধিলা কৰি নিষ্ঠ ॥
যজ্ঞ কৰি সভাৰ মধ্যত থাপিলন্ত।
পুত্ৰসকলক পাচে আদেশ দিলন্ত ॥
শুন পুত্ৰ সব মোৰ আদেশ বচন।
জনে জনে টোপোলাক আন এতিক্ষণ ॥
ৰাজাৰ বচন শুনি পাচে পুত্ৰগণ।
টোপোলাক আনিয়া দিলন্ত জনে জন ॥

* * *

**কৰ্ম-বিভাজন ঃ**

স্বৰ্ণৰ টোপোলা নৰসিংহে আনিলন্ত।
বিদেশত ৰাজা হৈব আজ্ঞা কৰিলন্ত ॥

মল্লদেৱে মৃত্তিকাৰ টোপোলা আনিলা।
এন্তে ৰাজা হৈব বুলি আদেশ কৰিলা॥
শুক্লধ্বজে আনিলন্ত লোহাৰ টুপলি।
বোলে যুৱৰাজ হৈব এন্থে মহাবলী॥
অস্ত্ৰত শস্ত্ৰত ইটো হৈবন্ত পাৰ্গত।
বৰ্ণ ধৰ্ম সমস্তকে জানিব সাম্প্ৰত॥
যৱ-ধান্য আনিলন্ত গোঁহাই কমল।
বোলে শুক্ল যশ হৈব মুকুতি নিৰ্ম্মল॥
আলি মঠ পুস্কৰ কৰিব থানে থান।
গোহাঁই কমলক দিলা এতেক বিধান॥
এহি মতে ভাগে ভাগে আজ্ঞা কৰিলন্ত।
মল্ল শুক্ল দুইকো পঢ়িবাক পঠাইলন্ত॥
পিতৃৰ চৰণে দুই ভাই বন্দিলন্ত।
পঢ়িবাক লাগি বাৰাণসীক গৈলন্ত॥
ব্ৰহ্মানন্দ সন্ন্যাসীক পাইলা দৰিশন।
সেহি স্থানে পঢ়িয়া ৰহিলা দুই জন॥
সন্ন্যাসীও দয়া কৰি দুভাইক ৰাখিলা।
গুৰুৰ বচনে দুয়ো শাস্ত্ৰ অভ্যাসিলা॥
ব্যাকৰ্ণ, পুৰাণ, শ্ৰুতি, স্মৃতি, মীমাংসাৰ।
শিকিলন্ত অস্ত্ৰ-শাস্ত্ৰ অথৰ্ব বেদৰ॥
সম দম দায়া ভেদ ন্যায় নীতি যত।
জ্যোতিৰ্ব্বেদ তৰ্ক-শাস্ত্ৰ শিকে নানা মত॥
একমনে পঢ়ে দুয়ো ত্যজি আন কাম।
ভণে সূৰ্য্যখড়ি ডাকি বোলা ৰাম ৰাম॥

---

## জিকিৰ ( সপ্তদশ শতিকা )

( ১ )

দহশ হুকুৰি নবী চন হিজিৰি
আকৌ পাচ বছৰ যায়।
চাহ মিলনে এই জিকিৰ কৰিলে
কোৰাণ কিতাবত পাই॥
মমিনে মমিনে চেনেহা চেনেহী
চকুৰে চকুৰে বেথা।
নপঢ়া ফকিৰে কবলৈ ধৰিছে
আদি কামালৰ কথা॥
ইলিমো পঢ়িলোঁ কলমো পঢ়িলোঁ
সবকি সবকি যায়।
যাৰ নচিবত যি লিখা লিখিছে
হুভুঞ্জিলে এৰণ নাই॥
এৰিও নিদিবা খেদিও নেপাবা
যেনে ৰাজপথৰ আলি।
কোৰাণ কিতাবত হক নিবিচাৰি
পাৱ আজানক গালি॥
গালি পাৱোতে গুণাহ হে মিলিব
তললৈ মুৰকৈ চা।
আল্লাৰ বান্দেগী নকৰ মমিন
আপুনি দোজখে যা॥
হাতে মধুকৰ ধৰি মন চাবৰ
ফুৰে ঘৰে ঘৰে ছান্দি।
যেতিয়া পাবহি হাৰা বিমুখীয়া
নিব হাতে গলে বান্ধি॥

হাতভো বান্ধিব পাৱতো বান্ধিব
কঁকালত বান্ধিব আঁটি।
ধৰ থাকে মানে জীউক নিয়ে ধৰি
ধৰেনো কি কৰে থাকি॥

( ২ )

জখলাৰ তিনিখাপে উঠি সি ৰূপায়ে
ৰজাত গোচৰ দিলে অ' আল্লাহে।
গৰীয়াই গৰীয়াই কিনো দন লগাইছে
ৰূপাই দা-ধৰা ৰজাত অ' আল্লাহে।
আঠিয়া কলে দিলকো মেলে
মেলে জাতিকলে পাত অ' অল্লাহে।
অজান ছুই ভাইক ধৰি লৈ গ'ল
জিৰাবলৈ নিদিলা ছাঁত অ' আল্লাহে।
ৰজাৰ নগৰত চুনপোৰা ছুৱাৰত
চাহেবক বন্দী কৰিলে অ' আল্লাহে।
জখলাৰ তিনি খাপ উঠি গৈ ৰূপায়ে
ৰজাত গোচৰ দিয়ে অ' আল্লাহে।

* * * *

কবলৈ ধৰিলে হাতী ৰবৰুৱাই
আজানৰ মুখলৈ চাই অ' আল্লাহে।
কবলৈ ধৰিলে আজান চাহাবে
বৰুৱাৰ মুখলৈ চাই অ' আল্লাহে।
মাগি খাই আছিলো গৰীয়া ফকিৰ
ৰূপায়ে কঢ়ালে নজৰ অ' আল্লাহে।

হাতী ৰৰবৰুৱাই পাগুৰি চিঙি
চাহেবৰ মুচিলে লো অ' আল্লাহে।
কিনো বৰ দি যাম তোক ঐ বৰুৱা
কিনো বৰ দি যাম তোক।
পুৰুষে পুৰুষে বিষয় খাই থাকিবি
ভাঙোতা নহব তোক।
তাৰে পৰা গৈ বৰুৱাই
ৰজাত গোচৰ দিলে অ' আল্লাহে।
নগৰৰ চাৰিচুক ফুৰি মই বৰুৱাই
কতো নেদেখিলো বাম অ' আল্লাহে।
আজানৰ হুভায়ে কোৰাণ পঢ়িছিল
সেই খিনিতে দেখিলো বাম, অ' আল্লাহে।
হুৰা-গুৰি চাপৰি দিখৌ নৈ কাষৰি
ৰজাই সজাই দিলে মঠ অ' আল্লাহে।
ছকুৰি ভকতে লয় আল্লাৰ নাম
মাহুৰি বনৰে কঠ অ' আল্লাহে।

---

## বৰফুকনৰ গীত ( ১৯ শতিকাৰ চতুৰ্থ দশক )

### বৰফুকন বধ

আনে ৰাজমাৰে ফুকনক মাতি
"ই কথা থোৱা
বিদেশলৈ গৈছিলা কেনেকৈ
মোৰ আগত কোৱা।"
"ই কথা থওঁ
কেনেকৈ গৈছিলো পেহী
তোমাৰ আগত কওঁ।
এনেকৈ তৰোঁ
বৰটোপৰ গুলিটো হাত পাতি ধৰোঁ
কোনে বোলে বা
কুবিয়াই থাকিলেও নোসোমায় দা।
ই কথা কওঁ
পানীত পৰিলে মই ওপঙি ৰওঁ
ই কথা থওঁ
দেহৰ কথাষাৰি তোমাৰ আগত কওঁ।
মাত মাৰিবৰ চিৰি
কঁকালত আছে লোৰ ছ-অঁৰা বিৰি।
কথাষাৰি কওঁ
শৌচৰ বেলিকা আঁতৰাই লওঁ
ই কথা থওঁ
সত্যে সত্যে পেহী তোমাৰ আগত কওঁ।
কোনে বোলে তাৰে,

সেইখিনি বেলাত মোক মাৰিব পাৰে।"
এ দেউ ৰ'ল
কথা কৈ ফুকনদেউ ঘৰলৈ গ'ল।
অনেক গুণনি উঠিল ৰাজমাৰৰ
উঠিল মাজে নিশা ৰাতি
পৰৰ হিতকাৰী ৰূপেচিং বঙ্গালক
তেতিয়াই অনালে মাতি।

* * * *

"ই কথা থওঁ
কেনেকৈ মাৰিবি তাৰ কথা কওঁ।
কটাৰীত মাৰিবৰ চিৰি
কঁকালত আছে তাৰ ছ-অঁৰা বিৰি।
কথাষাৰি কয়
শৌচৰ বেলিকা আঁতৰাই থয়।
কোনে বোলে তাৰে
সেইখিনি বেলাত তাক মাৰিব পাৰে।
ৰূপচিং নহবি খোৰা
শালত বাচি লবি ভাল চাই ঘোঁৰা"
কোনে বোলে জীলে
খাপৰ তৰোৱাল ভাল্ চাই দিলে।
কাউৰীয়ে কৰিবৰ কা,
ৰাতিৰে ৰাতিটো ধৰালে দা।
এ দেউ ৰ'ল
পাচদিনা ৰূপেচিং বিহানেই গ'ল।
সেইদিনা ৰূপচিঙে নেপালে চল
কাউৰীয়ে কৰিবৰ কা

পিচদিনা ৰূপচিঙে খৰালে দা।
এ দেউ ৰ'ল
পিচদিনা ৰূপচিং বিহানেই গ'ল।
"চন্দ্ৰত সেৱা সূৰ্য্যত সেৱা
বসুমতীত সেৱা কৰোঁ
দায় নধৰিবা কালিকা গোসাঁনী
ৰাজ্যৰ দ্ৰোহীয়াক মাৰোঁ।"
এ দেউ ৰ'ল
কৰ্ম্ম অনুসাৰে চাপিয়েই গ'ল।
আছিলে চানি
পিচদিনা ফুকনে লৈছিল মাটী-পানী।
আছিলে চানি
গোবিন্দ কৃষ্ণ বুলি ঢালিলে পানী।
কাউৰীয়ে কৰিবৰ কা
পানীৰে আঁৰতে মাৰিলে দা।
ৰামকৃষ্ণ বোলোঁতে, মুৰত পানী ঢালোঁতে
ঘপহাই মাৰিলে দা।
নহবলৈ হ'ল
কোমোৰা ছিঙ্গাদি তুডোখৰ হ'ল।

---

# মণিৰামৰ গীত

( ১৯ শতিকাৰ ষষ্ঠ দশক )

অতিকৈ চেনেহৰ মুগাৰে মহুৰা
অতিকৈ চেনেহৰ মাকো।
অতিকৈ চেনেহৰ মণিৰাম দেৱান
নাকান্দি কেনেকৈ থাকো॥
এফালে বহিছে আমোলা মহৰী
এফালে বহিছে কোন।
মাজতে বহিছে মণিৰাম দেৱান
যেনে পূর্ণিমাৰে জোন॥

*　*　*

ই বোলে মণিৰাম সি বোলে মণিৰাম
মণিৰাম কেহেলৈ গ'ল?
ছকুৰি চিকাৰূপ কঁকালত বান্ধি লৈ
মণিৰাম ভটিয়াই গ'ল॥
তামোল পান তৰিবৰ বটা অই মণিৰাম
তাম়োল পান তৰিবৰ বটা।
যলৈকে যাওঁ তলৈকে শুনোগৈ
মণিৰামৰে কথা॥
বাৰীৰ পিচফালে এজাৰ মণিৰাম
বাৰীৰ পিচফালে এজাৰ।
মণিৰাম দেৱানক ফাঁচীলৈ তুলিছে
মাকৰ লাগিছে বেজাৰ॥

*　*　*

সোণৰ খোৰাঁখোৰাত খালি অ'ই মণিৰাম
ৰূপৰ খোৰাঁখোৰাত খালি।
কিনো ৰজাঘৰত দোৰোহ আচৰিলি
ডিঙিত চিপজৰী ললি॥
কেনেকৈ ধৰিলে তোকে ঐ মণিৰাম
কেনেকৈ ধৰিলে তোক।
ইপিনে যোৰহাট সিপিনে গোলাঘাট
চিঠি লেখি ধৰিলে তোক॥
গুপুতে গুপুতে ধৰিলে তোক
গুপুতে গুপুতে নিলে।
হলৰইড চাহাবে টোকলাই পাৰতে
গুপুতে ফাঁচী দিলে॥
মণিৰাম দেৱানে ভটিৰ ভাট ফকীৰক
চিঠি দি পঠিয়াই দিলে।
দিখৌ নৈৰ পাৰতে হৰনাথ দাৰোগাই
ফকীৰক ধৰোৱাই নিলে॥
চালত মলঙ্গিলে চালদৈ কোমোৰা
টেকেলিত মলঙ্গিল লোণ।
ফাঁচীৰে শালতে মণিৰাম মলঙ্গিল
নেকান্দি থাকিব কোন।

# ডাকৰ বচন

লেহী ডঙৰা ডাকৰ গাঁও,
সাতশ সাতটা পুখুৰীৰ নাউ।
লেহীৰ তিৰি পঞ্চৰাগ বুজে,
ভইদাৰ দামৰাই বিনা শিঙে যুজে।
ডাক মৰে আপোন বুদ্ধিত,
তেৰাত্রিত দাহা শুদ্ধিত।

* * *

উজপিলা ডাক,
বুলিলাহা বাক।
শুনিয়োক মার,
জুই ধৰিবা যার।
দীঘল কৰি মাৰিয়ো ফুক,
তেহে দেখিবা জুইৰ মুখ।
বাতা কেওৰা খাগড়া মুঠি,
কাঠ কাটি বাঁহ চিঙি।
ডাঙৰ খৰি কাষত থ,
ধুরাই পথলাই মোক ল।
পূব শিৰে থৈবা শিশুক শুরাই,
সুতিকা ৰাখিবা অগনি জ্বলাই।

* * *

ডাকে বোলে শুনিয়ো উপায়,
বাণিজৰ ফল কৃষিতে পায়।

ধনৰ মধ্যত ধানেসে শোভন,
ধান নেথাকিলে মৰে তেখন।
এতেকে কৃষিক কৰিবা সাৰ,
তেবে দুৰ্ভিক্ষ হয় নিস্তাৰ।
ধান্য হলে হয় সবে মঙ্গল,
তাৰ অভাৱে সবে বিফল।

* * *

ৰাজাক চিনিবা দানত,
ঘোৰাক চিনিবা কানত।
তিৰীক চিনিবা থানত,
ক্ষুৰক চিনিবা সানত।
আচাৰ ব্যৱহাৰত নকৰিবা লাজ,
লাজ কৰিলে হৰয় কাজ।
দিবা ভাগে নলগাবা বাতি,
নদীৰ কাষৰে নাযাবা ৰাতি ।
শাক সুকৃতি দিনত বাচে,
সেই ঘৰে জানা লক্ষ্মী আছে।
যি ঘৰৰ ঘৰিণী দুবুজে আয়,
সি ঘৰৰ গৃহস্থৰ মৰণ মিলয়।
লোকৰ কথাত নহবা আগা,
দুখীয়া কুটুম্বৰ নহবা লাগা।
নীচৰ লগত নহবা কথা,
মান বিচাৰি পাবাহে বেথা।

* * *

মাজত গ্ৰাসে যি ভাত খায়,
বেৰ সৰকায় পাত পেলায়।

আন্ধাৰে মুধাৰে চুৰা বুটলে,
অবিলম্বে তাৰ আপদ ফলে।
বাৰিষা জাপি এৰিয়া যায়,
পানীৰ বাটত খৰকৈ ধায়।
সিয়া পাতত লৈ খাই দুধ,
ডাকে বোলে এই তিনিও অবোধ
বাপ মার দুয়োৰে নমে চৰণ,
বোলন্ত ডাকে মঙ্গল জীৱন।

## লোকগীত

( ১ )

অ' হৰি এ কুসুম্বৰ।
তোমাৰ পুত্ৰ যদুমণি শ্ৰীমন্ত শঙ্কৰ
হে কুসুম্বৰ॥
অ' হৰি এ শান্তিজান।
হাবি কাটি উলিয়ালা বৰদোৱা থান॥
অ' হৰি এ ৰসেৰ সাগৰ।
মুখ ভৰি নাম লোৱা নেলাগে ভাগৰ॥
অ' হৰি এ কেশৱ দেৱ।
অগতিৰ গতি নাই সহায় নাই কেৱ॥
অ' হৰি এ কেশৱ হৰি।
বৈকুণ্ঠত আছা প্ৰভু নিজ ৰূপ ধৰি॥
অ' হৰি এ জয় জগন্নাথ।
দিয়া দেখা কৰো সেৱা দোৱাঁই আছো মাথ॥
অ' হৰি এ জয় যদুপতি।

নামি আছি সেৱা কৰে লক্ষ্মী সৰস্বতী।
অ' হৰি এ ৰাম বুলি তৰ।
ধন জন পুত্ৰ ভাৰ্য্যা মিছাতে নমৰ॥
অ' হৰি এ নাম লোৱা বৈ।
এনেহেন হৰিনাম ক'ত পাবা গৈ॥
অ' হৰি এ শঙ্কৰ মাধৱ।
অসমৰ চন্দ্ৰ-সূৰ্য্য প্ৰাণৰে বান্ধৱ॥
অ' হৰি এ ৰাম কৃষ্ণ বোল।
ৰাম নাম নলৈ মন
কেনে হৈছা ভূল॥

( ২ )

কানাই পাৰ কৰা হে বেলিৰ পৰিল ছায়া,
নষ্ট হৈলা দধিৰ ভাণ্ড বাজাৰ হৈলা বেয়া।
নাও ভৈলা তুলু বুলু, বৈথা ভৈলা ভাৰী,
কেমনে কৰিব পাৰ ৰাধিকা সুন্দৰী।
কাঠৰে দেশতে থাকা কাঠৰ কিবা দুখ,
ভাঙা নৌকাত পাৰ কৰি কিবা পাৱা সুখ।
ভাঙা নহয় চিঙা নহয় গামেৰীৰে সাৰ,
হস্তী ঘোড়া পাৰ কৰো ৰাধাৰ কিমান ভাৰ।
ৰাধে বোলে অ'হে কানু কিনো ছল কৰা,
মথুৰাৰ ঘাটে যাওঁ শীঘ্ৰে পাৰ কৰা।
অন্য ৰাধেক পাৰ কৰিলেও লওঁ আনা আনা,
তুমি ৰাধেক পাৰ কৰিলে লাগবো কাণৰ সোণা।
কাণৰ সোণা দিয়া ৰাধে পাৰ হৈয়া যায়;
জগততে খ্যাতি ৰাখে নন্দৰ কানাই।

( ৩ )

জয়তু শংকৰ শুনা মোৰ বান্ধৱ
গুৰুজন বৈকুণ্ঠক যায়।
এৰি নৰকায়া ছিঙি মোহমায়া
গুৰুজন বৈকুণ্ঠক যায়॥
শ্ৰীমন্ত শংকৰে বৈকুণ্ঠক ওলালে
হৰি নাম মুখে লই।
ভকতৰ সঙ্গে বহে গুৰু জনে
গীতা ভাগৱত লই॥
শ্ৰীগুৰু শংকৰে অন্তিম বেলাতে
বোলে ইটো প্ৰিয় বাণী।
ধৰ্ম্মক পালিবা গুৰুক ভজিবা
আত্মাত বিশ্বাস জানি॥
কীৰ্ত্তন পঢ়িবা প্ৰসঙ্গ কৰিবা
নিয়ম সংযম পালি।
শুদ্ধ মন চিত্তে লৈবা হৰি নাম
সংসাৰ বাসনা ভুলি॥
গীতা ভাগৱত ইহাক নেৰিবা
নেৰিবা ধৰ্ম্মৰ খুটি।
কলিৰ সংসাৰে হৰিক ভজিলে
জনমত পাই মুকুতি॥

( ৪ )

দেৱ দামোদৰ প্ৰভু ভৈলা অৱতাৰ।
গৌতম বংশক তুমি কৰিলা উদ্ধাৰ॥
পঞ্চদশ শতিকাত নলছা গ্ৰামত।
জনম লভিলা সদানন্দৰ গৃহত॥

পিতৃ গৈলা দেহা এৰি আৰু দুই ভাই।
তাহাৰ শোকে মৰি গৈলা সুশীলা আই॥
এৰিয়া নলছা গ্ৰাম পশ্চিমে চলিলা।
যোগী বেশী নাৰদত শৰণ লভিলা॥
আহিলাহা ব্যাস পাড়াই কৰি ৰঙ্গ অতি।
পুনু শংকৰৰ সমে মিলিল সংহতি॥
প্ৰচাৰিলা দশোদিশে ভাগৱত সাৰ।
জাতিকুল ভেদাভেদ নকৰি বিচাৰ॥
যোগসূত্ৰ বান্ধি দিলা ভাগৱত ৰসে।
চিত্ত মজি কৰো পান মনৰ হৰিষে॥

( ৫ )

নাছাৰো ধেনু মই তোৰে অ' যশোৱা
নাছাৰো ধেনু মই তোৰ।
যমুনাৰ জলতে জাপ দি মৰিবো
দুখৰে পৰিব ওৰ॥
প্ৰভাতে উঠিয়া থাওঁ তোৰ ঘৰে
এমুঠি জকৰা ভাত।
দিনৰে দিনটো ধেনু চাৰি ফুৰো
নাপাওঁ মৰমৰ মাত॥
ৰদে' বৰষুণে ফুৰো বনে বনে
ভোকতে নচলে পাৱ।
কোনো দিনে তই দুখ নুবুজিলি
কিনো নিদাৰুণী মাৱ॥
নিশ্চয়ে মৰিবো অ'হে নন্দৰাণী,
ব্ৰজবাসী সাক্ষী কৰি।
আজি হতে তোৰ ভাণ্ডাৰৰ ধন
ভাণ্ডাৰে থাকিব পৰি॥

( ৬ )

বেউলা চলে,
অ' চলে, বেউলা ভেলত উঠিয়া।
আপুনি চলিলা ভেল উজায়া উজায়া।
অভাগিনী দুৰ্ভাগিনী বেউলা সুন্দৰী।
বিয়াৰাত্ৰি পদ্মাৱতী তাইকে কৰে বাঁৰী॥
মৰা স্বামী সঙ্গে লৈয়া ধৰ্ম্মক ধিয়াই।
ভেলত উঠিয়া সতী চলিলা উজাই॥
বিপদ বিঘিনি যত পথে পৰিহৰি।
স্বামীক জীয়াইবা চলে দেৱৰ নগৰী॥

( ৭ )

ময়ো বনে যাওঁ স্বামী, অ' স্বামী নকৰা নৈৰাশ,
তোমাৰ লগতে স্বামী খাটিম বনবাস।
দণ্ডকা বনতে সীতা সিংহ ব্যাঘ্ৰ আতি,
কেন মতে যাইবা সীতা একে তিৰী জাতি।
হোক হোক সিংহ ব্যাঘ্ৰ নকৰোহো ভয়,
আমাৰ লগতে আছে ঈশ্বৰ সহায়।
উপৰে সুৰুজ চাতা তলে তপ্ত বালি,
কেনমতে যাবা সীতা সুকোমল নাৰী।
আগতে গৈলা ৰামচন্দ্ৰ মাজতে জানকী,
তাৰ পাচে চলি যান্ত লক্ষ্মণ সাৰথি।
ৰাম ভাঙ্গে বৃক্ষ ডালি লক্ষ্মণে ধৰে শিৰে,
তাৰ ছাওঁতে সীতা শান্তি চলে ধীৰে ধীৰে।
তুমি যাবা আগে আগে কণ্টক ভাঙ্গিয়া,
ফল, মুল, আলু, কচু মই লম তুলিয়া।
কহে ৰাম সৰস্বতী তুমি বড় নাৰী,
জনমে জনমে হোক জনক জীয়াৰি।

( ৮ )

অ' ভাই কি কাম কৰিলি কৃষ্ণক নভজি
মিছাই মোৰ বুলি মৰা,
কৃষ্ণৰ চৰণে হৃদয়ে ধৰিয়া
সুখে ভৱনদী তৰা।
ধন ধন বুলি ধনকে সাঞ্চিলি
ধনেও নাচাইব ফিৰি,
পুত্ৰ ভাৰ্য্যা বুলি খাইলি হাবাথুৰি
মিছা মায়া জালে পৰি।
মিছা ধন জন পুত্ৰ পৰিবাৰ
সকলো মেঘৰে ছায়া,
মিছা মায়া জালে কিয় বন্দী হৈলি
দেহা নৰতনু পাইয়া।
ভাবন্তে শুনন্তে আয়ু দিলা ভাটি
আহিলা সঙ্কট বেলা,
পুত্ৰ ভাৰ্য্যা সৱে বেঢ়িয়া কান্দিবে
তুমিহে অকলে চলা।

## নিচুকনি গীত

( ৯ )

জোনবাই এ বেজী এটি দিয়া
বেজীনো কেলেই ?
মোনা সিবলৈ।
মোনানো কেলেই ?

ধন ভৰাবলৈ।
ধননো কেলেই ?
হাতী কিনিবলৈ।
হাতীনো কেলেই ?
উঠি ফুৰিবলৈ।
উঠি ফুৰিলেনো কি হয় ?
বৰ মানুহ হয়।
বৰ মানুহ হলে কি হয় ?
গধূলিতে ডবা কোবাই ডুডুম ডুম্

## টোকোণৰ গুণ

( ১০ )

শুন বাপু শুন
একেডালি টোকণৰ নটি গুণ।
হাতৰ সখা, পানীৰ জোখা
দেখিলি সাপ, ফেলালি মাৰি
নহলি পীৰা, বইহবা পাৰি
শত্রুই নেপাৰে লাই
বাটৰ কুকুৰে থাকে চাই
শাকে শুক্‌তাই বান্ধিবি ভাৰ
নহলি বৈঠা নদী হবি পাৰ
কিনো বুঢ়াৰ আমোল
উলটে খুন্দে তামোল।

## কমলা কুঁৱৰীৰ গীত

( ১১ )

[ পানী প্ৰাৰ্থনা কৰি জলকুঁৱৰীক উচৰ্গা কৰি ৰজাই কমলা কুঁৱৰীক শুকান পুখুৰীৰ মাজত থিয় কৰাই দিয়াৰ পিচত ]

ৰাণী : এক আঠু হৈলা পানী
প্ৰভুদেউ, তুলি নিয়া ঘৰলৈ যাওঁ।
ৰজা : কমলাকুঁৱৰী, মোৰে প্ৰাণেশ্বৰী
উঠি আহ ঘৰলৈ যাওঁ।
ৰাণী : এক ককাল হৈলা পানী
প্ৰভুদেউ, তুলি নিয়া ঘৰলৈ যাওঁ।
ৰজা : কমলাকুঁৱৰী, মোৰে প্ৰাণেশ্বৰী
উঠি আহ ঘৰলৈ যাওঁ।
ৰাণী : এক বুক হৈলা পানী
প্ৰভুদেউ, তুলি নিয়া ঘৰলৈ যাওঁ।
ৰজা : কমলাকুঁৱৰী, মোৰে প্ৰাণেশ্বৰী
উঠি আহ, ঘৰলৈ যাওঁ।
ৰাণী : এক গল হৈলা পানী
প্ৰভুদেউ, তুলি নিয়া ঘৰলৈ যাওঁ।
ৰজা : কমলাকুঁৱৰী, মোৰে প্ৰাণেশ্বৰী
উঠি আহ, ঘৰলৈ যাওঁ।

[ ইয়াৰ পিচত বাঢি অহা পানীত কমলাকুঁৱৰী সম্পূৰ্ণৰূপে তল গ'ল ]

---

## দেহ-বিচাৰৰ গীত

গুৰু মোকে দয়া নাচাৰিবা
প্ৰভু মোকে চৰণে ৰাখিবা ;
মই বৰ পাতকীৰ পাপী চৰণে নেৰিবা ॥
গুৰু ব্ৰহ্মা, গুৰু বিষ্ণু, গুৰু মহেশ্বৰ
চৰাচৰ জগতৰ গুৰুহে ঈশ্বৰ,
দয়া মোৰে, দয়া মোৰে, দয়া মোৰে প্ৰাণ ।
কিবা বস্তু হব পাৰে দয়াৰে সমান ॥
ঘৰে ভৈলা বাহিৰ গুৰুহে মোৰ
বাহিৰে ভৈলা ঘৰ ।
পৰে ভৈলা আপোন গুৰুহে মোৰ
আপোনে ভৈলা পৰ ॥
ইকুলো নহৈলো গুৰু সিকুলো নহৈলো
মাজ সাগৰে পৰি জঁাজি হৈয়া ৰৈলো ।
ৰৈলো ৰৈলো জঁাজি হৈয়া
মাণিক পাবৰ আশে ।
সাগৰ শুকাল, মাণিক লুকাল
আমাৰ কৰ্ম্মৰ দোষে ॥
কহে লক্ষ্মী সৰস্বতী গুণেৰ সাগৰ ।
ই গীত যোৰাইছে কুলে শ্ৰীমন্ত শঙ্কৰ ॥
শ্ৰীমন্ত শঙ্কৰ নিক জগতৰ বাপ ।
গাওঁতাৰ মুকুতি হোৱে শুনোতাৰ খণ্ডে পাপ ॥

---

## বিহু গীত

### বৈছাগুৰ গীত

( ১ )

গাভৰু ঃ পানী আনো বুলি অ' ককাই,
ঘাটলৈ ওলালে অ' ককাই,
আয়ে পাৰে মোক গালি ;
ককাই, লাৰু বান্দাৰু* মোৰে।
জুই আনিবৰ ছলে অ' ককাই
( তোমাক লগ পাবলৈ )
চুবুৰী মু' হলে
পিতাই দিব মোকে কিল ;
ককাই, চেনেহৰ লাৰু বান্দাৰু
অ' ককাই চেনেহৰ মোৰে।

ডেকা ঃ নকৰিবি চিন্তা ঐ সাদৰী মোৰ ভনীটি
বন্দাচী মন্দাচী* মোৰে।
এনে হেন ডেকা মই
ওচৰত থাকোঁতেই
কিহৰে ভাৱনা তোৰে
মোৰ ভনীটি, চেনেহৰ সাদৰী মোৰে।

( ২ )

গাভৰু ঃ পাহাৰৰে নামনিতে বনৰীয়া গছ ;
ককাই, আছে বনৰীয়া গছ ;
খৰি কাটি কাটি ককাই, আনিবা
শুকান মঙহ আৰু মাছ।

---

* ডেকা-গাভৰুৰ নাম যথাক্রমে লাৰু, বান্দাৰু আৰু বন্দাচী মন্দাচী।

অ' ককাই ফৰবাছু*
চেনেহৰ ককাইটি মোৰ।

ডেকা : আনিম ঐ ভনীটি চেনেহৰ গাংশ্ৰী
সকলো আনিমে মই ;
বৰা ধানৰ মদ বনাই লুকাই থবি
কাপোৰৰ মাজতে তই।
জহাধানৰ চাউল বানিবি ভনীটি
ৰান্ধিবি যতনে তই,
আনিন ঐ ভনীটি চেনেহৰ গাংশ্ৰী
সকলো আনিমে মই।

( ৩ )

ডেকা : পাহাৰৰ ওপৰত গজে হলো লখা শাক সোণাই
শাক হলো লখা ;
তুমিও গজিছা সোণাই হিয়াৰ মাজত মোৰ
জীৱনৰ শিখা.।

গাভৰু : চেনেহৰ ককাইটি তুমি আনি থবা
গোন্ধ তেল, লগতে থাৰু ;
জিলিমিলি মণি এধাৰো আনিবা
গৈয়ে যেন পিন্ধিব পাৰোঁ।

( ৪ )

ডেকা : খাল-পুখুৰীত থাকে থলিহে মাছ সোণাই
তোৰ দৰ চৰিছে অতি ;
তোক আনিবলৈ লাগে এভাৰ চিকা ৰূপ
দুখীয়াৰ কি হব গতি ?

---

* ডেকা-গাভৰু হালৰ নাম যথাক্ৰমে ফৰবাছু আৰু গাংশ্ৰী।

গাভৰু : বাৰীৰ কোণাত আছে তিতাকেৰেলা ককাই
মোৰ বাবে নকৰিবা দুখ ;
ভলুকা বাঁহৰে পাব
মোৰ বাবে নকৰিবা তাপ ;
তোমাৰে লগতে জীৱনৰ লগৰী হম
তেহে হব দুয়োৰে সুখ।

———

## বিহুনাম

(১)

নৈৰে শুৱনি          গঙাকৈ চিলনি
পৰ্ব্বতৰ শুৱনি মিৰি।
ডেকাৰ শুৱনি          ভৰিৰ কলাফুল
গাঁৱৰে শুৱনি তিৰী॥
হাতৰে শুৱনি          হাতৰ গামখাৰু
কঁকালৰ শুৱনি বিহা।
মূৰৰে শুৱনি          মূৰৰে সেওঁতা
গলধনৰ শুৱনি থোঁপা॥
আগে বাৰী শুৱনি     কাকিনী তামোলে
পাছ বাৰী শুৱনি পান।
বৰঘৰ শুৱনি          জীয়ৰী ছোৱালী
উলিয়াই দিবলৈ টান॥

(২)

অতিকৈ চেনেহৰ          মুগাৰে মহুৰা
অতিকৈ চেনেহৰ মাকো।
তাতোকৈ চেনেহৰ          ব'হাগৰ বিহুটি
নেপাতি কেনেকৈ থাকো॥

*          *          *

চ'তে গৈয়ে গৈয়ে          ব'হাগে পালেহি
ফুলিলে ভেবেলী লতা।
কৈনো কৈ থাকিলে          ওৰকে নপৰে
ব'হাগৰ বিহুৰে কথা॥

আজি বিহু বিহু কালি বিহু বিহু
কেতিয়া ফুলিব নাহৰ।
কেতেকী চৰায়ে কাটে সৰু সুতা
মৰুৱা কাঠৰে যতৰ॥
এইবেলি বিহুটি ৰমক ঐ জমক ঐ
নাহৰ ফুল ফুলিবৰ বতৰ॥

( ৩ )

চাই নো চাই বুলিবা বাট হেৰ চেনাইটি
চাইনো বুলিবা বাট।
দেহাৰ ভিতৰত আছে খালে বামে
পিছলি পৰিবি তাত॥
কাঁহৰ বাটিত সৰিয়হ পিচলে
নিয়ঁৰত পিচলে ভৰি।
কথাৰে লাচতে কথাটি পিচলে
কথাতে খোপনি ধৰি॥

* * *

প্ৰথমে ঈশ্বৰে পৃথিৱী স্ৰজিলে
লগতে স্ৰজিলে জীৱ।
সেইজন ঈশ্বৰে পিৰিতি কৰিলে
আমি বা নকৰিম কিয়?
পিৰিতি নেভাগে পিৰিতি নিদিলে
পিৰিতি নপৰে মৰি।
যত মেৰিয়াবি তত মেৰে খাব
পিৰিতি মৰমৰ জৰী॥

## বিয়ানাম

নগাঁও জিলাতে বৰদৈ চিলা।
কলঙে কলঙে বৰদৈ চিলা।
ভটিয়াই গলেগৈ বৰদৈ চিলা।
সদিয়া ধুবুৰী তেজপুৰ জিলা॥
বহাতে ৰলেগৈ বৰদৈ চিলা।
জাগিতে জাগিলে বৰদৈ চিলা।
কাজলী ধেনু লৈ বৰদৈ চিলা।
সদিয়া ধুবুৰী তেজপুৰ জিলা॥
উজনি নামনি বৰদৈ চিলা।
আমাৰে বাইজনী বৰদৈ চিলা।
বতাহত বাউলী বৰদৈ চিলা।
সদিয়া ধুবুৰী তেজপুৰ জিলা॥
জেলেপী-খুবমা বৰদৈ চিলা।
পেৰা ৰসগোল্লা বৰদৈ চিলা।
কোনে কৰি দিব বৰদৈ চিলা।
সদিয়া ধুবুৰী তেজপুৰ জিলা॥
লোনে আমেলখি বৰদৈ চিলা।
খাওঁতে আমুৰাই বৰদৈ চিলা।
আম নপকা হল বৰদৈ চিলা।
সদিয়া ধুবুৰী তেজপুৰ জিলা॥
ভাই কুমলীয়া বৰদৈ চিলা।
নাই কুমলীয়া বৰদৈ চিলা।
চহৰত কইনা বৰদৈ চিলা।
সদিয়া ধুবুৰী তেজপুৰ জিলা॥

তুমি সদাশিৱ বৰদৈ চিলা।
পাৰ্ব্বতী গোসাঁনী বৰদৈ চিলা।
সুমঙ্গল কৰিবা বৰদৈ চিলা।
সদিয়া ধুবুৰী তেজপুৰ জিলা॥
আই সৰেচতী বৰদৈ চিলা।
দেৱী লখিমী বৰদৈ চিলা।
কৃষ্ণ নিজ স্বামী বৰদৈ চিলা।
সদিয়া ধুবুৰী তেজপুৰ জিলা॥
পদৰ বঢ়াটুটা বৰদৈ চিলা।
দোষক ক্ষেমিবা বৰদৈ চিলা।
নেজানো গাব গীত বৰদৈ চিলা।
সদিয়া ধুবুৰী তেজপুৰ জিলা॥

---

# নিথ্রিলেভাই ফেয়াৰউৱেল

( মধ্য উনবিংশ শতিকা )

## নিস্তাৰৰ উপাই

সংসাৰ জুৰিয়া প্ৰেণি আচে জত জত।
কৰোঁ একেবাৰে প্ৰণাম সবাৰ চৰণত॥
মই নিবেদন কৰোঁ ক্ৰিতাঞ্জলি কৰি
অম্ৰিত সমান বাক্য সুনা কৰ্ণ ভৰি॥
দেখিওক বন্ধুগণ ভাবিয়া মনতে।
সমস্তে সংসাৰ প্ৰাণি ডুবিচে পাপতে॥
দুৰাচাৰ হৈয়া সবে কৰে নানা পাপ।
সেই হেতু প্ৰজলিত ঈশ্বৰৰ সাপ।
ইহাৰ প্ৰমাণে সবে জানোক নিচই।
ৰাগ দুখ ক্লেস সৰিলত আতিসই॥
মায়াৰ জালত বন্ধু নাহিকে চেতন।
নিতান্তে পাপত ডুবি আছে সৰ্ব্বজন।
এইৰূপে জগতৰ মাজে কত জন।
বিসয়ৰ চিন্তাই তাৰ মজি আছে মন॥
কিন্তু পৰকালে গতি কি হ'ব বিলাই।
নেভাবিয়া আছে সবে তাক সমুদাই॥
অল্প দিন ভোগ হেতু তাৰ প্ৰয়োজন।
ম্ৰিত্যু হলে সঙ্গে কাৰো নাহি জাব ধন॥
আজি কিবা কালি কিবা জি কোনো বচৰে।
অৱস্যে মৰিব সব জানিবা অন্তৰে॥

ইহলোকে অল্পকাল থাকে সৰ্ব্বজন।
পৰলোকে সৰ্ব্বকাল থিতি নিবন্ধন॥
নাহি পুনৰপি জন্ম নাহিক মৰণ।
নিত্য স্বৰ্গ ভুঞ্জে, কিবা নৰকে গমন॥
সত্যাশ্ৰই বিনা কোনো স্বৰ্গে নাহি জাব।
অধোমুখ হৈয়া ঘোৰ নৰকে পৰিব॥
কেনুয়া যন্ত্ৰনা আছে মাজত নৰ্কৰ।
কোনো নাহি জানে তাক অল্পমতি নৰ॥
হুহুমুআ বহ্নি আছে, নাহি আদি অন্ত।
প্ৰচণ্ড অগ্নিৰ সিখা তাহাতে জলন্ত॥
তাহাতে পৰিলে ভাই ৰথ্যা নাহি তাৰে।
কান্দিবা অনন্তকাল কৰি হাঁহাঁকাৰ।
পলোআ পলোআ বন্ধু নপৰিবা তাত।
সত্যপথ বিচাৰিয়া মাৰিওক হাত॥
বিচাৰ কৰিয়া দেখা সৰ্ব নৰগণ।
আহিচিলে এই জগতে সত্য মহাজন॥
নামে যিচুখ্ৰীষ্ট অধিকাৰ জ্বিৱনৰ।
অৱতাৰ হৈলা দেহা ধৰি মনুস্যৰ॥
আশ্ৰই কৰাহে খ্ৰীষ্টত, কাল ব্ৰেথা যাই।
খ্ৰীষ্টৰ চৰণ বিনে নাহি অন্যোপাই।

## ৰিনই ৰচন

স্তুনা সৰ্বজন বিনই বচন
ৰিদয়ে দিয়োক বাস,
পাপ এৰিবৰ য়ুচু পদে সাৰ
নাহি অন্য আৰু আস।
তেৰে দয়াতুৰ আপুনি ঈশ্বৰ
পূৰ্ণ ব্ৰহ্ম সনাতন,
য়ুচু বিনে আৰ সকলো অসাৰ
ভাবি দেখা সৰ্বজন।

---

## দয়াৰাম চেতিয়া ( মধ্য উনবিংশ শতিকা )

### ৰংপুৰ নগৰৰ বিবৰণ

( অৰুনোদইৰ পৰা )

ৰংপুৰ নামে আচে নগৰ বিচখ্যান
জাত প্রজাগনে খানি পাইছে বহু ধন।
ৰজাৰ নিবাস ঘৰ অতি বিচখ্যন,
তাহাৰ ভিতৰে শুনি মেঘৰ গৰ্জ্জন।
তলাতল ঘৰ সিতো অতি ভয়ংকৰ,
দেখিলে মাত্রকে মন মোহই নৰৰ।
তাহাৰ ভিতৰে দেখি বৰ অন্ধিয়াৰি,
পসিলে তাহাত জানা ওলাব নোআৰি।
এতিয়া হৈলন্ত তাত বহুত জংঘল,
তথাপিতো চালে চকু কৰে জলমল।
আৰু এক গোটা আছে ৰঙ্গঘৰ নামে
তাত ৰঙ্গ কৰে পাত্র-মন্ত্রি ৰজা সমে।
এই গোট দ'ল আচে দেখিলে সুন্দৰ
দুৰ হন্তে দেখি তাক অতি ভয়ংকৰ।
তাহাৰ ৰূপৰ আৰু নাহিকে উপমা,
ৰজা সমনিতে তাত খেলই ফাকুআ।
আচাম ৰজাই তাক নগৰ বোলই
সি সবক ইংৰাজিএ জিলা নাম কই।
তথাতে আচই এক দ'ল বিচখ্যন,
দুৰ হৈতে দেখি যেন পৰ্ব্বত সমান।
এক সত হস্ত মানে উস্রিত হৰই,
সোনাৰ কলচি এক ওপৰে আচই।

এক প্ৰহৰৰ পৰা তাক দেখা জাই,
জলমল কৰি সিটো কলচি জ্বলই।
সিৱ নামে এক মুৰ্তি তাহাৰ ভিতৰে,
ব্ৰাহ্মণ সকলে তাত নিতে পূজা কৰে।
তাহাব বাৰত মুৰ্তি আচই বিস্তৰ,
হাত ভবি নাক কান দেখিতে সুন্দৰ।
পুখুৰি আচই তাত বিস্তৰ বহল,
তাহাৰ চাৰিও পাৰে সাজে বহু ঘৰ।
তাব মাজে ৰাজহংস বহুত চৰই,
দেখিলে সবাবো মনে সন্তোষ মিলই।

———

## গোবিন্দৰাম ভুঁঞা ( মধ্য উনবিংশ শতিকা )

### 'নগাঁও জিলাৰ বৰ্ণন'

( "অৰুনোদই"ৰ পৰা )

স্রবন কৰাহা কিচু হে নৰগন,
নগাঁও জিলাৰ মই কহোঁ বিবৰণ।
তাৰ ৰূপ বর্ণাইবাৰ শক্তি আচে কাৰ,
তথাপি ৰচিবো মই মতি অনুসাৰ।
জিলাৰ সোভাৰ কথা কি কহিবো ভাই,
চাহিলে মাত্রকে চখ্যু ৰহে সেহি ঠাই।
আৰু সুনি আচোঁ জেন ইন্দ্রৰ নগৰি,
সি হেন উপজে মতি পসিলেক পুৰি।
তাৰ চাৰি সিমা কহোঁ কৰিয়া নির্ণই,
মৰি কলঙ্গ সৰোবৰ পুব সীমা হই।
পচিমত কলঙ্গ নামে নদি বহে অতি,
চাহাবৰ স্বসান উতৰত থৈচে পাতি।
দখিনত সেহি কলঙ্গ নদিএ বহন্ত,
এহি চাৰি সিমা মধ্যে জিলা প্রকাসন্ত।
আচে চাৰি টুপে এক গ্রিহ মনোহৰ,
তাৰ মধ্যে হোএ জানা বিচাৰ সবৰ।
বহে প্রধান বিচাৰ পতি টুপে পচিমৰ,
উতৰৰ টুপে ৰহে জানা জুনিয়ৰ।
পুব টুপে মুনচেফ সদৰ আমিন আৰ,
সবাষ্টেণ্ট বহে তাতে টুপে দখিনৰ।

এহি সব বিচাৰপতি বহি চাৰি টুপে,
কৰন্ত বিচাৰ জানা সাৰহিত ৰূপে।
আনো সব সৰু সৰু কুঠি তাৰ কাচে,
কোনোতে কেৰাণীখানা কোনোতে দপ্তৰ আচে।
গ্রিহ মধ্যে বৰ পিৰাত পাৰিয়া দলিচা,
আমোলা সকলো বহি জাৰ জেন ইচা।
দেওানি, ফৌজদাৰি আৰু কালেকট্টৰি,
লিখা পৰ্হা কৰে সবে তিনি ভাগ কৰি।
বৰ বৰ পঙ্খা সব আৰি ওপৰত,
বিচিয়া থাকন্ত জানা উষ্ণ কালত।
তাহাতে বসিয়া কৰ্ম্ম কৰে সাৰি সাৰি,
কি সোভা দেখন্তে প্রায় অমৰ নগৰি।
নানা চিত্র বিচিত্র খিৰিকিৰ সত সত,
দেখিলে আচৰ্জ্জ গ্যান হোৱাই মনত।
তাৰ পুব ফালে আচে ধনৰ ভাণ্ডাৰ,
দেখিলে মোহিত ৰিদি কম্পে সবাকাৰ।
দিবা নিসি ৰাখে চিপাহি হাৱালদাৰে,
বিনা আগ্যা তাতে কোন পসিবাক পাৰে।
তিনিও চিৰস্তাৰ কাগজ তাহাতে থাকই,
মহাফেজ গনে জানা কৰ্ম্মক কৰই।
আৰু তাতে কালেক্টৰ সন সনান্তে জাই,
জমা খৰচৰ থিক কৰন্ত সদাই।
তাৰ উত্তৰ ফালে আৰু শোভে থানাঘৰ,
দাৰোগা বিচাৰ কৰে তাহাৰ ভিতৰ।
চোৰ, ডকাইত কোনেও একো কৰিব নোআৰে,
এক এক কোটাল তাত দেখি ধাতু উৰে।

আৰু এক গৰ আচে থানাৰ সমিপতে,
সস্য নষ্টকৰা জন্তু বন্দী হই তাতে।
থানাৰ পৰা পুব ফালে কিছু ওচৰতে,
কেঁয়া পটি আচে সিতো সুন্দৰ দেখিতে।
চিত্র বিচিত্র দ্রব্য কতনো তাহাতে,
চাহিয়া থাকিলে ত্রিপ্তি ন হই চখ্যুতে।
আচে ইস্কুল ঘৰ এক থানাৰ পচিমতে,
পার্চি বঙ্গলা শিশু নিত্যে সিখে তাতে।
নানা জাতৰ ল'ৰা মানে সদা তাতে জাই,
পণ্ডিতে বহিয়া পাট দিয়ন্ত তথাই।
আচে দুই ঘৰ আৰু ইস্কুলৰ ওচৰে,
কমিস্যনৰ চাহাব আহি তাতে বিচাৰ কৰে।
জিলাৰ পচিমে কলঙ্গ নদী বহে আতি,
তাৰ ওপৰতে সুন্দৰ দলঙ্গ থৈচে পাতি।
দলঙ্গৰ মুৰতে কৰিচে গ্রিহ এক,
সুগঠন অনুপম দেখিতে প্রত্যেক।
সহস্র সহস্র লোক নিত্যে পাৰ হই,
কোনো কোনো লোক তাত বিস্রামো কৰই।
দলঙ্গৰ দখিন ফালে ঘৰ ভয়ঙ্কৰ,
তাৰ মধ্যে আৰু নানা সোভা কৰে ঘৰ।
জমপুৰি সম আতি দেখি লাগে ডৰ,
দুসি লোক মানে জত আনি ধৰি ধৰি,
তাহাৰ মাজত ৰাখি থই বন্দি কৰি;
তাৰ উত্তৰতে আচে নামে গির্জা ঘৰ,
সাঠি হস্ত মানে সিতো হোএ উচ্চতৰ।

গ্রিহৰ ওপৰে শোভে ত্রিঙ্গ জে দসম,
চখ্যুত চমক লাগে দেখি মনোৰম।
বাৰব মেহৰাজি আৰু গৃহ সুগঠন,
বৰ্ণাইবাৰ শক্তি নাহি আমি মূঢ়জন।
তাৰ কিচু পূব ফালে দেখিও বজাৰ,
কৰে মুদি গণে কিনা বেচাৰ বেপাৰ।
অনেক ৰঙ্গৰ বস্তু থাকই তথাই,
হেজাৰ হেজাৰ লোক সদা আহে জাই।
কত কত পোহাৰিএ পোহাৰ আৰু দিছে,
নানা খাদ্য দ্রব্য আদি তাহাতে বেচিচে।
চিপাহিৰ চাউনি আচে তাহাৰ উতৰে,
সাৰি সাৰি গ্রিহগণ অতি সোভা কৰে।
তথাই থাকিয়া সদা চিপাহিগণ মানে,
পহৰা দিৱন্ত গাৰাদ পাতি থানে থানে।
জেই দিসে জিলাৰ কৰন্ত নিৰিখ্যন,
পকি সব কেৰল হোৱই দৰিসন।
তাৰ মধ্যে চাহাৰ-লোকৰ ঘৰ জত জত,
দুৰ হৈতে দেখি জেন ধবল পৰ্বত।
আনো নানা গ্রিহ তাত আচই জতেক,
সি সবৰ কথা মই লিখিবো কতেক।
থানে থানে পাট নাদ অতি মনোৰম,
পুষ্কৰনি আদি আৰু আচই উত্তম।
তাত পৰি জলচৰ পখি জত জত,
আনন্দে বিহাৰ কৰি থাকই সতত।
বৰ, আহঁত আদি গচ আলিৰ দাঁতিত,
সাৰি সাৰি কয়া থৈচে দেখিতে সোভিত।

তাহাতে পৰিয়া সদা নানা পখি গনে,
সুললিত ৰাও কাহিঁ থাকে ঘনে ঘনে।
আলিত ফুৰিতে জদি অচিনাকি জাই,
কেনি আহিল, কেনি জাব, চিনকে নেপাই।
সততে আনন্দ প্ৰজা গিত বাদ্য ৰত,
চতুৰ্দ্দিসে সুনি কেৱল লোকৰ উত্‌সত্ত্ব।
এই ৰূপে কতমত আচই জিলাতে,
কি শক্তি আচই মোৰ বৰ্ণনা কৰিতে।

---

## বলিনাৰায়ণ বড়া ( উনবিংশ শতিকা )

### ডাঙৰীয়া

ডাঙৰ দীঘল ভুনি মাৰা, মূৰত ডাঙৰ পাগ ।
বিয়ায় সভায় ডাঙৰ চকুত পায় ডাঙৰ ভাগ ॥
ডাঙৰ জাপিৰ তলত যায়, ডাঙৰ পিৰাত বহে ।
ডাঙৰ হোকাত ধপাত খায় ডাঙৰ ডাঙৰ কাহে ॥
ডাঙৰ খাহি, ডাঙৰ মাছ, ডাঙৰ ভেটি ভাৰ ।
গোচৰ শোধাত, জগৰ ভাঙাত সদায় লাগে তাৰ ॥
ডাঙৰ ঘৈনীক চুলিত ধৰি মাৰে ডাঙৰ চৰ ।
ডাঙৰ চাউলৰ ভাত দিয়ে তাতশালত ঘৰ ॥
বান্দীক মাৰে খুটাত বান্ধি, ডাঙৰ বাৰ্হনিৰে ।
খৰমৰ কোব লগুৱাৰ মূৰত দিনে ৰাতি পৰে ॥
ডাঙৰ দাবিত লৰালুৰি, পলায় লৰালৰি ।
ডাঙৰ বেতৰ কোবত কেঁওএ কান্দেবা চিঞৰি ॥
ডাঙৰ ডিঙিত ডাঙৰ হাতৰ ডাঙৰ ধুমধুমনি ।
ইমুৰৰ পৰা সিমুৰলৈ গোটেই গাঁৱত শুনি ॥
ডাঙৰ চৰাৰ ডাঙৰ খুটাত ডাঙৰ গাৰু পাৰি ।
পাটি ঢাৰিত খাই দাই উঠি বহে ভেম ধৰি ॥
ডাঙৰ ডগডগিত পানী, ডাঙৰ বটাত পান ।
ওচৰত থয় হোকা, চৰিয়া, পিকদান ॥
ডাঙৰ বিচনিৰ বা জুৰ লাগি পৰে ।
চকু মুদি ডাঙৰ ডাঙৰ হোটোৰনি মাৰে ॥
পিন্ধা-উৰাত ভেম ডাঙৰ, কথাতে ডাঙৰ গপ ।
তলে তলে কথা ডাঙৰ, পুৰা ডাঙৰ জপ ॥

চুবুৰীয়াৰ মাটি চেপি পাতে ডাঙৰ বাৰী।
গহনাৰ পেৰা ডাঙৰ কৰে, বাঁৰী তিৰুতা কাঢ়ি॥
খাতৰ বন্ধাক খাব নিদি ডাঙৰ ভৰাল পাতে।
বিয়ায় সভায় মাগবন তুলি চাঙৰ তলত পোতে।
তিৰুতাৰ আগত পুৰুষালি গোলামক খুন্দা যম।
লৰাৰ আগত বৰ কথা সমনীয়াৰ আগত কম॥
চাপ্‌ৰাচিৰ আগত কেকোৰা কেকুৰি, চাহাবৰ আগত কুজা।
এওঁ এই আমাৰ আসামৰ ডাঙৰীয়া বুজা॥

---

## কমলাকান্ত ভট্টাচাৰ্য্য ( ১৮৫৩-১৯৩৬ )

### পাহৰণি

কোৱাঁ পাহৰণি, তোমাৰ পেটত
কতনো ৰাখিছা বুৰঞ্জী সুমাই ?
চিন্তিলে এবাৰ মৰোঁ পুৰি-ডেই,
কত জাতি-কীৰ্ত্তি খালা গিলি, হায় !
ই শিলডুখৰি কোণে কাটিছিলে,
কাৰনো হাতৰ ই পুৰণি চিন ?
কোনে বান্ধিছিল শিলৰ আৱাস
পমি বা সিজাতি ক'ত হ'ল লীন ?
এনে কাৰিকৰি শিলত খটোৱা
অসভ্য আছিলনে সিজাতি সিদিন ?
এই অসমৰ অসভ্য জাতিৰ
পুৰব পুৰুষৰ হয় বা ই চিন।
এই লুপ্ত চিন, পুৰণি নগৰ
বাণৰ নগৰ বুলি যাক কয়,
সভ্য বলৱন্ত আছিল নৃপতি ;
যেন শিলে মাতে বুলি হয় হয় !
চিন্তাৰ নিনাদে শুনিলো ই ধ্বনি,
বিন্ধিলে শোকৰ জোঙাল শেলে,
প্ৰকৃতিয়ে দিয়া দেশৰ স্নেহটি
তেজ হৈ ঘনকৈ ধাৰেৰে বলে।
ই শোণিতপুৰ, দেখো চাৰিওপিনে
পুৰণি হাতৰ চিনেৰে ভৰা ;

নাপাওঁ বিচাৰি অকণো বুৰঞ্জী
ক'ব কোনে, কাক সুধিম বতৰা ?
হে ভোমোৰাগুৰি, নেপাওঁ বিচাৰি
তুমি বিনা কাকো দিওঁতা উত্তৰ ;
শিল খটখটি এই পুখুৰীটি,
কোনে পাতিছিল ইয়াত নগৰ ?
গুজৰিছিলনে সভ্যতাৰ গপে
এতিয়াৰ দৰে খলক কৰি ?
সি জাতি আছিলনে শিল্প-নৈপুণ্যত
ইহঁতৰ দৰে বৰ অহংকাৰী ?
ইয়াৰ উত্তৰ কাক সুধি পাওঁ ?—
ক'বানে হে তুমি ভৈৰৱী আই !
ই হেন মন্দিৰ কোনে বিনাশিলে
এই পৰ্ব্বতৰ গৌৰৱকো, হায় !
কোনে সাজিছিলে নাম তাৰো নাই,—
নিৰদয় কাল, হায়, কি কাৰণ !
আশাৰ প্ৰতিমা পুৰণি জাতিৰ
নেৰাখিলা, হায়, অলপো চিন !
কোৱাঁ শুনো, কাল, কোৱাঁ ৰিঙিয়াই
মনলৈ আনাচোঁ বিশ্বাস মাতি ;
সত্য বলৱন্ত পূৰ্ব্ব-পিতৃহঁত
আছিলা সিদিনা ধৰণীৰ খ্যাতি ।
শুনা কাণ পাতি, ভ্ৰষ্ট আৰ্য্যগণ,
বতাহ-মাতত আকাশী বাণী ;
চাৰিওপোণে শুনো বোলে হয়, হয়,
তুপিয়াই শলাগে গছৰ ঠানি ।

চিঞৰি কান্দিছে শুনা ব্ৰহ্মপুত্ৰে
শিলনিডৰাত নিৰলে বহি ;
বিলাপে ই নদে যেই দিন ধৰি
আৰ্য্যৰ গৌৰৱ পৰিল খহি।
শুনি ই বিলাপ কুৰুৱাই কান্দিছে
পানীৰ কাষৰ গছত পৰি;
মনৰ দুখেৰে হৃদয়-বিদাৰী
আৰ্য্যৰ কাহিনী স্মৰণ কৰি।
হে মহাভৈৰৱ, বিষাদে মলিন
এই দেৱালয় ভগন কিয় ?
উষাৰ পূজিত তুমি ইষ্টদেৱ
আছিলা এদিন কুঁৱৰী-প্ৰিয়।
কোৱাঁ, দেৱী, কোৱাঁ সুধিছো এবাৰ
সুন্দৰী উষাৰ নগৰনে ই ?
শ্ৰদ্ধা-ভকতিৰে তোমাক পূজিছিলে
সদায় যতনে বাণৰ জীয়াৰী।
কি কুটিল গতি নিষ্ঠুৰ কালৰ !
আজি ক'ত উষা, দেৱ পশুপতি ?
লাজ নাইকিয়া আছা তুমি কিয়,
লভি অপমান ই হেন দুৰ্গতি ?
কেনে ৰম্যপুৰ আছিল মন্দিৰ
বেষ্টিত চৌপাশে সুন্দৰ প্ৰাচীৰ ;
আজি ভগা চিনে দেখায় সৰাক
শত্ৰু-ইতিকিং-বেৰ-ৰেখাটিৰ।
শত কাঁহ ঘণ্টা বাদ্য বাজিছিল
আইটী উষাৰ পূজাৰ বেলি ;

শত ঢাক-ঢোল শঙ্খ পাঞ্চজন্যে
বাজিছিলে আৰু মহৰি কালি।
সোণালী পাটীত বহি সেইদিনা
পূজিছিলে তযু চৰণ-তল ;
বেষ্টিত চৌদিকে ৰূপৱতী সখী
পদ্মিনীক যেনে হংসিনী-মণ্ডল।
কিন্তু আজি দেৱ, তোমাৰ দুৰ্গতি
দেখিলে বিদৰি বিষাদে হিয়া ;
কত আছে উষা, ক'ত বাণ ৰজা,
কাৰো ঘৰ-বাৰী চিনো নাইকিয়া।
নাহিকে বুৰঞ্জী, কিহত বিচাৰি
গাওঁ যশ-গান প্ৰতাপী ৰজাৰ ?
যাৰ অহঙ্কাৰৰ পঢ়োঁ ইতিহাস,
আপোন গৌৰৱো পৰ-অধিকাৰ !
আপোন নিচিনি ভাৰত-সন্তানে
বিচাৰয় আজি কাৰ পৰিচয় ?
হায়, কলিকালে কিহত পেলালে,
ভাৰতৰ আজি কিনো দুঃসময় !
সিদিনা ৰোমৰ ভগা চিনবিলাকে
নিজ স্বাধীনতা আনিলে মাতি।
গ্ৰীচকো ইদৰে ই চিনবিলাকে
লগালে সিদিনা একতাত গাঁঠি।
তেন্তে তুচ্ছ বুলি নেভাবোঁ, ই শিল
হৃদয় মাজৰ ভ্ৰূপৰ ধন ;
কৰিব এদিন ভাৰত-সন্তানে
পৰাণ-প্ৰতিষ্ঠা ইয়াৰ সাধন !

জন্মিব সিদিনা শতেক মেট্‌চিনি,
তুচ্ছ পৰি থকা শিলৰপৰা ;
শত গাৰিবলডি জনম লভিব,
কৰিব পোহৰ ভাৰত ধৰা।
সিদিনা বুৰঞ্জী কৰিব উদ্ধাৰ
আছে লেখা এই শিলৰ ভিতৰ ;
চিয়াঁহিৰে লেখা নহয় পাতত,
যুগমীয়া ইটো লেখা শোণিতৰ !
কুশিক্ষিত আজি ভাৰত-সন্তানে
পঢ়িবলৈ এই বুৰঞ্জী আখৰ ;
নিচিনি আপোন পৰক শলাগে !
ই হেন দুৰ্ভাগ্য হায় ভাৰতৰ !
ছি ছি আশাৰ ছলনা যেন মৰীচিকা,
দেখিলে সপোন মিছায়, কল্পনা ;
জাতীয়-বিদ্বেষ-ৰাক্ষসী-ভকত—
দিওঁ ইহঁতক কিহেৰে তুলনা !
নাহি মিল কাৰো দুৰ্ম্মতি সন্তান,
চৌষষ্ঠি পয়ষষ্ঠি বেলেগ জাত ;
ই হেন জাতিক হায় কোন দিনে
দিব একতাই সাদৰৰ মাত !
পাহৰণি হেৰা, তোমাৰ অনন্ত
গৰ্ভত থোৱাঁ নি এই ভাৰতক ;
আন্ধাৰ সিন্ধুৰ অতল তলত
পেলোৱাঁ নি, যেন সৱে পাহৰোক !

## জাতীয় গৌৰৱ

বুৰঞ্জী লিখক
জাতীয় গৌৰৱ
কিবা চিন পাবা অসম দেশৰ,
যত কবিকুল
জাতি পদ্মফুল
লভিলে জনম ফলে কি পাপৰ।
হায়! হায়! হায়!
বুকু ফাটি যায়
যি বুজে পুৰিছে হৃদয় সদায়।
উহ্। পাহৰণি
যেন ৰাক্ষসিনী
গিলিলি বহুত অসম গৌৰৱ।
কোনে উলিয়াব
কোনেবা দেখাব
জন্মিছেনে এনে মহা অনুভৱ?
ঠিক অসমীয়া
মানুহ নহয়;
অসম শ্মশান নোহে কোনে কয়?
অনন্ত কন্দলি
জন্ম ধৰিছিল
কিনো পাপ কৰি অসম মাটিত,
নাই তথু নাম
আদৰ সন্মান
কাললৈ হুমাল শ্মশান ভূমিত।

পদুমৰ গোন্ধ
গুবৰুৱা লয়
ভোমোৰাৰ দৰে ফুল কি ৰময় ?
কন্দলি শ্রীধৰ
কিনোহে সুন্দৰ
গাঁথিছিলা বাছি ফুল মালাধাৰ,
ভাবিছিলা মনে
অসম সন্তানে
পিন্ধি গুণ গাই থাকিব তোমাৰ।
কালৰ নিষ্ঠুৰ
ৰতাহ-কোবত
পৰিল সি মালা অনন্ত-খালত।
ৰাম সৰস্বতী
ভাৰতৰ পুথি
ব্যাসৰ বাছনি ফুলৰ মালা,
কৰিলা ৰচনা
তোমাৰ কামনা
নিসিজিল হ'ল ল'ৰাৰ খেলা।
দেৱ কৃত্তিবাস
কীৰ্ত্তিৰ আবাস
সাজিলে তোমাৰ বঙালী ভাই,
এই ৰামায়ণ
লেখা কবিজন
পুথিৰ ৰতৰাৰ নামো নাই।
পুৰণি গৌৰৱে
গৰ্ব্বী যেই দেশ
নহয়, নাই তাৰ উন্নতি লেশ।

কত পৰিশ্ৰম
কৰি কবিজন
সাজিলে মৌবাহ কেৱল বৃথায়,
আজি অসমত
ডেকাৰ মাজত
বিচাৰি তাক খাওঁতা নাই।
স্বজাতি অসভ্য
ঘিণি হয় সভ্য
পিতাৰ পুত্ৰৰ নাই পৰিচয়
ইৰূপ ব-ছেৰা
সন্তানৰ জ্ঞান
দিলেহি বিধাতা এই মাটীখান!
ঠিক অসমীয়া
মানুহ নহয়;
অসম শ্মশান নোহে কোনে কয়?
শঙ্কৰদেৱৰ
দেখোঁ জীৱনৰ
চৰিত্ৰ কেৱল ভকতত সীমা,
চৈতন্য জীৱন
জগত-ঘোষণ
শ্মশানতে লয় শঙ্কৰ মহিমা।
মাধৱদেৱ এক
সুকবি প্ৰধান
অসভ্য দেশত জন্মি নষ্ট নাম।
যেন ফুল ঘ্ৰাণ
হাবিত জনম
হাবিৰ বতাহে হাবিতে নাশে।

ই অসভ্য দেশ
মনুষ্যত্ব লেশ
নাই একেবাৰে ভাৰত মাজে।
ঠিক অসমীয়া
মানুহ নহয় ;
অসম শ্মশান নোহে কোনে কয় ?

---

## ভোলানাথ দাস ( ১৮৫৮—১৯২৯ )

### সীতাহৰণ-কাব্য

#### ( প্ৰথম সৰ্গ )

লক্ষ্মণ সীতাৰ সহ, পিতৃসত্য পালি,
দাশৰথি ৰঘুপতি পঞ্চবটী বনে
তপস্বীৰ বেশে, ভক্ষ্যি বন্য ফল-মূল
তপস্বী-আহাৰ, যৱে ছিলা বনবাসে।
কিৰূপে ৰাৱণ বলী লঙ্কা-অধিপতি
হৰিলা জনক-সুতা,—যিটো অপৰাধে-
মৰিলা সবংশে পাছে ৰাক্ষস-ঈশ্বৰ
দেৱকুল অৰি—সেহি ৰামায়ণ গীত
গাইবে বাঞ্ছিছোঁ আমি মূঢ় অকিঞ্চন
অমিত্ৰ-অক্ষৰ ছন্দে, হে মাতঃ বাগ্দেবি !

*  *  *

প্ৰভাতিলা নিশা। উষা আশুগতি ধৰি
আসিলা ; কুৰুলি দিলা সুদীৰ্ঘে পেঁচক ;
বায়স কৰিলা 'কা কা' ; যেন হেৰুৱাই
লঙ্কা, লঙ্কা-প্ৰিয়-পক্ষী কুক্কুট পুছিলা
'লঙ্কাপুৰ ক'ত' বুলি ; গাইলা চৌদিশে
প্ৰভাতীয় গীত যত প্ৰভাতী বিহঙ্গ ;
বৃকধূৰ্ত্ত দল দিলা হুৱা-ধ্বনি দূৰে।

উদিলা আদিত্য দেৱ উদয় অচলে
উজলি শিখৰ শিৰ, পৰে তৰুশিৰ
সুউচ্চ, অনুচ্চ পৰে ; পৰে লতা বন ;
ক্রমে ধৰাতল পাছে ; ৰজতৰ বিভা
শোভিল জগৎ যুৰি। ডৰি বিভাৰৰী
বিভাবৈৰী দৰশনে, পলাল অন্তৰে ;
কন্দৰে তিমিৰমালা লুকাল তৰাসে।

* * *

হেন কালে, ভ্রমি বনে বন-বিহাৰিণী
দুষ্টা নিশাচৰী এক পঞ্চবটী বনে
হলা উপনীতা আসি,—নাম শূর্পনখা,
লঙ্কেশ ৰাৱণ-ভগ্নী, নিকষা-নন্দিনী।
মানব-বসতি দেখি অমানব বনে,
চাইলা ৰাক্ষস-ভগ্নী আড়ালত থাকি
পর্ণ গৃহ দিশে ; তথা দেখিলা বিস্ময়ে
শোভিছে শ্রীৰাম-ৰূপ অৰণ্য উজলি।
অতি সুগঠিত দেহ ; শ্যামল বৰণ ;
আজানুলম্বিত বাহু ; মুখ সুকোমল ;
সুধা সুগঠিত, যেন সুধাংশু আনন ;
পঙ্কজ নয়ন দুটী, দৃষ্টি মনোহৰ ;
ওপৰত তাৰ,—যেন ফুলধনু ভাৰ—
ঈষদ বঙ্কিমভাৱে সুচিকণ কৰি,
—ৰমণী কুলৰ মন হৰণৰ হেতু—
চতুৰ চতুৰানন চিত্রিলা ভ্রূযুগ।
অপূর্ব্ব ৰাঘৱ ৰূপ ভুবন মোহন,
ৰতিপতি পৰাজয় পায় যেন ৰূপে।

মোহন মুৰতি নৃপৰূপে বিমোহিতা
হুইলা নিকষা-সুতা। ধৰি পুষ্পধনু
মদন আনন্দ ঘন সম্মোহন শৰে
বিন্ধিলা ৰাক্ষসী হিয়া; ব্যাকুলা ৰাক্ষসী।
এৰি নিশাচৰী ৰূপ পাছে মায়াবিনী
শূৰ্পনখা, মায়াবলে চিত্তবিমোহিনী
সুন্দৰী ৰমণী হ'লা;

* * *

বুলিলা কৰ্বুৰ-বালা বীৰেশে সম্ভাষি
মধুবাক্যে, "বন্দো পদে পুৰুষ পুঙ্গৱ,
আমি বন-বিহাৰিণী; পৰিচয় দানে
তুষিও শ্ৰৱণ মোৰ। নৃপ-পুত্ৰ তুল্য
সুন্দৰ তোমাৰ তনু। কৰিছা বসতি
কি ক্লেশে তপস্বীবেশে বিপদ-সঙ্কুল
অকূল কাননে? হেন অতুল কুসুম
অথলে, অশ্ৰুপূৰ্ণ কণ্টকিত স্থলে,
কিহেতু ফুটিলা? তুমি দেৱ কি মানৱ?
কোমলাঙ্গী হেমপ্ৰভা ৰমণী-ৰতন
সঙ্গে তব; কিবা হোৱে ই চন্দ্ৰবদনী?
কি হোৱে পুৰুষ সিটি গৌৰাঙ্গ-গঞ্জন?"
নাৰীৰূপা নিশাচৰী বচন আকৰ্ণি,
উত্তৰিলা সীতাকান্ত শান্ত গুণনিধি
সুমৃদু বচনে, "মোৰ জন্ম সূৰ্য্যকুলে;
ৰথীশূৰ দশৰথ অযোধ্যা নৃপতি
পিতা মম; ৰাম নামে আমি অভিহিত।

সিজন লক্ষ্মণ ভাই ; প্ৰেয়সিনী সীতা
ইটি। পিতৃসত্য হেতু কাননে নিবসোঁ
ধৰি বনচাৰী বেশ; ফলমুলাহাৰি।
দিয়া তব পৰিচয় ; কিয় একাকিনী
কামিনী, কাননে ভ্ৰমা ? উৰ্ব্বশী, মেনকা
কিম্বা তিলোত্তমা হবা ; নহলে ৰূপসি,
সম্ভবে কি হেন ৰূপ ? নহলে, কি সাহে
ভ্ৰমিছা ইঘোৰ বনে তুমি, সুবদনি ?"
ৰঘুমণি মধুবাণী ৰমণী-শ্ৰবণ
মধুৰিলা মধুকাল-প্ৰিয়
কুহুকণ্ঠ, কুহু যথা।

## মেঘ

কি ভাবি হে মেঘ ; আজি শ্বেত কলেৱৰ
শ্বেত যেন তুলা ৰাশি কিম্বা বৰফৰ ৰাশি
অতি ক্ষুদ্ৰ আয়তনে সুদূৰ অম্বৰে,
হইল উদয় কোৱা কি ভাবি অন্তৰে।
কোমলতা-পূৰ্ণ দেহ ; ধৱল বৰণ ;
কিঞ্চিতো নাহিকে দাগ কেৱল সুশ্বেত ৰাগ,
নাহি পাপ-লেশ দেহে ; সুপৱিত্ৰ মন ;
আকাশৰ এক কোণে দিছা দৰশন।
কৃষ্ণ বক্ষে জ্বলে যেন স্ফটিকৰ মণি ;
কিম্বা শ্যাম দুৰ্ব্বাদলে যথা জলবিন্দু জ্বলে
ছায়াবৃত জলে যেন শোভে কমলিনী,
বিস্তীৰ্ণ সমুদ্ৰে কিম্বা ধৱল তৰণী।

সিৰূপে তুমিও সেই বিস্তীর্ণ গগনে
ৰজতেৰে দেহ সাজি শোভিছা হে মেঘ আজি
দেখোঁতে জুৰায় চকু ক্ষুদ্ৰ আয়তনে,
উদিছা নতুনভাৱে সুকোমল মনে।
পূৰ্ব্বদিশে ধীৰে ধীৰে বহে সমীৰণ,
তাহাক বাহন কৰি সহৰ্ষে স্কন্ধত চৰি
ধীৰে ধীৰে ভাসি যোৱা গজেন্দ্ৰ গমন,
ধীৰে ধীৰে জলস্ৰোতে যেন হংসগণ।
শান্ত মূৰ্ত্তি, শান্ত ভাব কৰিছা ধাৰণ;
অমৃতেৰে দেহ ধুই আহিছা পবিত্ৰ হুই
সৰল কোমল মনে দিছা দৰশন,
এই দৰশন আজি নয়ন-ৰঞ্জন।
ই ৰূপ প্ৰশান্ত ভাব দৰ্শিলো তোমাৰ
বিশ্বাস নহয় মনে তুমিয়েযে এতিক্ষণে
ঘূৰি পুনঃ ধৰিবাহা বিশাল আকাৰ,
কৃষ্ণ দেহে আন্ধাৰিবা সমস্ত সংসাৰ।
নহয় বিশ্বাস হেন কোমলতা হায়,
কাঠিন্যে যে পৰিণত হইবেক নিমিষত,
ধৰিবা কৰাল মূৰ্ত্তি ত্যজি ক্ষুদ্ৰ কায়,
গৰ্জ্জিবা সুঘোৰ নাদে মেদিনী কঁপাই।
অথবা, বিশ্বাস নহ'ব কিয় ? প্ৰত্যক্ষ প্ৰমাণ
সদায় দেখিছোঁ আমি নানা ৰূপ ধৰি তুমি
ৰঙা, বগা, হালধীয়া কাঞ্চন-সমান,
দেখা দিয়া ক্ষণে ক্ষণে ঢাকি শূন্য স্থান।

দৰশিছোঁ কেতিয়াবা বিকট দৰ্শন
কৃষ্ণ দেহে ক্রোধ-মনে, দিগন্ত বিয়াপি ক্ষণে
দৰশোৱা বিভীষিকা চপল নৰ্ত্তন ;
কঁপিছোঁ শুনিয়া তব ভীষণ গৰ্জ্জন ।
দৰশিছোঁ কেতিয়াবা শিলা বৰষণে,
সযত্নে পালিত কত শস্যগণ কৰা নষ্ট
প্ৰাণীসব বধ কৰা বজ্ৰ-নিক্ষেপণে,
ইমত নিৰ্দ্দয় তুমি, সোধোঁ কি কাৰণে ?
কি ভাবি হে মেঘ আজি শ্বেত কলেৱৰে,
শ্বেত যেন তুলা ৰাশি কিম্বা বৰফৰ ৰাশি
অতি ক্ষুদ্ৰ আয়তনে সুদূৰ অম্বৰে
হুইলা উদয় কোৱা ভাবি কি অন্তৰে ॥

---

## বাসৱ-সভা

সীতাহৰণ কাব্য : ( ষষ্ঠ সৰ্গ )

নিস্তব্ধ বাসৱ-সভা।  সভাতলে আজি
বসিছে ত্ৰিদিববাসী ত্ৰিদিবেশ সহ
বিমৰ্ষে নীৰব হৈয়া ; নাহি বাক্য মুখে,
কাষ্ঠ-পুত্তলিকাগণ বাক্যহীন যথা।
উল্লাস, আনন্দ, নৃত্য, গীত-বাদ্য-ধ্বনি
বিৰাজিত যেহিস্থলে, মহোৎসৱে যেন—
অবিৰল, আজি হায় বিৰস সি গৃহ।
নাই নৃত্য নৃত্য-স্থলে ; মেনকা, উৰ্ব্বশী
মিশ্ৰকেশী, চিত্ৰলেখা, ৰম্ভা, তিলোত্তমা,
নিৰূপমা, মনোৰমা, বিদ্যাধৰীদল
নাই সভা-গৃহে ; নৃত্য কৰিবেক কোনে ?
কোনেবা গাইবে গীত, নাই ৰঙ্গস্থলে
সুকণ্ঠী গায়কীবৃন্দ কিন্নৰ-অঙ্গনা।
নাবাজে খঞ্জৰী, তাল, নাবাজে মন্দিৰা ;
নাবাজে বাঁশৰী, বীণা, সুস্বৰী চেতাৰ,
নীৰৱ অমৰ বাদ্য।

## আলেক্‌জেণ্ডাৰ ও দস্যু

আঃ—"তয়ে কি গ্ৰীশীয় দস্যু যাৰ অত্যাচাৰ,
শুনো প্ৰজাগণ মুখে এত বাৰম্বাৰ ?"
দঃ—"কোনে বোলে দস্যু মোক আদ্যন্ত নাজানি ?
গ্ৰীশীয় কুলজ মই বীৰচূড়ামণি ॥"

আঃ—“বীৰচুড়ামণি ? কি কি ? বীৰচুড়ামণি ?
প্ৰৱঞ্চক চোৰ তই অমঙ্গল খনি ॥
নগৰে নগৰে দুষ্ট অগনি জ্বলালি ।
হৰিয়া প্ৰজাৰ ধন দাৰিদ্ৰে ডুবালি ॥
তোৰ ভয়ে গ্ৰাম্য লোক কঁপে থৰ থৰ ।
নিৰ্ম্মম পাপীষ্ঠ তই থেশীয় পামৰ !”
দঃ—“ৰাজ্যপতি তুমি, নৃপ, কি কৰোঁ বচন ?
নহলে উচিতোত্তৰ কৰিলোঁহতন ॥”
আঃ—“ৰাজ্যপতি বুলি মোক নকৰিবি ভয় ।
দেহ বাক্যোত্তৰ, কৰি নিঃশঙ্ক হৃদয় ॥
যি আছে বক্তব্য তোৰ কহিও নিৰ্ভয়ে ।
দিছোঁ স্বাধীনতা আজি মৰণ সময়ে ॥”
দঃ—“তৱে প্ৰশ্নছলে, ৰাজা, কৰোঁ সমুদয় ।
মৃত্যুকালে যি যি মোৰ বক্তব্য আছয় ॥
প্ৰথমে কহিও ভূপ তুমি কোন জন ।
চাহোঁ শুনিবাক অগ্ৰে তৱ বিবৰণ ॥”
আঃ—“ৰাজা আমি ; মোৰ ৰাজবিধি শুভময় ।
শুধিও যশক মোৰ দিব পৰিচয় ॥”
দঃ—“নকহে কি যশে তৱে, তোমাৰ যিমত— ।
বিক্ৰম কাহিনী মোৰ বীৰদৰ্প যত !
ক্ষুদ্ৰ ক্ষুদ্ৰ গ্ৰাম মাত্ৰ কৰিছিলোঁ জয় ।
তাতে যদি ই হীনৰ অপৰাধ হয় ॥
তুমিওতো কৰিছিলা দেশ বিলুণ্ঠন ।
তুমিওতো হৰিছিলা পৰ দ্ৰব্যধন ॥
অসংখ্য লইয়া সেনা সেনানী নিশ্চয় ।
তুমিওতো কত ৰাজ্য কৰিলা বিলয় ॥

নিপাতিলা কত ৰাজা কত ধনী মানী।
নোহে কি সিসব দোষ তোমাৰ, নৃমণি ?
আমি ক্ষুদ্র দস্যু মাত্র অতি হীন জন।
তুমি কিন্তু মহা দস্যু ভীষণ শমন॥”
আঃ—“যদিও জিনিয়া ৰাজ্য অসংখ্য নগৰ।
লভিয়াছোঁ বহু অর্থ সম্পত্তি বিস্তৰ॥
সেইৰূপে মুক্ত হস্তে কৰি বহু দান।
কৰিছোঁ প্রজাৰ হিত মঙ্গল বিধান॥
জলহীন স্থান জলে কৰিছোঁ পুৰণ॥
পথিকৰ হেতু পথ কৰিছো নির্ম্মাণ।
বিশ্রাম ভৱন সহ মনোৰম স্থান॥
কত বিশ্ববিদ্যালয় চিকিৎসাৰ ঘৰ।
কৰিয়াছোঁ কত কার্য্য প্রজা হিতকৰ॥”
দঃ—“আমিও কৰিছোঁ বহু হিতকার্য্য, ভূপ,
অনুচৰগণ হেতু শক্তি অনুৰূপ॥
ক্ষুদ্র ক্ষুদ্র পাঠালয় কৰিছো স্থাপন।
যুদ্ধ শিক্ষা দিছোঁ বহু কৰিয়া যতন॥
ৰাখিছোঁ ৰোগীৰ হেতু চিকিৎসকগণ।
পার্য্যমানে কৰিয়াছোঁ শুভ সম্পাদন॥
তোমাত আমাত ভেদ নকৰো দর্শন।
তুমি দস্যু, ময়ো দস্যু, দস্যু দুয়োজন॥
তবে মাত্র এহি ভেদ, আমি হীন জন।
তব জন্ম ৰাজকুলে, আছে সিংহাসন॥”
এহিৰূপ দস্যু বাক্যে, অনুচৰগণে
আজ্ঞিলা নৃপতি তাৰ বন্ধন মোচনে॥
হুইলা বিমুক্ত দস্যু বাক্যৰ বলত।
প্রণমিলা ভূপতিক হুয়া পদানত॥

---

## লক্ষ্মীনাথ বেজবৰুৱা ( ১৮৬৪—১৯৩৮ )

### মোৰ দেশ

( গীত )

অ' মোৰ আপোনাৰ দেশ !
অ' মোৰ চিকুনি দেশ !
এনেখন শুৱলা,
এনেখন সুফলা,
এনেখন মৰমৰ দেশ ॥

অ' মোৰ সুৰীয়া মাত !
অসমৰ সুৱদি মাত !
পৃথিৱীৰ ক'তো
বিচাৰি জনমটো
নোপোৱা কৰিলেও পাত ॥

অ' মোৰ ওপজা ঠাই !
অ' মোৰ অসমী আই !
চাই লওঁ তোমাৰ
মুখখনি এবাৰ,
হেপাহ মোৰ পলোৱা নাই ॥

অ' মোৰ আপোনাৰ দেশ !
অ' মোৰ সুকীয়া দেশ !
অ' মোৰ মৰমৰ দেশ ॥

## কবিতা

শোকৰ সঙ্গীত সিটি বিষাদৰ সুৰ,
আতুৰৰ হুমুনিয়া, লোতক চকুৰ।
বেজাৰৰ কলা ৰেখ, তৃষ্ণা তৃষিতৰ,
বিধৱাৰ বুকু ফটা যাতনা ডাঙৰ।
ছয়ামযা সুখৰ সি খন্তেকীয়া হাঁহি,
সুৰভি বিলাই যোৱা গোলাপৰ পাহি।
বিজুলীৰ চকামকা নিমিষ পোহৰ,
জোনৰ কোমল কান্তি, পানীৰ লহৰ।
বীণৰ আতমা সিটি উৰি 'গুণ' গায়,
বাঁহীৰ জীৱন সি যে ডালত 'কুউৱায়'।
ৰমণীৰ কমনীয় মাধুৰী মধুৰ,
আধা-ফুটা আধা-মাত সৰগ শিশুৰ।
লাজেৰে তিওৱা মুখ সুন্দৰী ৰূপহী,
নিয়ৰত গা ধোৱা সেউতী সি বাঁহী।
অনাঘ্ৰাত কেতেকীৰ সোণোৱালি ৰেণু,
বৃন্দাবন মতলীয়া কলীয়াৰ বেণু।
প্ৰকৃতিৰ কামনাৰ সৌন্দৰ্য্য ৰঞ্জিত,
কবিতা কল্পনাময়ী কবিৰ বাঞ্ছিত।

## বীণ-ব'ৰাগী

( ১ )

দিন দুপৰত
আগ চোতালত
কোনেনো বাইছে বীণ ?

কিনো গীত গায়,
কিনো কথা কয়
উজাৰি লুকুৱা চিন ?
বুজোঁ বুজোঁ কৰোঁ
বুজিব নোৱাৰোঁ,
ক'ৰে ঐ ব'ৰাগী তই !
কি দুখৰ কথা,
কি শোক-বাৰতা,
কি কৈছ নুবুজো মই।
সীতা আইৰ বাতৰি
যদিহে কৈছ,
নক'বি আৰু ঐ মোক !
জনম-দুখুনী
আই সীতা শান্তি,
শুনিলে বাঢ়িব শোক।
যদিহে গাইছ
নলৰ কাহিনী
নাগাবি ব'ৰাগী আৰু ;
দময়ন্তী-দুখে
হিয়া ভাঙি নিব,
নালাগে অলপো বাৰু।
চিন্তা-শ্ৰীবৎসৰ
নাগাবি কাহিনী
দ্ৰৌপদীৰ নক'বি কথা ;
সতী জয়মতী
আয়তী দুখুনীৰ
দুখত লাগিব ব্যথা।

( ২ )

যদিহে গাইছ
বদন ফুকনে
    কেনেকৈ আনিলে মান ;
কেনেকৈ মৰাণে
অসম ধ্বংসিলে
    যদিহে গাইছ গান ;
মণিৰাম পিয়লিৰ
মৰণ-বাতৰি
    যদি তোৰ বীণে বায় ;
মানা কৰ তাক
ব'ৰাগী ককাই ঐ
    শোক মোৰ উথলায়।
একণি হৃদয়
এফেৰি সমল
    কতনো সহিব খুন্দা !
ভাগি-ছিগি যায়
অলপ আঘাতে,
    কিয় তই মোক কন্দা ?
বেহুলা শান্তিৰ
নুশুনাবি দুখ,
    চান্দোৰ নকবি কথা ;
দুখৰ বোকোচা
ব'ব মই নোৱাৰোঁ
    অন্তৰত পাওঁ ব্যথা।

বিষাদ-বাতৰি
কতনো শুনাবি
মনৰ তৰণি নাই ;
কাবৌকৈ মাতিছোঁ,
ব'ৰাগী ককাই ঐ
বীণে যেন নিবিনায় ।

( ৩ )

শোকৰ সুৰটি
শুশুনিও নোৱাৰোঁ,
বাঘ-মোৰে ধৰে মোক ;
আঁতৰি যাবৰ
শকতি নাপাওঁ
বেজাৰে পীড়িছে বুক ।
শুনা ঐ ব'ৰাগী,
আনন্দ-কাহিনী
অসমৰ যশ-ৰাশি ;
হিয়া মোৰ হেৰ
বলৱন্ত হোক,
পৰাণ উঠক উলাসি ।
বাণ, ভগদত্ত,
নৰকাসুৰৰ
ভীষ্মকৰ গুণ গা ;
ভাস্কৰবৰ্ম্মাৰ
কীৰিতি সুন্দৰ
শুনো হেৰ বীণ, বা ।

শঙ্কৰাদিৱে
কেদাৰ ৰজাক
কেনেকৈ জিনিলে শুনা ;
পাৰস্য সম্রাট
আফ্রচিয়াৰেৰে
যু ঁজিলে কেনেকৈ জনা।
শঙ্কৰ, মাধৱ,
কন্দলিসকলে
কি কৰিলে বীণ ক ;
ৰুদ্রসিংহ স্বৰ্গদেৱে
কি কৰিলে
ক বীণ, কিয় ৰ'?
বৰদৈচিলা হেন
চিলাৰায় দেৱানে,
নৰনাৰায়ণ ৰজা
কি কীৰ্ত্তি ৰাখিলে,
গা ঐ ব'ৰাগী,
বজা, আৰু বাৰ বজা।

( ৪ )

বজা ঐ ৰ'ৰাগী,
সংসাৰ-বিৰাগী
সংসাৰৰ গুণ-গান ;
সুৰদি সুৱলা
ৰেপটোৱে পতি
শীতল হওক প্ৰাণ।

কথাটি নুবুজোঁ,
সুৰটি বুজিছোঁ
জন্ম-জন্মান্তৰে শুনা ;
সিজন্মৰ সোঁৱৰণি
সোঁৱৰাইছ হেৰ
আলসুৱা বীণা।
সৰগ-বাতৰি
সৰগৰ বীণে
অবুজ ভাষাৰে গায় ;
বুজিও নুবুজোঁ,
বুজিম সকলো
তেতিয়া সিপুৰী পাই।
সৰগৰ পৰা
নামি আহি বীণে
সৰগ-বাতৰি দিলে ;
'সৰগ এৰিছা
আকৌ সৰগ
পাবাগৈ' বুলি সি ক'লে।
'সদায় নাথাকে
প্ৰৱাস দুখ'—
বীণৰ সুৰে বিনায় ;
আনন্দৰ কণা
সৰগৰ আনি
মৰ্ত্ত্যত মোক যোগায়।

( ৫ )

গা বীণ গা
অমৃত সঙ্গীত,
শুকানে মেলক কুঁহি ;
প্ৰৱাস-ভাগৰ
আঁতৰি পলাওক,
মুখত ওলাওক হাঁহি ।
বীণৰ ব'ৰাগী,
ব'ৰাগী নহৱ
দুখীয়া নহৱ তই ;
আনন্দৰ কণা,
ৰসৰ নিজৰা,
বীণতে বান্ধিছ ঐ ।
নমা ঐ, নমা ঐ, নমা ঐ
আকাশী অমিয়া,
আকাশী গঙ্গাৰ দৰে ;
দে মোক, দে মোক
ব'ৰাগী ককাই ঐ,
পিওঁ মই নিছিগা ধাৰে ।
নতুন প্ৰাণৰ
ন চকুযুৰি
দীপিতি ঢালি দে তাত ;
পুৰণি পৃথিৱী
নকৈ চাই লওঁ,
হে বীণ এবাৰি মাত ।

## ধনবৰৰ ৰতনী

উজায়ে আহিলে ভাটীৰে ৰতনী
বুকুৰে মাধুৰী লৈ;
ভটীয়াই গ'লে ঐ শাহটো সামৰি
মোলৈ খোলাটো থৈ।
ক'ৰে ঐ ৰতনী, ক'ৰে ঐ শাখিনী
কিনো কুটেশালে তই!
সকলো লুটিলি ধনাইকো বধিলি
কেনেকৈ জী থাকোঁ মই?
পৰ্ব্বতে পৰ্ব্বতে বগাব পাৰোঁ মই
লতা বগাবলৈ টান;
ৰতনী সোনাইকো বৰাব পাৰোঁ মই
মাকক বুজাবলৈ টান।
বগাকৈ বগলী উৰে কেনে কৰি
পাখিতে পাখি লগাই
কাৰেনো উৰিব ধনবৰ দুখীয়া
ৰতনী লগতে নাই।
ফেনে-ফোটোকাৰে বৰ লুইত বৈছে
বুকুত লৈ থাগৰিৰ জঁাজি;
বুকু উদং কৰি ৰতনী গ'লে মোৰ
কাকে লৈ বৈ যাম মই আজি!
পুবৰে পচোৱা চাটি মাৰি গ'লে
ধানতে থৈ গ'লে থোক;
ধনাইৰে মনাইকে চাটি মাৰি ৰতনী
মনতে দি গ'লে শোক।

গঙাতে উৰিল ঐ গঙাৰে চিলনী
বালিতে উৰিল ঐ ঘোঁৰা ;
সেন্দুৰী টিঙতে বহি উঠি গ'লে
ৰতনী ধনাইৰে পৰা।
চৰায়ে তুলিলে ঐ ছ'ৰা পোৱালি
গছৰ ডাল শুৱনী কৰি ;
ৰতনীক তুলিলে মাকে বাপেকে
ধনাইৰ কাল-শতুৰু কৰি।
লুইতৰ শিহু ঐ টুপাই বুৰ মাৰিলি
আকোঁচোন এটিবাৰ ওলা ;
ধনশিৰিৰ ৰতনী টুপাই বুৰ মাৰি গ'ল
ভাঙি মোৰ কামিহাড়েচলা।
বালিতে চৰিছে দুটি বালিমাহী
লগৰে লগৰী পাই ;
পাৰতে কান্দিছে ধনবৰ দুখীয়া
ৰতনী লগতে নাই।
ফুটুকাৰ তলতে যখিনী ছোৱালী
টুক্‌টুক্ চাপৰি বায় ;
ধনাইৰে ছাঁতে ৰতনী নাই ঐ
কোনে তোৰ মুখলৈ চায়।
নৈৰে পাৰতে কাৰে এৰা-বাৰী
চপৰা-চপৰে খহে ;
লুইতৰ পাৰতে কাৰে ধনবৰ
ৰতনীৰ বেজাৰত জহে।
যাগৈ ৰতনী নাহিবি নাহিবি,
বিচাৰি নাহিবি মোক,

তোৰে ধনবৰ ভিকহুৰ ভিকহু
পৃথিৱীত থৈ যাব শোক।
বোপাই মোৰ লুইত ঐ সামৰি লোৱা মোক
কোলাত থান এফেৰি দিয়া ;
ৰত্নী হেৰাল মোৰ সকলো পৰিল ওৰ
আৰু মোৰ একো নাইকিয়া।

## চালনী আৰু বেজী

চালনীয়ে বোলে বেজী ভাই, তুমি কিয় ফুটা ?
নহয়নে বাৰু হাঁহি উঠা ?
হাঁহি হাঁহি আঁহি হুঠা
নহয়নে বাৰু হাঁহি উঠা ?

তিনি-কুৰীয়াই আনে বিয়াই বাৰ-বছৰীয়া ;
পকা দাড়ি চুলি কাঢ়ি কৰে নাইকিয়া ;
সেলেঙি লগাই ডেকালি কৰে ওঁঠ ৰঙা কৰি ;
নাতিনী-যুৱিয়া ঘৈণীক মাতে বুলি প্ৰাণেশ্বৰী।
নহয়নে বাৰু হাঁহি উঠা ?

গোফ-ঠুটিৰা ডেকা-ল'ৰাই প্ৰেম-কবিতা লেখি,
ভব্য-গব্য কবি হ'লো ভাবি থকা দেখি,
কাৰনো বাৰু হাঁহি নুঠে, কাৰনো নুঠে খং,
'পদ্যপাঠ' পঢ়োঁতাৰ দেখি এনে ঢং ?
নহয়নে বাৰু হাঁহি উঠা ?

ইস্তাহানত ফেল মাৰি মাথা-মুণ্ড লেখি
কৃটিক হৈ বৰক গালি ছপাই উলিয়া দেখি,

কাৰনো মুঠে মুৰৰ বিষ, কাৰনো নাহে হাঁহি,
খজুৰতি তোলা এনে দেখি বালিচাহী ?
নহয়নে বাৰু হাঁহি উঠা ?

মোৰ নামটো ভোটা-তৰা, মোৰ যহটো ৰৌ ;
মোৰ গুণৰ কীৰ্ত্তন কৰ শুনিছনে ঐ !
নহ'লে দিম গালি পাৰি, পিছত মাৰিম খোচ ।
উভতি ধৰিলে যদিও ভয়ত থাম কোচমোচ ॥
নহয়নে বাৰু হাঁহি উঠা ?

আগৰ তৰপ ডাঙৰীয়াক ভেমৰ বাবে হাঁহো ;
কিন্তু মই ডাঙৰ হৈ তাৰো ওপৰত বহোঁ ।
এফ্. এ. ফেল, 'বিয়ে পাছ' বিদ্যাৰ টোপোলা ।
নৈতিক বলত বাঁহৰ চুঙা গোটেই ফোপোলা ॥
নহয়নে বাৰু হাঁহি উঠা ?

এচিকটা ক্ষমতাতে ঢোল-ওফন্দা দিওঁ ;
'দেউতা ঈশ্বৰ' মুবুলিলে হওঁ উতলা ঘিউ ;
আগৰ বৰৰ দুখীয়া পালে পোটক তোলোঁ মই ;
অসমীয়া নতুন হাকিম মোকে বুলি কয় ॥
নহয়নে বাৰু হাঁহি উঠা ?

দেশোদ্ধাৰৰ এক নম্বৰ পেট্রিয়ট্ পকা ;
ভাষা-নাৱৰ গুৰি-ব'ঠা, গদ্য-পদ্যত চোকা ।
কলিকতাত ৰিফৰ্ম্মৰ, আসামত বেঁকা ;
গা মুধুই চাহ নাখাওঁ, নাখাওঁ বৈনাইৰ হোকা ॥
নহয়নে বাৰু হাঁহি উঠা ?

সাজ লাগিলে শুকান ওঁঠ ফটিকাৰে তিতে,
পুৱা হ'লে সন্ধ্যা-পুজাৰ ভোট্‌ভোটনি নিতে ;

ৰাজহুৱা পুজাত ওজা, বৈৰীৰ ওপৰত বজা ;
হিংসাত সিজা মনটো যেন তেলত বেঙেনা ভজা ॥
নহয়নে বাৰু হাঁহি উঠা ?
হাঁহি হাঁহি আঁহি হঠা।
নহয়নে বাৰু হাঁহি উঠা ?

## অসম সঙ্গীত

( ১ )

আমি অসমীয়া নহওঁ দুখীয়া
কিহৰ দুখীয়া হম ?
সকলো আছিল সকলো আছে
নুবুজোঁ নলওঁ গম।
শঙ্কৰে দিলে বিশুদ্ধ ধৰম
লাচিতে বাহুত বল,
সতী জয়মতী সতীত্ব তেজেৰে
অসমী আই প্ৰবল।
বাজক দবা বাজক শঙ্খ
বাজক মৃদং খোল,
অসম আকৌ উন্নতি পথত
'জয় আই অসম' বোল।

( ২ )

যতন কৰিলে সৰু বৰ হয়
তামুলী মোমায়ে কলে,
বজা হৈ ৰাম বজা হব পাৰি
ৰুদ্ৰসিংহে দেখুৱালে।

শঙ্কৰাচাৰ্য্যৰ গুৰু অসমীয়া
কুমাৰিল ভট্ট নাম,
জগত-গুৰুৰো গুৰু হব পাৰি
ভট্টই দেখালে কাম।
বাজক দবা বাজক শঙ্খ
বাজক মৃদং খোল,
অসম আকৌ উন্নতি-পথত
'জয় আই অসম' বোল।

( ৩ )

ভাস্কৰ জেউতি ভাস্কৰবৰ্ম্মা
প্ৰাগ্‌জ্যোতিষৰ ৰজা,
ভাৰতৰ ৰজাৰ আগশাৰী ললে
নহয় ই কথা সজা।
উত্তৰ ভাৰতৰ কেদাৰ ব্ৰাহ্মণ
মহাবলৱন্ত ৰজা,
কামৰূপাধিপতি শঙ্কলাদিৰে
ঘটুৱালে কেনে বুজা।
বাজক দবা বাজক শঙ্খ
বাজক মৃদং খোল,
অসম আকৌ উন্নতি-পথত
'জয় আই অসম' বোল।

( ৪ )

চাৰি লাখ পদাতি লাখ অশ্বাৰোহী
চাৰি হেজাৰক হাতী,

শঙ্কলাদিৰৰ বীৰ্য্য-বিক্ৰমৰ
ভাৰত বিয়পা খ্যাতি।
লক্ষণাৱতী গৌৰ ৰজাৰ
আমাৰ শঙ্কলে কৰা,
ৰাজধানী হৈ আছিল বঙ্গৰ
ছুহেজাৰ বছৰ জোৰা।
বাজক দবা বাজক শঙ্খ
বাজক মৃদং খোল,
অসম আকৌ উন্নতি-পথত
'জয় আই অসম' বোল।

( ৫ )

পাৰশ্যবিজেতা আক্ৰচিয়াৰ
আদ্‌লাথ মোগল সেনা,
ঘটুৰাই শঙ্কলে যোৰহাট পৰ্ব্বতত
কীৰ্ত্তি ৰাখিলে জানা।
মুছলেম বুৰঞ্জীত ফেৰেষ্টাই লিখিছে
নহয় ই সাধুকথা,
প্ৰাণৰ প্ৰাণত অসমীয়া ভাই
ই কথা তোমাৰ গোথা।
বাজক দবা বাজক শঙ্খ
বাজক মৃদং খোল,
অসম আকৌ উন্নতি-পথত
'জয় আই অসম' বোল।

( ৬ )

সিদিনা তোমাৰ চেকিয়াল ফুকনে
উনত্ৰিশ বছৰীয়া ডেকা,
অসমৰ হকে যিথিনি কৰিলে
কি কীৰ্ত্তি ৰাখিলে লেখা।
তোমাৰে আনন্দ বৰুৱাই চোৱা
সংস্কৃত-সাহিত্য মথি,
ইউৰোপ, এছিয়াত কীৰিতি ৰাখিলে
জগতে কৈছে ডাঠি।
বাজক দবা বাজক শঙ্খ
বাজক মৃদং খোল,
অসম আকৌ উন্নতি পথত
'জয় আই অসম' বোল।

( ৭ )

'হেমকোষ' ৰচি হেমচন্দ্ৰ হেৰা
ভাষা আকাশৰ জোন
স্বদেশৰ ভাষাত এনে শব্দকোষ
ভাৰতত ৰচিলে কোন?
তামূলী ফুকন গুণাভি বৰুৱা
বুৰঞ্জী-জ্ঞানত জ্ঞানী,
স্বাধীন ব্যৱসা দেশৰ হিতত
জগন্নাথ-মাণিক মানী।
বাজক দবা বাজক শঙ্খ
বাজক মৃদং খোল,
অসম আকৌ উন্নতি পথত
'জয় আই অসম' বোল।

( ৮ )

হেৰা অসমীয়া, নোহোৱা তুথীয়া
কিহৰ তুথীয়া হবা ?
নিজ নাপাহৰি বিভূক সুঁৱৰি
লাগাচোন সুফল পাবা।
'বুৰঞ্জীৰ হব পুনৰ অভিনয়'
জ্ঞান-বৃদ্ধ সৰে গায়,
লক্ষ্য স্থিৰ ৰাখাঁ আগবাঢ়ি যোৱাঁ
মানুহমুৱা হোৱা ভাই।
বাজক দবা বাজক শঙ্খ
বাজক মৃদং খোল,
অসম আকৌ উন্নতি-পথত
'জয় আই অসম' বোল।

## বসন্ত

মালতী ফুলিল, সেউতী উঠিল,
কেতেকী গা-মূৰি দিলে,
সুৰীয়া কুলিয়ে গল কঁপাই গাই
বননিৰ বাতৰি দিলে।

বকুলে সিঁচিলে তৰা একোকণি
মদাৰে খেলিলে ফাঁকু,
যুতি ফুলজুপি নিশাহ এৰিলে
পদুমে মেলিলে চকু।

থুৱিত কৰবীয়ে সাঁচিলে মৌটুপি
ভূমিয়ে মেলিলে চঁপা,
চৰাই হালধীয়া মৌ-মতলীয়া
উলটি কৰিলে কৃপা।

## বিহু

( গীত )

–"দেউতাৰ পচুলিত, গোন্ধাইছে মধুৰী, কেতেকী মলেমলায়,
ঐ গোবিন্দাই ৰাম।"

টকা, পেঁপা, ঢোল গীতৰ উঠে বোল
নাচে ডাঙৰীয়া বিহু। ( ঐ বিহুৱা কাই। )
নতুনে বছৰটিক নতুনে কন্যাটিক
আদৰে যেনেকৈ শাহু॥ ( ঐ বিহুৱা কাই! )
কুঁহি পাত মেলি গছে আদৰিলে
আমৰ মল, কুলিৰে মিলি। ( ঐ বিহুৱা কাই। )
সৰগৰ বসন্ত আহাঁ হে আহাঁ হে
আমাৰ পৃথিবীলৈ বুলি॥ ( ঐ বিহুৱা কাই! )
শৰতক জোনে হেমন্তক ধানে
বাৰিষাক মৰাইয়ে যেনে,
আদৰি কেনেকৈ নতুনে বছৰটিক
বিহু ডাঙৰীয়াই আনে॥
ল'ৰাই জুহুকা লুৰীয়ে ভুকুকা
বোৱাৰী খুন্দিছে চিৰা।

গামোছা, কাপোৰ পিঠাৰ নাই ওৰ
ঘৈণীয়ে পাৰিছে শাৰী ॥
মাহ হালধীৰে গৰু গাই ধুৱালে
তৰাৰ ন পঘাৰে বান্ধে।
আম কঠালত ন ফল আশাৰে
ধান-খেৰৰ জৰীৰে ছান্দে ॥
মছে সাৰে ঘৰ পদুলি চোতাল
বেথায়ে কণী যুঁজায়।
মহৰ যুঁজ এখন গঞাৱে পাতিলে
থুন্দাত ভুঁইয়ে লৰি যায় ॥
চাৰি ডেকা বহি পঁচি খেল কৰে
চাৰিকো চাৰিয়ে চৰে।
দহ, পঁচি মাৰি গুঠি লই কড়ি
ঢালতে চাপৰি মাৰে ॥
ককাইক ভনীয়েকে ন কাপোৰ পিন্ধালে
সেৱাত পায় "কুশলে হোক"।
দুৰণিতে থকা পুতেকক সুঁৱৰি
মাকে কৰিলে শোক ॥
গধূলি গৰু গাই ঘৰ চাপি আহিলে
কোবে খাই মাখিয়তীৰে।
বোৱাৰী, জীয়ৰী ল'ৰাৰ হাঁহিৰে
ভৰিল ঘৰ খিকিন্দালিৰে।
টক্ টক্ টক্ টকাই পোঁ পোঁ পোঁ পেঁপাই
ধুম ধুম ধুম ঢোলেৰে মিলে।
থম্ থম্ থম্ তালেৰে চট চটু চটু হাতেৰে
"বিহু খা, বিহু খা," বোলে ॥ ( ঐ বিহুৱা কাই ! )

---

## চন্দ্ৰকুমাৰ আগৰৱালা ( ১৮৬৭-১৯৩৮ )

### মাধুৰী

ফুটো নে নুফুটোকৈ
কুমলীয়া কলিটি,
ওঁঠত লাজেৰে বৈ
মিচিকিয়া হাঁহিটি।
সামৰি, পাহৰি গৈ
মেলি আধা প্ৰাণটি,
উদঙাই, ঢাকি থৈ
উঠি অহা বুকুটি।
সোলকাই মোকলাই
এধা বন্ধা খোপাটি,
হয়নে নে নহয়কৈ
আধা-ফুটা মাতটি।
শুনো কি নুশুনো ঐ
উটি অহা গীতটি,
ৰিণিকি ৰিণিকিকৈ
ক'ৰবাৰ বাঁহীটি।
উচুপি নিচুকি গৈ
খন্তেকীয়া ঠেহটি,
লকুৱা-ভুমুকাকৈ
ছঁয়া ময়া পেঁচটি।
হাঁহোঁৰেই নে কান্দোঁকৈ
চল্‌চলীয়া চকুটি,

ধেমালি খণ্ডৰ নৈ—
মিঠা গাঁঠি থোপাটি।
ওলাওঁ নোলাওঁকৈ
মনমোহা ঠগটি,
'ন যযৌ ন তস্থৌ'
অগা-পিছা ভৰিটি।
সান-মিহলিৰ নৈ
ওভতনি সোঁতটি,
সাঁথৰ-ভাঙনি হৈ
পানী-মিঠৈ গোটটি।
চাওঁ নে নেচাওঁকৈ
মৰমৰ দেহিটি,
দেৱী নে মানৱী ঐ
মাধুৰীৰ ছবিটি।

## তেজীমলা

তেজগোৰা বেলি জিলিঙনি মেলি
সাবটিব আহি ধৰা;
পুৱাৰ মলয়া উঠি ছঁয়া-ময়া
বোলে উঠা তেজীমলা।
মেঘ-মলা ৰঙা পিন্ধি দিগঙ্গনা
সিঁচিছে আশাৰ ধাৰি;
উত্তাৰল পানী ৰঙা হাঁহি সানি
খলকিছে ছুই ভৰি।

ৰূপতে ৰূপ তুলি পাৰিজাত ফুলি
তেজীমলা জকমকায় ;
চৌপাশে বেৰি মৰমে সাদৰে
পানীৰ লতা বগায় ।
মানুহ কুটুমে দলিয়াই পেলালে
কাকনো কুটুম পালি ?
মৰম-বেথাৰে আজলী কুঁৱৰী
এটাইকে নিজা কৰিলি !
তোৰে পানীৰ চৰাই সাঁতুৰী ফুৰিছে
কতো বা উৰিছে বনাই ;
মলয়া বায়ুৰে মিতিৰ পাতিলি
ঘৰৰহে বাতৰি নাই ।
তুপৰীয়া বেলি পালিয়ে উছালি
সিঁচিছে মুকুতা-তৰা ;
ফটিক পানীৰ মাজে মাজে ধীৰ
চৰিছে পোৱাল-ডৰা ।
সোণ-ৰূপ মাছ আহিছে গইছে
ঘৰ-পোহনীয়া তোৰে ;
মনত পৰেনে পাৰঘুৰি তোৰ
মাতিলে হাতত পৰে ?
ফুলনী শুৱনী পৰিয়েহে আছে
চৰেনে হৰিণাজনী ?
কোনে ভুলাইছে মৰমৰ তোৰ
শাৰলী পোৱালিকণি ?
সখীৰ বাতৰি কোনে ক'ব পাৰে—
তোৰ জীৱনৰ লগ ;

মৰমৰ সখী আঁতৰালে কোনে
আকৌনে মিলিব সঙ্গ ?
কুমাৰী ছোৱালী কুটুমে পেলালে
দলিয়াই মৰমফেৰি ;
মানুহে মানুহে ইমানহে মৰম
চকুলো পৰে সুঁৱৰি।
মানুহৰ চোতালত মাধুৰী ফুটিলে
মানুহে নিচিনি হায় ;
সাৰি তুলি ছিঙি মোহাৰি পেলালে
মানুহৰ মৰমো নাই।
মৰমৰ পানী নোহোৱা ঠাইত
কেনেকৈ বিশ্বাস থয় ?
সেয়ে তেজীমলা দূৰতে শিপাই
পাৰিজাত হই ৰয়।
শকত বান্ধেৰে তলিৰে সইতে
বান্ধিলে নিছিগা কৰি ;
ধুমুহা-বতাহে খং-ৰাগে আৰু
কিটোনো কৰিব পাৰি ?

সিদিনা সন্ধিয়া দৰে আজি কিয়
তেনেকুৱা কৰে মন ?
বেজাৰ মাৰ গই বেলিটিয়ে তোক
দিছিলেযে বিসৰ্জ্জন।
আজি পুৱাই বেলি হাঁহি চকু মেলি
পঠালে বাতৰি কিবা ;

চিকুণ নাওখনি আশাৰে উজলি
আহিছে উধাই বা।
মানুহৰ নাও মানুহৰ ভাও
দেখিযে লাগিছে ভাল ;
মানুহ মিতিৰ বৰ মৰমৰ
পাতিছে কিহৰ জাল ?
গহীন মু'খনি মৰমেৰে সনা
মোৰেইতো দেৱতা এওঁ
কেলেই লাগিছে মানুহৰ লগ—
আহিয়ে দেখোঁ ধৰেও।
"হাতো নেমেলিবি ফুলো নিছিঙিবি
ক'ৰে নাৱৰীয়া তই ;
মানুহে ফুলৰ কি জানে আদৰ ?
তেজীমলাহে মই।"

## প্ৰকৃতি

ফুল-কলি ফুলি গোন্ধ ;
বোৱাই প্ৰীতিৰ সোঁত
সৰি পাছে নাইকিয়া হ'ল ;
সি ফুলৰ মউ পিয়া
এটি ভোমোৰা বলিয়া
ঘূৰি ঘূৰি ফুৰিছে অকল।
উৰি ফুৰি বেজাৰৰ
হৃদয়-ৰাগিণী তাৰ
বৰষি যে সিও গুচি গ'ল ;

ক'ৰ কোন কিবা হ'ল
চিন-স্মৃতি পমি গ'ল
প্ৰকৃতিয়ে তেনেকৈয়ে ৰ'ল।

## অজেয়

হে নিয়তি, তই যদিও দুখৰ
পিহনি-শিলত থই
ভাঙিলি মোৰ জীৱন-শস্য
চূৰ্ণ-বিচূৰ্ণ কই ;
বাৰু চাবি মোৰ চকুলোৰে তাকে
সানি-পুটকি লই
বান্ধিম আশাৰ পিঠা-পনা লাৰু
—ভুঞ্জি নিচুকিব অই।
সহস্ৰ হৃদয়—যালৈ নেমেলে
পথাৰৰ শস্যয়ো থোক,
তিতিকি কেতুৰি বন-খাৰধিও
মিলক বা নিমিলক !

হে নিয়তি, তই
যদিও দুখৰ জ্বলন্ত কুণ্ডত
ফুটন্ত জীৱন মোৰ
ভসম কৰিলি ধূলি উৰুৱালি
গছকি পেলালি ওৰ ;

চা হেৰ' চা—
চাওঁতে চাওঁতে উপচি পৰিল
ফুলে-পাতে ( মোৰ ) কুঞ্জলতা

স্নিগ্ধ প্ৰেমৰ জীৱন-দায়িনী
শাখা-প্ৰশাখা-যুতা।
সহস্ৰ হৃদয় জিৰাব ইয়াতে
—ফুলিব মৰুৰ মাজে
য'ত নাছিল একোৱেই কঠুৰা কালৰ
কাঁইট—কলিত বাজে!

## অসমা সুষমা কামৰূপা

অসমা-সুষমা-কামৰূপা
জয়তু জননী ধৰিত্ৰী-দুহিতা।
হিমাচলোতুঙ্গ উদীচি দিশা
জীমূত-ভূত-সলিলা
লোহিত্য-মধ্যে-প্ৰবাহশীলা
জয়তু জননী ধৰিত্ৰী-দুহিতা।
প্ৰাগের জ্যোতিৰানন্না
( অধুনা ) দুৰ্ভাগ্য নিমীলিত-নয়না
অনন্ত-ৰত্ন-প্ৰসৱা
সৌভাগ্য স্থিৰ-সন্তৰা
কোটি লোক-পালিকা
জয়তু জননী ধৰিত্ৰী-দুহিতা।
কামৰূপা-কামদা
স্বভাৱ-কাম্য-কানন্না
শ্যামল স্বৰ্ণ-শস্য-মালিকা
জয়তু জননী ধৰিত্ৰী-দুহিতা।

## নিয়ৰ

মুকুতা মণিটি পাহিত জিলিকে
ফটিক পানীত ধোৱা,
নিশাৰ তৰা এটি সৰিয়েহে আছে
সৰগত টোপনি যোৱা।
নিজম আকাশৰ নিচুক কথাটি
সিয়াত থৈছে সাঁচি,
কোন কাহানিৰ সপোন দেখিছে
কোনে হাঁহিছিল নাচি।
ফুলনিত কোনে নিশা নাচিছিল
ছিগি বৈ গ'ল মণি,
ৰঙ্গিলীৰ ভাব হাহি নাচোনৰ
ৰ'ল চিন এইকণি,
পুৱাৰ হেঙুলি বেলিটিলৈ চাই
এটুপি চকুৰ পানী।
নিয়ৰ কলিৰে শোভে ফুল জুপি
চাইছো ভাবতে ভাহি,
হায় কি বিষম পেলালে বায়ুৱে
জোকাৰি ফুলৰ পাহি

## মানৱৰ বন্দনা

আহিছে মানুহ গইছে মানুহ
মানুহ ময়াপী জীৱ।
মানুহ-সোঁতৰ অন্ত নাইকিয়া
বুলিলে মৰত: কিয় ?

মানৱী জনম দিয়া উটুৱাই
মানৱী কৰম সোঁতে,
মানুহৰ মৰম বুজিব মানুহে
ধৰম যে মৰমতে।
মানুহেই লগ মানুহেই সঙ্গ
মানুহেই পৰাৎপৰ,
এই হে পৃথিৱী স্বৰ্গতো অধিক
মানুহৰ নিজাপী ঘৰ।
মানুহেই দেৱ মানুহেই সেৱ
মানুহ বিনে নাই কেৱ।
কৰা কৰা পূজা পাদ্য অৰ্ঘ্য লই
জয় জয় মানৱ দেৱ।

---

## মফিজুদ্দিন আহমদ হাজৰিকা

( ১৮৭০—১৯৫৮ )

### দিনকণা

হেৰা, হেৰা হাটৰুৱা,
মৰমৰ ভাইহঁত,
নেৰিবাঁ নেৰিবাঁ মোক
এই মায়া বজাৰত।
দুহাত যুৰিছো মই
কাবউ-কাকুতি কৰি ;
অকলে নেৰিবাঁ মোক
আলাই-আথানি কৰি।
তোমালোকে যোৱাঁগই
মোকো হেৰা লই যোৱাঁ,
দুখীয়া নিচলা বুলি
এফেৰি উভতি চোৱাঁ।
হাতৰ লাখুটি লইয়ে
মেলি দিছো হেৰা ভাই,
ধৰাঁ, ধৰি কোনো মতে
নিয়া মোকো আগুৱাই ;
কেনিবা যাবগৈ লাগে
চকুৰে নমনো মই,
খুন্দা ও খুন্দলি খাই
যেনি তেনি পৰোঁ গই।

আমাৰ নিচিনা এনে
	দুখীয়া লেহেৰা দেও,
এই বিশ্ব-বজাৰত
	নাই আৰু ক'তো কেও।
সি দেখি মাতিছোঁ মই
	অন্তযে মিনতি কৰি,
আহাঁ, আহাঁ, ভাইহঁত,
	নিয়াঁ মোকো বাহু ধৰি।
বেছিতো নালাগে মোক,
	এফেৰি পোহৰ মুঠে,
তাকে পালে উলাহতে
	হিয়া মোৰ নাচি উঠে।
এটুপি চকুৰ লো,
	এখনি কোমল হিয়া,
এষাৰ 'আয়ৈ দেহি'
	আৰু এটি হুমুনিয়া ;
ইয়াৰ উপৰি আৰু
	একোকে নালাগে মোক,
ইয়াকে পালেই মোৰ
	গুচি যাব যত শোক।
আমনি নকৰোঁ আৰু
	কাকো ক'তো হেৰা ভাই,
আহাঁ, আহাঁ, ঘুৰি আহি
	নিয়াঁ মোকো আগুৱাই।
আগে আগে তোমালোক,
	পিছে পিছে ময়ো যাওঁ,

তথু পোহৰৰে যেন
এচেৰেঙা ময়ো পাওঁ।
নহলে মৰিম মই
আলাই-আথানি হই,
কেনিবাদি এন্ধাৰত
খালে বামে পৰি অই।
ওখোৰা-মোখোৰা বাট,
তাতে ই এন্ধাৰ ঘোৰ,
তদুপৰি দুই কান্ধে
মেটমৰা ভাৰ মোৰ।
খোজে পতি উজুটিত
চুলি-আগে গৈছে জীৱ,
হায়, আগে জনা হ'লে
আজি এনে দশা কিয় ?
বজাৰত ভোল গ'লোঁ
লীলা-মলা চাই চাই,
চাকি তেল শলিতাযে
নেবেহালোঁ, হায় হায় !
এতিয়া বুৰিল বেলি,
হ'লেহি এন্ধাৰ ঘোপ,
লাহে লাহে ভাগিলেহি
গৰাকীৰো দলদোপ।
অকলে কেনেকৈ যাওঁ
কি হ'ব উপায় মোৰ ;
সাৰথিও নাই, নাই
কিম্বা চাকি বন্তি জোৰ।

নিগমে মৰিলোঁ মই,
কোন কেনি আছাহঁক,
উধাৰঁাহি আজি এই
দিনকণা অধমক।
এনেনো ধেমেলা মোক
কৰিলে বিধিয়ে হায়,
উহু, কি কপাল পোৰা!
ভৰিও পিছলি যায়।
খোজে পতি ঘৰামুটি
ঘনে টেলেঙনি খাওঁ;
'সহায় সহায়' কৰি
ইপিনে-সিপিনে চাওঁ।
নেপাওঁ কেনিও হায়,
এখনি সহায় হাত,
নুশুনো কেনিও হায়,
এষাৰি স্নুরলা মাত;
যাৰেই গুৰিলৈ যাও
সেয়ে মুখ ওফোন্দায়,
চকুহে টেলেকা কৰি
গোঙোৰাকৈ ঘূৰি চায়।
যেয়ে সেয়ে চেই চেই
য'তে ত'তে দূৰ দূৰ,
যাকে মাতোঁ, সেয়ে মাৰে
কিল, ভুকু, লাঠি গোৰ।
হায়, কি কপাল মোৰ
এয়েনে আছিল লেখা?

উহু, কি এন্ধাৰ বাট,
নেপাওঁ অকনো দেখা।
সাৰথি মাথোন এই
কণাৰ লাখুটি ডালি,
তাৰেহে খোপনি পুতি,
কোনোমতে হালি-জালি ;
এখুজি ছুখুজি কৰি
আহিছোঁ হে ভাইহঁত,
নেঠেলিবাঁ নেঠেলিবাঁ
লোৰাঁ মোকো কাষৰত।
কাবউ কৰিছোঁ মই,
ছুখনি ভৰিত পৰি,
নিচলা আতুৰ বুলি
নিয়াঁ মোকো ধৰি ধৰি ;
খন্তেকলৈ খেনি কৰি
খন্তেকলৈ অপমান,
কিয় ভাই, নাহকতে
বিনাশিবা এটি প্ৰাণ ?
এতেকেহে লগে-ভাগে
নিয়াঁ নিয়াঁ বাহু ধৰি,
কোনোমতে ময়ো যাতে
যাব পাৰোঁ মৰি পৰি।
দেখোঁ অত কাকুতিতো
নাহিলযে কেও হায়,
মানুহৰপৰা তেন্তে
আশা আৰু নাই নাই।

এবে তোমাকহে খাটোঁ।
হে প্ৰভু, দয়াময়,—
আজি মহাবিপদত
বিতত বিচুতি মই ;
কেৰে নেতাৰিলে মোক
নেলাগিল কাৰো বেথা,
তুমিয়েহে তৰোৱাঁহি
ভাঙি এই মহা লেঠা ;
অগতিৰ গতি তুমি,
অনাথৰ নাথ শুনো,
তেন্তে ইবিলাই মোৰ
চাই আছা কেনেকৈনো ?
কণা অধমৰ ফালে,
কৃপা-চকু মেলি চাই,
তাৰাঁহি হে দয়াময়
ৰসাতলে গ'লো হায় !

## মৰিশালিখনি

আহা ! কেনে নিজমীয়া, কেনে নিজঞ্জাল !
যেনি চাওঁ, দেখা পাওঁ—নিমাত নিটাল।
কাঁহ-পৰি যায় জীণ,—গভীৰ গহীন !
কিযে এটি বাজি আছে নিৰাশাৰ বীণ।
কিযে এটি কেনে জানো ৰিঙা-ভাব-ধৰা,
ৰই ৰই বায়ু বয় মৈদামৰপৰা।
কিযে এটি চাটি-ফুটি বেজাৰৰ ঠাই,
শুনো যেন কিবা হেন কান্দে 'হায় ! হায় !'

( ২ )

আত্মা সকলোৱে যেন, আহি বাৰে বাৰে,
দেহা জঁকা চাই চাই হুমুনিয়া কাঢ়ে ;
পাকে পাকে বতাহত ফুৰি ঘূৰি ঘূৰি,
শেহান্তৰে শূন্যে মাৰ যায় ,—
শূন্য-গৰভতো যেন সেই 'হায় ! হায় !'

( ৩ )

পৰি থকা লাওখোলা, জঁকা-কামীহাড়,
ছিগা হাত ছিগা ভৰি দেখি আপোনাৰ,
জীৱন্তৰ যত কথা মনে মনে গুণি
অতি বেজাৰেৰে কান্দে হিয়া ধুনি ধুনি।
সেই খলকনি উঠি বায়ু বোকোচাত,—
ছাটি মাৰি টিকা, ধোন্দ, হাবি, লকচাত।
তোলে এটি হিয়া-ফটা উৰুমি ও হাই,
প্ৰতিধ্বনি জাগি উঠি কান্দে—'হায় ! হায় !'

( ৪ )

জঁকা পাতি দুটি-এটি 'আশা' হালিজালি,
বিনাইছে বিতগুছে ক'ত কিযে বুলি,
"হে'ৰ ! দূৰ্‌কপলীয়া নিছলীয়া নৰ !
নিজে মই-মতলীয়া নিজে মই-বৰ !
আজীৱনে ধৰি মোৰ আলপৰিচান,
পালি-পুহি এবে হায় ! কৰ আওকাণ।
হায় ! কিয় একে-চাবে ঠেৰু ছিঙি মোক,
দলনিত-পোনা-মেলি দিছ অত শোক ?

নিৰালমে আছোঁ মই, থানিকা যে নাই ;
কোনে আজি ৰক্ষে মোক ?—'হায় ! হায় ! হায় !'

( ৫ )

এনি-তেনি দেখোঁ মানে যত মৰা শৱ,
পৰি আছে নিশবদে নাই কোনো ৰৱ।
কি যে ভয়ানকভাবে দাঁত নিকটাই,
হাঁহি হাঁহি আছে, যেন ভাবি চাই চাই—
পৃথিৱীৰ গতি-মতি লাহ-বিলাহক ;
আৰু এই মতলীয়া জীয়া মানুহক।
চিয়ঁাৰেৰে কয় যেন, হে মানুহহঁত।
এয়ে শেষ দশা, চা-হি, তযু কপালত।
আজি হায় ! ফুৰিছ যে ধপচালি মাৰি
ছুদিনীয়া পৃথিৱীত মূৰে-ভৰি কাঢ়ি,
কাইলৈকে দেখা পাম, আমাৰেহে দৰে,
ধূলি-মাকতিৰে মিল হবি শেষান্তৰে।
ধনী, মানী, জ্ঞানী বুলি কৰি অহংকাৰ,
ফিতাহিৰে ধৰাখনি কৰ তোলপাৰ,
কুলে কুলীয়ান বুলি বুকক ফিন্দাই,
কি যে আয়ামেৰে ফুৰ মুখ-ওফোন্দাই —
—ইবোৰৰ গুটি-বঁটা পাবি সেইদিন।
মৰিশালি পোৱাবহি যমে যেই দিন !

নেভাবিবি—নৰ জীৱ, অজৰ অমৰ।
নেভাবিবি—ডৰ নাই, ফিতাহি ভেমৰ।
নেভাবিবি—ৰক্ষা পাম, ধনৰ বলত।
নেভাবিবি—সাৰি যাম, বুধিৰ ছলত।

নেভাবিবি—কাম নাই, কোনো ধৰমত।
নেভাবিবি—লাভ নাই, প্ৰভু-মৰমত।
নেভাবিবি—সিপুৰীত একো ভয় নাই,
দেখিলেহে কান্দিবিহি, কৰি—'হায়! হায়!'

( ৬ )

মিছাতেই বিচাৰিছ সৰু আৰু বৰ,
নেথাকিব ইঠাইত একো ভিন-পৰ।
ৰজা প্ৰজা সৰু বৰ বলী নিৰবল,
সকলোৰে হ'ব এই একেখনি থল।
সংসাৰৰ শতুৰালি, কপটালি, খণ্ড,
মৰিশালি পালে হ'ব সকলোবে ভঙ্গ।
ল'ৰা-বুঢ়া, তিৰী-মতা, শতুৰু-মিতিৰ,
গাই গাই ওচৰতে ইটিয়ে সিটিৰ;
নিজ কৰমৰ দোষ ভৰা-গুণা কৰি,
একেখনি পাটীতেহে থাকিবিহি পৰি।
সংসাৰৰ হাই দ্বন্দ্ব কিম্বা খোঁচা-খুচি,
সকলোৰে অন্তৰত সমূলঞ্চে গুচি,
নিজৰেহে ভাবনাত নিজে কোঁচ-খাই,
চিঞৰিবি—"ত্ৰাহি! ত্ৰাহি!" আৰু—'হায়! হায়!'

( ৭ )

তেন্তে কিয় মিছাতেই কপটালি কৰি,
চলাইছ দিনে দিনে সি জীৱন ঘড়ী?
জানিছ যে ভাৱন্তৰ সেই বাৰী, ঘৰ,
নোহে নোহে যুগমীয়া—মাথোঁ দুদিনৰ।

জানিছতো, খিলঞ্জীয়া নোহে ধৰাখন,
তথাপি যে এনেদৰে মেলি দিছ মন ?
এই কথা মনে মনে জানিবি থিৰাং
প্ৰভু দিহাবিলাকৰ নাই টাং বাং।
যেবে সুখ-দুখ আছে,—আছে ৰাতি-দিন,
তহঁতে যে আছ গ'ই আন্দহীহে তাত,
হাটকুৰা ৰূপে মাথো বেহাবলৈ হাট!
তৰিবলৈ ইপুৰীত,—ঘটিবলৈ বিত,
দুদিনৰ নিমিত্তেহে আছ পৃথিৱীত!
এতেকে হে জগতৰ আধা-মুৰা নৰ!
( নিতে ভয় মনলৈ আনি মৰণৰ, )
অকথাতে নকটাবি, নিনিয়াবি জীণ,
বহুমুলী জীৱনৰ সেই কেইদিন।
নিজ বেহা বেপাৰত দে দে মন-প্ৰাণ,
কোনো লীলা-ওমলাত নকৰিবি কাণ।
সাৱধান! সাৱধান! দেখিলে সি লীলা
ভোল গই তিলেকতে হবি পাছে শিলা!
পাহৰিবি হাট-বাট লগ-লগকুৱা,
তৎ-চূৰ্তি হেকুৱাবি লাগি হুৱাদুৱা!
যিবা কথা বান্ধিছিলি আহিবৰ কালে,
সি কথাকো পাহৰিবি লীলা-ৰূপ চালে।
পাহৰিবি নৰকৰ শাস্তি ভয়ংকৰ,
আৰু সেই মন-লোভা পুৰী বৈকুণ্ঠৰ।
সি মহা প্ৰলয় কাল, চুলি যেন সাঁকো
লীলা-ওমলাত পৰি পাহৰিবি তাকো।

সৌৱা চাহি! যত মানে তযু লগৰীয়া,
এটি এটি কৰি আহি হলে ইপুৰীয়া।
অকলে কান্দিবি পাছে বাট-পথ ভুলি,
বেলি থাকোঁতেই বান্ধ টোপোলা-টুপলি।
সেই লীলা-ওমলাৰ নাই ওৰ পাৰ,
কোনো কালে তাৰপৰা নাই উপকাৰ।
খোজেপতি হানি দৈন্য, খোজেপতি ক্ষয়,
দেহাৰো যে লটি-ঘটি জানিবি নিশ্চয়।
ততালিকে সিদ্ধি কৰি আপোনাৰ কাম,
লাভে-মূলে আহিবলৈ কৰ উম্ঘাম্।
এবে যদি ভেবা লাগি থাক ৰঙ চাই
ইপুৰীত কান্দিবিহি—কৰি 'হায়! হায়!'

( ৮ )

ইপুৰীৰ দৰে ঠাই, ক'তো নাই নাই,
যদি পুণ্য আনিব হে পাৰ কোনোবাই।
জগততো নাই ক'তো এনে শান্তি-মঠ,
যদি আছে লগে লগে পুণ্য সমৰথ।
নাই নাই ইপুৰীত আলৈ আহুকাল,
দিবলৈকো নেলাগে যে কাকো পোহ-পাল।
উকমি ও হাই-দ্বন্দ্ব, কন্দা-কটা, ৰণ,
নাই হাবাথুৰি, নাই চিন্তা—ধন ধন।
নাই ধনী চহকীৰ ভেম অহংকাৰ,
দুখীয়া ও নিছলাৰ নাই হাহাকাৰ।
নাই পাপ-চকু কিম্বা কেৰাহি চাৱন,—
নাই সৰ্বনাশী পাপ-আৱাহন।

হিংসা, নিন্দা, চতুৰালি কপটালি, ভয়,
নৰিয়া-পৰিয়া নাই জয় পৰাজয়।
নাই তেনে মিতিৰৰ মিছা মিতিৰালি—
মুখেদি বৰষে মৌ পেটে চতুৰালি।
মান অপমানো নাই খেনি ঘিণ গপ,
নাই সভা-সমিতি বা যাগ-যজ্ঞ, তপ।
বৰণৰ নাই কোনো ক'লা বগা চিন,
মাথোঁ একে-আগি ভাব, নোহে নোহে ভিন।
শুননি-চিতনি ভাব একো নাই নাই,
যদি আছে বোলোঁ মাথোঁ—'ত্ৰাহি! হায়! হায়!'

---

## পদ্মনাথ গোহাঞিবৰুৱা ( ১৮৭১—১৯৪৬ )

### মিলন মহত্ত্ব

স্বৰ্গ-মৰ্ত্ত্য-মিলনৰ সাক্ষ্য দিয়ে
আকাশে সাগৰে
পাতালকো কৰে এক চামে চামে
মিলন আকাৰে।
সুমেৰু কুমেৰু মিলে,—মেৰু-দণ্ড
মুৰ পুতি জোঁটা
বিষুব়-বান্ধনি মেৰ, ভূমণ্ডল
আঁকোৱালি অটা।
উদয়-অচল-স'তে অস্তাচল
ধ্ৰুৱ সন্মিলন;
পীতাম্বৰ পূজাৰিয়ে পুৱা সন্ধ্যা
কৰে আৱাহন।
পদ্ম-ৰাগ সুৰুজৰ দিনমান
মিলন পোহৰ,
চন্দ্ৰ-প্ৰভা কুমুদত মিলনৰ
হিয়া-সৰোবৰ।
প্ৰতিভাত প্ৰকৃতিত পুৰুষৰ
মিলন-মহিমা;
সৃষ্টিৰ স্বীকাৰ্য্য বিয়পিছে
নাই তাৰ সীমা।
সখি-মিলনৰ ফল কৃষ্ণাৰ্জ্জুন
গীতা-উৎপত্তি;

মানৱাত্মা-মুক্তি হেতু জগতত
শ্ৰেষ্ঠ ধৰ্ম্ম-ভেঁটি।
সৃষ্টি স্থিতি প্ৰলয়ৰ সম্বন্ধ-নিৰ্ব্বন্ধ
গূঢ় তত্ত্ব;
একৰ কাৰণে তিনি, বিশ্বপ্ৰাণ
মিলন মহত্ত্ব।

## সৃষ্টি পাতনি

( লীলাৰ পৰা )

জনাতো সৃষ্টিৰ লীলা বিধিৰ হাতত,
প্ৰকৃতি-পুৰুষ, যিবা মানৱ-মানৱী।
সৃষ্টিৰ পাতনি-ৰূপে মায়াৰ বিকাশ,
জগতৰ সৃষ্টি পাছে; পাছে জীৱগণ।
স্বৰগ, মৰত আৰু পাতাল নামত
ত্ৰিজগত নিৰমাণ—ব্ৰহ্মাণ্ডৰ ভাগ।
স্বৰগত দেৱগণ, উচ্চতম জীৱ
অনুপম ভোগ অধিকাৰী। সেইমতে
আৱিৰ্ভাৱ, স্বৰগত প্ৰকৃতি পুৰুষ;
মৰতত একাকাৰ মানৱ-সমাজ।
বহুকাল ভুঞ্জি পাছে প্ৰকৃতি-বিলাস,
বাঢ়িল সংসাৰ-মায়া দেৱ সমাজত।
একাকাৰ মানৱৰ ধাৰে-বোৱা সুখ
দেখি হিংসা উপজিল দেৱতা-প্ৰাণত
দেৱতা-সেৱক নৰ; তাৰ সুখ শান্তি
অমৰ-বাঞ্ছিত! বিৰজনিত হিংসা-দ্বেষ,
লাজ-অপমানে দহিলে দেৱতা-প্ৰাণ।

আৰোপিলে বিধাতাত পক্ষপাত-দোষ।
অনতিপলমে গই দেৱ-কুল-মণি
নিৱেদিলে মনোদুখ বিধি-সমীপত।
দেৱতা স্তুতিত হ'ল সুপ্ৰসন্ন বিধি;
প্ৰতিশ্ৰুত সৃষ্টি-কৰ্ত্তা দেৱতাৰ পাশে।
ঘটাব সৃষ্টিৰ পুনু সংস্কাৰ যুগুত।
প্ৰণমি প্ৰভুৰ পদ হৰিষ অন্তৰে
উলটিল সুৰ-পতি পুৰ্ণ মনোৰথ।
নামিল বিধাতা পাছে হেমকূট গিৰি;
ল'লেহি আসন, জুৰি সৃষ্টি-গুণ-গান
প্ৰকাশিলে দিব্য জ্যোতি নৰলোক জুৰি।
উন্মত্ত মানৱ-কুল, উত্ৰাৱল চিতে
ছিটিকি চলিল হায়, ঈশ-জ্যোতি পাশে,—
উতলা ফৰিঙ যেন প্ৰদীপৰ ফালে!
চাপিল যেতিয়া কাষ নৰ-সৃষ্টি আহি,
সম্বুধি বুলিলা প্ৰভু সকৰুণ বাণী,—
"জানা পুত্ৰ নৰগণ, সৃষ্টিৰ মহিমা;
উদ্দেশ্য ইয়াৰ এক নিগূঢ় কাৰণ।
মানৱৰ একাকাৰ নেলাগে মনত,
দেৱতাৰ অনুৰূপ বাঞ্ছো মানৱত।
প্ৰত্যেক মানৱ দ্বিধা হোৱাঁ, আজ্ঞা মোৰ;
এক হন্তে দুই যেৱে—প্ৰকৃতি পুৰুষ।"
আজ্ঞা মাত্ৰে হ'ল দুই প্ৰত্যেক মানৱ,
প্ৰকৃতি-পুৰুষ সৃষ্টি মানৱ মানৱী।
সেই হন্তে অৰ্দ্ধাঙ্গিনী প্ৰথম স্ৰজন।

ইৰূপে স্ৰজিলে যেই মানৱ-সংসাৰ,
আৱৰিলে ছুটি চকু মায়া-কুঁৱলীয়ে।
অপূৰব লীলা এক, সংসাৰ মহিমা,
থিতাপিলে প্ৰতি প্ৰাণে অভেদ্য কৌশলে।
অনন্ত মায়াৰ মাজে লীলাৱান নৰ,
লীলাৱতী নাৰী স'তে কৰি সান-মিল
সমুদায় অৰ্দ্ধ-অৰ্দ্ধাঙ্গিনী, নৰ-নাৰী,
সিঁচিলে চৌপাশে বিধি আদেশি পুনৰ,
"যোৱাঁ ঘূৰি অৰ্দ্ধ-অঙ্গ; নিজ অৰ্দ্ধাঙ্গিনী
বিচাৰি মিলিবা সৱে! মিলন-ফলত
পাবা এক অতৃপ্ত সম্ভোগ। অন্ত তাৰ
নেপাবা জীৱনে। পোহৰৰ জ্যোতি যেনে
বঢ়ায় আন্ধাৰে; ৰূপহীৰ চৰে ৰূপ
কৃষ্ণ কেশ-পাশে, সেইৰূপে ছুখ-তাপ,
ৰোগ-শোক, ভয়-ভ্ৰম, বিৰহ-সন্তাপে
চৰাব নিতকে সেই সুখৰ সোৱাদ।
ভাগ্যে যাৰ মিলে ঠিক নিজ অৰ্দ্ধাঙ্গিনী,
সুখ-শান্তি বন্ধা তাৰ পূৰ্ণ-মিলনত;
নতুবা, অমিলভাৱে অসুখী সংসাৰ।
পালিবাঁ আজিৰ হন্তে সংসাৰ-ধৰম;
চলিব এই সৃষ্টি-ৰীতি যুগ যুগান্তৰ।"
অন্তৰ্দ্ধান ভগৱন্ত। চলিলা বৈকুণ্ঠে।
মায়া-কুঁৱলীত বুৰি বিভোল মানৱে
আৰম্ভিলে মহামেলা—সাংসাৰিক লীলা।

## কবিতা

সহস্ৰ চকুৰে দেখা কত কিযে গুণি
ফুটাব নোৱাৰি ভাব, টোকে চকু-পানী
কত কাল নীলাকাশে। আগ্নেয় কুসুম
সুৰুজ বুকুত লই জ্বলে চতুৰ্গুণ।
অৰ্থ ভৰা হাঁহি মাৰি ফুল-কুঁৱৰীয়ে
চিপিয়ায় ক'বলই পুনু এৰি দিয়ে
ৰূপহী জোনায়ে দেহি, কত প্ৰেম-ভাব
সঙ্কেতে বুজাই ভাবে,—কথাৰ অভাৱ।
সন্ধিয়াৰ ৰঙা বেলি আপুনি তপত,
বিচ্ছেদ-পোৰণি ভাপ নহয় বেকত।
কুলু কুলু নই বয় কত কি বিনাই,
সুবুজি নোসোধে কেৱে কি তাৰ বিলাই
নসহি কবিতা ৰাণী জড়-জগতত
দিলেহি বুজনি-সুৰ অব্যক্ত ভাবত।

## ফুলৰ চাকি

অতৃপ্ত বাসনা তোৰ জীৱন সমল
সেয়ে তোৰ মোহিনীৰ বাণ;
আশা ধৰি ফুৰি উঠ, আশাতেই লয়
এয়ে তোৰ জগতৰ মান।
বৃত্তি তোৰ প্ৰবৃত্তিৰ পুৱায় জীৱন
নিবৃত্তিত তৃপ্তি তোৰ নাই;

আবেগৰ আগভাগ চিৰভোগ তোৰ
বিলাপৰ শিৰে তোৰ ঠাই।
উলাহত কায় তোৰ পমি-জহি যায়
আনন্দত উৰে তোৰ প্ৰাণ;
ৰূপৰ চমক মাৰি জিলিক তৰাত
অনন্তত প্ৰাপ্তি তোৰ ঘ্ৰাণ।
ভুৱন বিভোল কৰ ছাঁয়াটিৰে তোৰ
মিলনৰ পূৰ্ব্বৰাগ আঁচি;
সন্ধিয়া খোপাত পৰি হাঁহ যেবে তই
জগত-মোহিনী ফুল-চাকি।

---

## হেমচন্দ্ৰ গোস্বামী ( ১৮৭২—১৯২৮ )

### পুৱা

গহীন পুৱতী নিশা, নিতাল জগত
ক'তো নাই জোনাকৰ চিন,
নিমাত বিশ্বৰ বাঁহী, নিজম চেতনা,
সুৰ-ভুলা জীৱনৰ বীণ।

জীৱনৰ যুঁজ এৰি কাম-কৰ্ম্মী হুয়ো
শঁভাইছে যুঁজৰ ভাগৰ ;
বিয়পি অসীম বিশ্ব আন্ধাৰ এলাহ,
গতিহীন স্থিতি জগতৰ।

কোনোবা দেশৰপৰা ধীৰ সোঁত বলি
আহিছে এখনি জুৰ নৈ ;
ৰিণিকি ৰিণিকি এটি নীৰৱ কবিতা
বাজিছে বুকুত বৈ বৈ।

জোনাক জোনাক বুলি জীৱন বিচাৰি
আন্ধাৰত প্ৰকৃতি আতুৰ ;
জোনাক-জীৱন খুজি ওপজি ফুৰিছে
নিফুট আকুল এটি সুৰ।

কাতৰ সুৰত পমি নিয়ম-বিহোঁতা
প্ৰকৃতিৰ প্ৰবোধি মনক
দিবলৈ মনে মনে জোনাক-জাননী
পাচিছে পুৱাৰ বতাহক।

স্বৰ্গৰ বাতৰি পাই অপেক্ষি জোনাক
প্ৰকৃতিৰ উত্ৰাৱল চিত ;
বহিছে শীতল বায়ু, নাচিছে লতাই
ফুল-কলি হাঁহিছে থূপিত ।

দ্যুতিমান জোনাকৰ সোণোৱালী ৰেখ
লাহে লাহে ভৈয়াম নামিছে ;
সৃষ্টি-পাতনিৰ সেই জীৱন্ত ছবিটি
ঘূৰি আহি ভুমুকি মাৰিছে ।

লোকালোক সাগৰত উটি বুৰি ফুৰা
জীৱনৰ পৱিত্ৰ ভাবটি ;
আধা আলো আধা ছাঁত ফুলেঁা ফুলেঁা কৰি
প্ৰকৃতিক ধৰিছে সাবটি ।

জিলিঙনি এটি আহি পদুম-বনত
স্বৰগৰ বহন ঢালিছে ;
অকলশৰীয়া দুটি পদুম-কলিয়ে
চুমা খাই হালিছে-জালিছে ।

স্বৰ্গৰ জেউতি দেখি ৰাজহাঁহযুৰি
প্ৰেমৰ আলচ ভুলি গৈ
চিত্ৰৰ পুতলী প্ৰায় আছে থৰ লাগি
ইটিয়ে সিটিক চাই ৰৈ ।

আকৌ ঘুমটি ত্যজি নিজম চেতনা
লাহে লাহে সজাগ হইছে ;
পাহৰা সুৰটি ঘূৰি বলাবৰ গুণে
বীণখনি হাতত লইছে ।

ববষা অনন্ত কাল জ্ঞানৰ পোহৰ
জ্যোতির্ম্ময়ী জোনাকী সৰিতা ;
বজোৱাঁ অনন্ত কাল পঞ্চমত তুলি
বীণাপাণি কোমল কবিতা।

## আনন্দৰাম বৰুৱাৰ স্বৰ্গযাত্ৰা

অকস্মাৎ কিয় আজি সুৰ লোকে
আনন্দ ধ্বনি উঠিছে ঘনে ?
গাইছে গন্ধৰ্ব্বী নাচিছে ত্ৰিদিৱ
লৰে দেৱদূত আনন্দ মনে ?
কিয় জ্যোতির্ম্ময় স্বৰ্গৰ দুৱাৰ
অকস্মাৎ আজি মুকলি হ'ল ?
লগে দেৱবালা সৰস্বতী আই
বিমান পথত আপেক্ষি ৰ'ল।
ইকি, ইকি চোৱা অসম-গৌৰৱ
ভাৰতৰ ধন আনন্দৰাম,
সুবৰ্ণ-ৰথত আলোকি বিমান
কৰিছে প্ৰয়াণ শান্তিৰ ধাম।
চোৱা, চোৱা ল'লে সৰস্বতী আই
উলাহ মনেৰে কোলাত তুলি,
পানী কৰি তেজ খাটি মোৰ গুণে
কত ভাগৰেৰে আহিছা বুলি।
পিয়ালে অমৃত পাৰিজাত মালা
দিলে তুলি শিৰে দেৱ-সমাজ,

বাজিল দুন্দুভি পাণিনি-অমৰ
পিন্ধালে আপুনি দেৱৰ সাজ।
পদ্ম-আসনত বহুৱালে চোৱা
সৰস্বতী আই আকোঁলি ধৰি,
সৌৰভৰ দৰে শুৱালে আনন্দ
হাঁহিলে ত্ৰিদশ দেৱ নগৰী।
আনন্দ, তুমিতো দেৱ-সমাজত
চিৰ শান্তি পালা আনন্দ-লোকে,
কিন্তু তললই চোৱা এটিবাৰ
কি হ'ল পৃথিৱী তোমাৰ শোকে।
ধ্বনিছে পৱন বিনায় চৰায়ে
ভাৰতত আৰু আনন্দ নাই,
হাঁহাঁকাৰ ধ্বনি উঠিল জগতে
ভাৰতত আৰু আনন্দ নাই।
কোনে আৰু হায়, জগত বাসীক
বিলাব সংস্কৃত কবিৰ ভাব,
কাব্য-বুৰঞ্জীৰ সাগৰক মথি
নিতে ন অমৃত কবিব স্ৰাৱ?
চোৱা, কথা কব নজনা তোমাৰ
জননী অসম পৰিল জ'য়,
দুখুনীৰ ভাগ্যে এটি মাত্ৰ ৰত্ন
তাকো হেৰুৱালে প্ৰাণে কি সয়!
ইমান অমূল্য আদৰৰ ধন
ভক্তিৰ আধাৰ আছিলা বুলি,
আজিহে দেখিলে অসম বাসীয়ে
হৃদয় দুৱাৰ কৰি মুকলি।

সকলোৰে যেন হৃদয়ৰ ধন
নিলে কোনোবাই কাঢ়ি,
নোহোৱাতে পূৰ আনন্দৰ জোন
বেজাৰ-ৰাহুৱে পেলালে গ্ৰাসি।
কেন্দ্ৰৰূপে থাকি শিশু অসমৰ
দেখাই দৃষ্টান্ত সাধু শিক্ষাৰ,
হ'লা অকস্মাৎ মাজ সাগৰত
ধ্ৰুব তৰা দৰে মেঘৰ আঁৰ।
শক্তিশেল-প্ৰায় বিৰহে তোমাৰ
ভেদিলে মৰম অসমীয়াৰ,
যত দিন শিৰে বব তেজ সোঁত
বব লগে লগে ব্যথা ইয়াৰ।
পৰিবৰ্ত্তনকাৰী কাল সোঁতে নিতে
নতুন স্মৃতিকো নিব ঢৌৱাই,
চিৰকীৰ্ত্তি সাধু দৃষ্টান্ত তোমাৰ
শোক অসমৰ বব উধাই!

## প্ৰিয়তমাৰ চিঠি

সৌন্দৰ্য্যৰ বুকুৰ কাঁচলি উদঙাই
প্ৰকৃতিৰ ছোঁ-ঘৰ চালোঁ পিত্ পিত্;
কুকুৰা-ঠেঙীয়া এই আখৰকিটিত
যি অমিয়া যঁহা আছে, ক'তো আৰু নাই।
কবি-নিকুঞ্জত ফুলি কত কবিতাই,
মলয়াত উটি উটি ফুৰে পৃথিৱীত,

তোমাৰ চিঠিয়ে কিন্তু জানে যিটি গীত
কবিতাৰ কাব্যে তাৰ গোন্ধকো নাপায়।
ফুল ফুলে, সৰি যায়, শুকায় বননি ;
বসন্তৰ কুঁহিপাত ৰ'দত লেৰেলে।
তোমাৰ চিঠিয়ে, প্ৰিয়ে, জানে কি মোহিনী,
যত শুঙো, চুমা খাওঁ, নালাগে আমনি,
হৃদয়ত হেঁপাহৰ ভোটাতৰা জ্বলে।

---

## বেণুধৰ ৰাজখোৱা ( ১৮৭২—১৯৫৫ )

### গীত

মোৰে বন্দী ঐ মোৰে বেটি ঐ
বুজিবি কথাৰে ভাও,
আজি দুপৰীয়া ৰজাৰ চ'ৰালৈ
ডিঙি আগে কৰি যাওঁ।
কাপোৰৰ পেটাৰি লৈ আহ লিগিৰী
গড়ত থৈয়ে থৈয়ে কুটো,
জনমলৈ আৰু নেলাগে খনীয়া
মৰণৰ দোলাত উঠোঁ॥
নেকান্দিবি ঢুলীয়া নেকান্দিবি খুলীয়া,
ফলিব বিধিৰে লিপি,
যমৰে টেকেলা আহিছে নিবলৈ
দুৱাৰত আছে জুপি।
মোৰে পুতাই, অ' লাই লেচাই
দেহৰে দুগুটি লাৰু,
মোৰে আয়ুসেৰে চিৰঞ্জীৱী হোৱাঁ
নেকান্দা উচুপি আৰু।
মোৰে প্ৰাণসখী মৃত্যুকন্যা আহি
চিয়ঁৰত মাতিছে মোক ;
আজি সৰগলৈ ওলালো যাবলৈ
কোনেও নকৰঁা শোক।
নেকান্দিবি বেলি, নেকান্দিবি আলি,
নেকান্দিবি মোৰে দোলা,

সখী মৃত্যু-কন্যা বাটলৈ চাইছে,
পাতিছে মোলৈকে কোলা।
এই মৰণলৈ সাজি-পাৰি আছোঁ
মেলানি মাগিলোঁ আজি,
পৃথিৱীৰে নাৰী স্বৰ্গৰ অপেচৰী
চোঁৱাহি বিধতাৰ বাজী !
হে ল'ৰা-ৰজা, তোমাৰেসে গুণে
হ'মগৈ সভাতে থিয়,
সৃষ্টি থাকেমানে তোমাৰে যশস্যা
গাব আছে যত জীৱ।
ওবা সমজুৱা, চিন্তা-শোক এঁৰা
অভাগীয়ে সেৱা কৰোঁ,
কৰা আশীৰ্ব্বাদ অগ্নি-পৰীক্ষাত
যেন পাৰি দিব পাৰোঁ।
বঙহৰ দেউতা লাঙি গদাপাণি
আজি পাৰি দিওঁ কালৰে নৈ ;
পৰ্ব্বতে পাষণ্ডে নিলগতে ফুৰিম ঐ
ৰঙা পখিলাটি হৈ।



## আনন্দচন্দ্ৰ আগৰৱালা ( ১৮৭৪—১৯৩৯ )

### সুখ

সুখ সুখ বুলি মানুহ বলিয়া
নেদেখে সুখৰ মুখ,
সুখ বিচাৰোঁতে পায় সংসাৰত
দুখৰ উপৰি দুখ।
দেখিও নেদেখা কিয় দিন-কণা
সুখযে হাতত আছে,
যিটো দিব পাৰে স্বাৰ্থ-বলিদান
সুখ ফুৰে পাছে পাছে।
অকল নিজৰ নিমিত্তে নহয়
আমাৰ জীৱন ভাই
পৰৰ কাৰণে খাটিব পাৰিলে
সংসাৰ সুখৰ ঠাই।
পৰৰ অভাৱ, পৰৰ দুখত
হিয়া যদি পমি যায়,
পৰক আপোন কৰিব পাৰিলে
সংসাৰত দুখ নাই।
শক্তি-সামৰথ পৰৰ সুখত
বিলাব পাৰিলে ভাই,
পৰৰ কাৰণে কান্দিব জানিলে
কান্দনতো সুখ পায়।
সকলো আপোন যত নৰ-নাৰী
কাকনো বুলিম পৰ ?

পৰম পিতাৰ সকলো সন্তান
পৃথিৱী আমাৰ ঘৰ।
গাই-গোটা-পেটে ভঁৰাল নহ'বাঁ।
লোকৰ দুখলৈ চোৱাঁ।
মানুহৰ সেৱা, মানুহৰ পূজা,
পবিত্র ব্ৰত লোৱাঁ।
'মই' 'মোৰ' ভাবে তললৈ নমাব
নাপাব ৰক্ষাৰ তৰী।
সুখৰ দুখৰ মনেই কাৰণ
মনক কৰিবাঁ থিত;
ত্যাগত লভিবাঁ পৰম সন্তোষ,
সাধিবা লোকৰ হিত।
স্বাৰ্থৰ বাটত দুখৰ কাঁইট,
খোজে পতি বিন্ধে হুলে,
নিঃস্বাৰ্থৰ বাট, সেন্দুৰীয়া আলি,
সুগন্ধি কুসুম ফুলে।
যথাৰ্থ নিঃস্বাৰ্থ ধৰমী জীৱন
বিশ্ব-প্ৰেমে ভৰ-পূৰ,
বিশ্বৰ সকলো ভাই-ভনী তাৰ
সুখৰ নপৰে ওৰ।

## প্ৰণয়ৰ পৰিণাম

( ১ )

পুৱাৰ আশাৰ তুমি সোণোৱালী বেলি
মই দেৱ সূৰ্য্যমুখী ফুল,

দেখিলে তোমাৰ হাঁহি একেথৰে চাওঁ
আপোনাত আপুনিয়ে ভোল।
আহিনী জোনাই তুমি নীল আকাশত
মই নাথ ক্ষুদ্ৰ ভেঁট-পাহি,
তোমাৰ প্ৰেমত মগ্ন ক্ষুদ্ৰ পুখুৰীত
তথু ৰূপ চাই থাকোঁ হাঁহি।
বাউলী হৈ পুখুৰীৰ চাৰিও কাষৰে
দেখো মাথোঁ ছবিটি তোমাৰ,
দেৱ-কাননৰ ফুল কোটি তৰা লই
হোৱা কিয় বেগতে আতৰ?
নপলায় হেঁপাহ মনৰ।
নিঠুৰ তোমাৰ হিয়া নুবুজিলা মোক
এতিয়াও নাই পতিয়ন;
কিমান কোমল ফুল নুবুজিলা নেজানিলা
নেজানিলা অভাগীৰ মন!
শুনিছিলোঁ হনুমন্তে বুকু ফালি দেখুৱালে
ৰাম-নাম লিখা অন্তৰত,
চোৱাঁ মোৰ বুকু ফালি শানিত কটাৰী আনি
তথু নাম হিয়াৰ মাজত।
অৱলাৰ একো নাই দিছে হিয়া উদঙাই
জানে মাথোঁ 'তোমাক' সদায়,
জানে মাথোঁ 'তুমি মোৰ' 'তুমি মোৰ' প্ৰিয় কথা
'চিৰদাসী তোমাৰেহে মই'।

( ২ )

প্ৰেমৰ বীণাটি নাথ লোৱা হাতে তুলি
বহু দিন মাত নাই কিয় ?
তুমিয়ে প্ৰাণৰ প্ৰাণ তুমি বিনে নাই আন
প্ৰিয় গান নোগোৱানো কিয় !
কথাটি সুধিলে নাথ তলমূৰ কৰা
অভাগীক উত্তৰ নিদিয়া ;
কিয় নাথ, কিয় নাথ, হ'লা এনে নিদাৰুণ
মই দিছোঁ উদঙাই হিয়া ।
সিৰে সিৰে, হাড়ে হাড়ে তোমাৰ নামৰ অস্থু
শোণিত-প্ৰৱাহে তযু নাম ;
জগৎ ব্ৰহ্মাণ্ডময় দেখিছোঁ তোমাৰ ৰূপ
তযু গুণ গাঁও, আৰু গাম ।
মুখেৰে নিদিয়া মাত এতিয়াও অভিমান
এতিয়াও কপট তোমাৰ ।
নুবুজিলোঁ প্ৰাণ-ধন নুবুজিলোঁ তযু মন
নুবুজিলোঁ ভাৱ ছলনাৰ ।
কিয়বা ইমান ৰোষ কিহতেবা পৰিতোষ
চুলি ছিঙি কৰিছোঁ কাতৰ,
কিয়বা মলিন মুখ নেদেখোঁ মনত সুখ
অভাগীক দিয়া হে উত্তৰ ।
কুসুম-কোমলা নাৰী সৰল কোমল হিয়া
কিয় কৰা আলাই-আথানি !
কটাক্ষে-আক্ষেপে তযু লতাটি লেৰেলি যায়
আৰু দিবা কিমান পোৰণি ?

বাখিবা মনত প্ৰভু এটি কথা ক'ব খোজোঁ।
তুমি বিনে গতি নাই আন,
তোমাৰ সুখৰ হেতু দিব পাৰোঁ অনায়াসে
অনায়াসে ক্ষুদ্ৰ এই প্ৰাণ।

( ৩ )

চোৰাঁ নাথ, চোৰাঁ আহি তোমাৰ কুসুমপাহি
যায় আজি ৰ'দত শুকাই,
তোমাৰ সুখৰ হেতু কি কৰিছে চোৰাঁ আজি
ঢোক মাৰি হলাহল খাই।
এদিন, এদিন নাথ, কি কথাটি কইছিলোঁ
আজি তাক ভাবি চোৰাঁ-চোন;
তোমাৰ সুখৰ হেতু দিব পাৰোঁ অনায়াসে
অনায়েসে ক্ষুদ্ৰ এই প্ৰাণ।
জগৎ চোৰাঁহি আজি দিছে প্ৰাণ হাঁহি হাঁহি
ক্ষুদ্ৰ নাৰী স্বামীৰ কাৰণে,
স্বামীৰ সুখৰ হেতু জনক-জননী এৰি
দিছে ভৰি মৰণ-সোপানে।
মৰণত কিনো ভয় যাওঁ শান্তি-ধামলই
যাওঁ আজি ত্যজি পৃথিৱীক,
করুণা সাগৰ পিতা স্নেহৰ কোলাত তবু
দিয়া ঠাই হতভাগিনীক।
অ' আহিলানে, আহা নাথ শেষবাৰ চাই লওঁ
শেষবাৰ এটি চুমা খাওঁ।
তোমাৰ বুকুত নাথ মৰোঁ আজি মূৰ থই
ক্ষমা অপৰাধ আজি যাওঁ।

লাজুকী ভিৰোতা আজি লাজ-কাজ কাতি কৰি
আহা, নাথ, এশ চুমা খাওঁ;
আহাঁ নাথ ওচৰলৈ আহাঁ নাথ আৰু ওচৰলৈ
হাতে হাত ৰাখি মৰি যাওঁ।
সংসাৰ-মৰুত নাথ ভ্ৰমি বহু কষ্ট পালা
অভাগীত নলভিলা সুখ,
সুখৰ বাটত তযু আছিলোঁ কণ্টক মই
আজি নাথ আঁতৰিল দুখ।
বিষেতো জুৰিলে দেহ জীৱলীলা হ'ল শেহ
মুখৰ কথাটি ৰোধ হ'ল,
জন্মে জন্মে তুমি নাথ তুমি যেন স্বামী হোৱা
আধাফুটা কথা বাজ হ'ল।
'মইনা' 'মইনা' বুলি স্বামীয়ে কোলাত তুলি,
চিঞৰিলে কত শত বাৰ,
'মইনা' 'মইনা' বুলি বাতুলৰ দৰে কান্দে
মাত নাই আৰু মইনাৰ।
চাওঁতে চাওঁতে হায় মইনাৰ মাত নাই
প্ৰাণ-পখী উৰি গুচি গ'ল,
চাওঁতে চাওঁতে হায়, সন্ধিয়াৰ ৰঙা বেলি
প'ল-সাগৰত বুৰ গ'ল।

## পাগ্লেশে

ল'ৰা কি ছোৱালী সাগৰপৰীয়া
সকলোৰে দেখি বোলে—
"চোৱাহি জগত নীল সাগৰত
সোণালী প্ৰতিমা খেলে।"

আথেবেথে গই দেখি জীয়েকক
বাপেকে বিনাই ক'লে,—
"ঐ আই পানেশৈ।
মোৰ ঘাটে চপাই দিয়া নাও,
ছুহাতে ছুমুঠি দি খাওঁ চাৰি মুঠি, গলত দি যাম হাৰ
খাটলি পীৰাতে বহি ভাতে খাবা, বেটীয়ে ধৰিব আল
ঐ আই পানেশৈ॥"
খাটলি পীৰাতে বহি ভাত নেখাওঁ
বেটীয়ে নধৰক আল,
উলটি যোৱাগৈ নাহিবা কাষলৈ
মোৰ ই দশাই ভাল।
আজলী ছোৱালী পাই ভাল কৰিলা
নেথাকোঁ মানুহৰ মাজে,
আঁতৰে আঁতৰে থাকিম ঐ নিলগে
মাৰিলে পানীতে বুৰ,
ঢৌৱে ঢৌৱে মিলি ধৰাধৰি কৰি
ধৰিলে গানৰ সুৰ।
শ হাত দুবৈত নীলিমাৰ মাজে
সোণালী পদুম পাহি,
ওলাল আকউ ভুৱন উজলি
পানেশৈ আইটী ভাহি।
আপোন মনেৰে আপোনাৰ ভাবে
আপুনি সদায় ভোল,
গুণ গুণ কৰি কত গান গায়
কোনেনো বুজিব মোল!

কত দিনা গই সাগৰ মাজত
সাদৰী বাপেক-মাকে,
কতনো বিনায় পানেশৈ নেচায়
খুন্দা মাৰি ধৰে শোকে।
এদিন পুৱাতে সাগৰ পাৰৰ
এজোপা গছৰ মূলে,
দেখিলে মানুহে পানেশৈ আই
অনন্ত কাললৈ শুলে।
দুইতাঁৰ কেশ পৰিছে দুফালে
নিয়ৰেৰে তিতি আছে,
কোমল মুখত জিকিমিকি কৰি
কনককিৰণ নাচে।
নপৰে নিশাহ কপালত চোৱা
মৃত্যুৰ কলীয়া ৰেখ,
নিষ্ঠুৰ মানুহ শেষ হ'ল আজি
জীৱন দিনৰ লেখ।
ৰূপহী আইতী অকালত হায়
বেজাৰত গ'ল মৰি,
সুগন্ধি গোলাপ নিজানত ফুলি
নিজানত গ'ল সৰি।

---

## চন্দ্ৰপ্ৰভা বৰুৱা ( ১৮৭৪-১৯৬১ )

### স্মৃতি

পৰেনে মনত সেই ৰিণিকি মনত পৰা ;
মলয়া বায়ুৰ দৰে মুকলি মুৰেৰে উৰা ;
চিনা জনা নাই একো,
দেখা নাই কোনে কাকো,
আপোন মনেৰে দুয়ো আপুনি উমলি ফুৰা ?

আছেনে মনত সেই হঠাতে এদিন গৈ ;
দেখাদেখি হোৱা দুয়ো কদম তলত সেই ;
চকুত চকুটি পৰি,
আকৌ আহিল ঘূৰি,
হিয়াৰ কথাটি কিবা বেগত সলাই লৈ ?

আছেনে মনত সেই চাবলৈ মন যোৱা ;
ছলচাই ছেগমাৰি লুকাই লুকাই চোৱা ;
চাবল'কো মন যোৱা,
চাবও নোৱাৰা হোৱা,
চকুত পৰিলে চকু ঠাইতে তললৈ চোৱা ?

আছেনে মনত সেই লাজত ৰঙাটি হোৱা ;
আছেনে মনত সেই ঘনাই উশাহ লোৱা ;
ঘনে ঘনে লাজ পোৱা,
আকৌ দুনাই চোৱা,
দুইবো দুইকো চাই হেঁপাহ দুগুচা হোৱা ?

আছেনে মনত সেই দেখি থাকি ভাল পোৱা ;
অলপ নেদেখা হলে থাকিব নোৱাৰা হোৱা,
একোতে নপৰে মন,
কিবা চাটিফুটিখন,
কিবা বুলি কিবা কৰা ঘনাই বাটলৈ চোৱা ?

আছেনে মনত সেই কিবা ভাবি ৰ' লগা ;
কিবা ভাবি ভাবি সেই একেথিৰে চাই থকা ;
আগ নাই গুৰি নাই,
ভাবোঁমানে বাঢ়ি যায়,
ভাবোঁতে ভাবোঁতে সেই বেয়া লাগি ভাল লগা ?

আছেনে মনত সেই দেখিলে উথলি যোৱা ;
নেলাগে ওলাব বুলি যতনেৰে ঢাকি থোৱা ;
ৰঙৰ হাঁহিটি সেই,
বিৰিঙি ওলাই গৈ,
লাজ ওৰণিৰে আৰু ঢাকিব নোৱাৰা হোৱা ?

আছেনে মনত সেই মাতোঁ বুলি আগবঢ়া ;
মাতিব নোৱাৰি পাচে ধৰা পৰি গুচি অহা ;
ঘনেপতি আগবঢ়া,
ঘনেপতি ধৰাপৰা,
ঘনেপতি তাকে দেখি ঠাইতে মিচিকি হঁহা ?

আছেনে মনত সেই প্ৰথমতে কথা কোৱা ;
ওৰা পাতি লওঁতেই জ্বৰ-ঘামে ঘামি যোৱা ;
শুনি বেয়া লগাকৈ,
কম বুলি ভাবি থৈ,
হুটা-মুটাকৈ সেই কিবা বুলি কিবা কোৱা ?

আছেনে মনত সেই নিজম যমুনা-ঘাট ;
ডুবৰিৰে ঢকা সেই যুমুনা-দাঁতিৰ বাট,
বনৰ ধুনীয়া ফুল,
যমুনাৰ কুল্‌কুল্‌,
দূৰৰ গাঁৱত মতা কুলিৰ শুৱলা মাত ?

আছেনে মনত সেই যমুনাত গা ধোৱা ;
পানী-ঘূঁৰণীত বহি থাকোঁতে ডুপৰ হোৱা ;
বালিত পুখুৰী খানি,
লিৰিকি-বিদাৰি পানী,
নভৰা-নিছিগা সেই মিছামিছি কথা কোৱা ।

ওপৰে আকাশ নীলা দেখি মন মোহ যোৱা ;
তলত বননি শ্যাম দেখি চকু জুৰ হোৱা ;
আছেনে মনত সেই,
যমুনা পাৰত গৈ,
ভালপাওঁ বুলি দুয়ো সৰল শপত খোৱা ?

আছেনে মনত সেই পচোৱা বতাহ মৰা ;
চাই থাকোতেই সেই থিতাতে আন্ধাৰ পৰা ;
পচোৱা বতাহে পাই,
কেনিবা উৰাই নৈ,
ততালিকে সাগৰৰ দুয়োকে দুপাৰ কৰা ?

আজিও যমুনা বয় কৰি সেই কুল্‌কুল্‌ ;
আজিও কুলিয়ে মাতে, ফুলে বনৰীয়া ফুল ;
আছে সি যমুনা ঘাট,
ডুবৰিৰে ঢকা বাট,
শ্যামল বননি সেই, সেই কদমৰ মূল ।

এতিয়াও কেতিয়াবা সেই ঘাটলৈকে গৈ ;
যমুনাৰ পানী চাওঁ শ্যামল পাৰত বৈ ;
বহোঁ সেই বননীতে,
ফুৰোঁ সেই বাটে বাটে,
শুদা লাগে মন, নাই আগৰ অমিয়া সেই।

নোৱাৰিলোঁ পাহৰিব অতীতৰ স্মৃতি সেই ;
কিবা দেখোঁ ভাল পাওঁ, ভাবি থাকি অকলৈ ,
সদায় মনত গুণো,
নহয় সিদিনা পুনু,
যতে আছা থাকা ভালে, কৰোঁ অভিলাষ এই।

## ধূলি-কণা মই

যিদিনা মৰিম মই, সেইদিনা বাৰু
জগতৰ কেনি হানি হ'ব ?
মৰিলোঁ নে আছোঁ, মই, এই কথাকেনো
পৃথিৱীৰ কিমানে জানিব ?
মই মৰিলেও দিন গ'লে ৰাতি হ'ব
জোন বেলি ওলায়ে থাকিব ;
গছত ফুলিব ফুল, বতাহ বলিব
নিজ বাটে নক্ষত্র ঘূৰিব।
আজিৰ দৰেই নিতে জগত চলিব
নাই তাত অকণো সংশয় ;
এই বিশ্ব-সংসাৰৰ কোনো নিয়মৰে
লৰ চৰ অলপো নহয়।

মই নোহোৱাৰ বাবে এই জগতৰ
কোনো কাম পৰি নাথাকিব,
কামত বিভোৰ এই বিশাল বিশ্বই
মই মৰা গমকে নাপাব।
অনন্ত বিশ্বৰ অসংখ্য ধূলিৰ
এটি মাত্র ধূলি-কণা মই ;
মোৰ অবিহনে এই বিপুল সৃষ্টিৰ
কেনিও অকণো হানি নাই।

---

## নবীনচন্দ্ৰ বৰদলৈ ( ১৮৭৫-১৯৩৬ )

### ডেকা গাভৰুৰ দল

ডেকা গাভৰুৰ দল !
বীৰ-বীৰাঙ্গনা দল !
নতুন তেজেৰে ৰাঙলী ৰূপহী
কৰহি ধৰণীতল।
খোজৰ ভৰত কঁপক ধৰণী,
তৰুণ চকুত জ্বলক অগনি,
শত সহস্ৰ মৃত্যু নেওচি
ব'ল আগুৱাই ব'ল।
যুগ যুগান্তৰ পাৰ হৈ গ'ল,
মাতৃ অনাথা তোৰ
পৰ-পদাঘাত কতনো সহিবি
নপৰিব তাৰ ওৰ।
বুকুত বাজক বীণ অগনিৰ,
ৰুদ্ধ হিয়াৰ তপত ৰুধিৰ,
বৈ যাওক আজি অৰুণ বোলেৰে
বোলাই ধৰণীতল।
আকাশ-মৰ্ত্য দিগ-দিগন্ত,
মাতৃ-মন্ত্ৰে কৰি মুখৰিত,
মাতৃৰ পাশ ছিন্ন কৰাহি
তীৰ্থযাত্ৰীৰ দল।

---

## হিতেশ্বৰ বৰবৰুৱা ( ১৮৭৬-১৯৩৯ )

### কবি

মৰতত থাকি তুমি নিতে লোৱা ঘ্ৰাণ
নন্দন বনত ফুলা পাৰিজাত ফুল ;
আঁকা কত ছবি তুমি সুন্দৰ অতুল
অমৰাপুৰৰ, কবি, অমৰ-পৰাণ !
সুখে আৰোহণ কৰি মানস ৰথত
কল্পনা-ৰাজ্যত তুমি কত ক্ৰীড়া কৰা ;
পিয়াহ-আতুৰ, হায়, নৰৰ মুখত
অমৃতৰ ৰস আনি আঁজলিৰে ধৰা ।
দেৱতা ! দেৱতা ! কবি, এই জগতৰ
তুমিয়ে জীৱন্ত দেৱ, প্ৰতিমা দেৱৰ ;
কি স্বৰগ, কি মৰত, কি পাতালপুৰী
কি নগৰ, কি অৰণ্য, তীৰ সাগৰৰ,
সকলোকে দেখা তুমি ; সকলোতে ফুৰি
আঁকা ছবি সকলোৰে, তুমি চিত্ৰকৰ ।

### 'চকুলো'ৰ পৰা

নোলায় চকুলো মোৰ পুত্ৰৰ শোকত, প্ৰভু !
পুত্ৰ-শোক সন্তাপৰ নোহে ইটো চিন ।
ই যে মুকুতাৰ মালা, তোমাৰেই প্ৰতিদান,
—দেৱমনলোভা ৰত্ন, শোভে ৰাতি দিন ।

তোমাৰ ফুলনিবাৰী, তোমাৰেই তৰুলতা,
যি ফুল ফুলিল তাত, তাৰে এটি আনি,
অৰ্পিলো পূজাৰ অৰ্থে, ভকতি অন্তৰে আজি।
তোমাৰ পাৰতে পুহু; লোৱাঁ প্ৰভু, তুমি।
ই চকুলো নোহে মোৰ অপত্য শোকৰ চিন,
ই যে প্ৰভু, পুত্ৰলই নিৰ্মালি পিতাৰ,
—স্বৰ্গীয় অঞ্জন-ৰূপী দুয়োটি চকুতে পিন্ধি
আজীৱন ৰ'ম চাই চৰণ তোমাৰ।
চকুলো দুধাৰি প্ৰভু, তোমাৰ নিৰ্মালি মোৰ,
অন্ত হ'ব অস্তিমত, ভঙ্গ হ'ব মোহ মোৰ।

## শেষ ভিক্ষা

নক'বাঁ নক'বাঁ কাকো (মৃত্যুৰ পাছত)
কি আছিল কি নাছিল সদ্ বদ্ গুণ।
ক'বা মাথোঁ, "দুচকুত আছিল দুধাৰি
তপত চকুৰ পানী, শোকৰ কান্দোন।"
"আছিল এখনি হিয়া"—কোৱা যদি ক'বা
"বলিয়া-ভাবেৰে-ভৰা, নিৰাশাৰ চিন
নীৰস মুখত আৰু এটি হুমুনিয়া,
অন্তৰত জ্ঞান-চক্ষু দূৰ-দৃষ্টি-হীন।"
আৰু ক'বা, "চাৰিফালে ঘোৰ বিষাদৰ

আছিল আৱৰি ছঁয়া ; হিয়াৰ মাজত
উথলি আছিল সদা শোক সাগৰৰ
খউকি-বাথুকি ঢউ চিৰজীৱনত।”
আক ক'বা, “ভাৰতীৰ ভাবি শ্ৰীচৰণ
উছৰগ কৰিছিল গোটেই জীৱন।”

---

## ৰঘুনাথ চৌধাৰী ( ১৮৭৯-১৯৬৮ )

### গোলাপ

কাৰ পৰশত ফুলিলি বাঙ্কে
অ' মোৰ সাদৰী ফুলাম পাহি ?
শ্যামলী পাতৰ ওৰণি গুচাই
কাৰ ফালে চাই মাৰিলি হাঁহি ?

কোন নন্দনত লগালি চমক,
নাচিছে য'ত পৰী বুলবুল,
অভিশপ্ত হৈ বিলাস-কুঞ্জত
প্ৰেম-মদিৰাত যেন মচ্‌গুল ?

হাছ্‌নাহানাৰ তীব্ৰ গন্ধত
সপোন-বিভোৰ মাধৱী নিশা,
তোৰ পৰশত বিৰহী জোনৰ
পলালনে প্ৰিয়ে প্ৰাণৰ তৃষা ?

আৰব-পিয়াৰী বছৰা ৰাণীৰ
গুল্‌-বদন পেলালি জুৰ ;
তাহি ফুৰে তোৰ ৰূপ-তৰঙ্গত
পাপিয়াৰ স্নিগ্ধ করুণ সুৰ ?

ফুলিলি যিদিনা মৰু-উদ্যানত
উৰিল সৌৰভ জগত জুৰি ;
গগন-চুম্বী কলোছাছে তোৰ
পান কৰিলে ৰূপ-মাধুৰী !

আছিলিনে প্ৰিয়ে বেবিলনৰ
গুল-বাগানত ফুলৰ বাণী ?
স্বৰ্গৰ নন্দন সাজিলি শূন্যত,
কবিৰ মুখত অমৰ বাণী।

ৰূপ ৰস গন্ধ পৰশ প্ৰেমত
জিনিলি পিয়াৰা হিন্দুস্থান ;
বাদ্‌ছা হেৰেম কৰি গুলজাৰ
দিল-দৰিয়াত তুলিলি বান।

তোৰ ই ৰূপ জগৎ বিভোল
ঢালিলি প্ৰেমৰ বিমল ধাৰা ;
দিল্লী বেগম নুৰজাহানৰ
আছিলিনে তয়ে দিলবাহাৰা ?

কোন সুন্দৰীৰ নিমজ গালত
ফুটাই তুলিলি চিকন কাজ ?
উঠিল প্ৰেমিক ছাহজাহানৰ
ভুৱনবিজয়ী মৰ্ম্মৰ তাজ !

কত কাব্য-গাথা, অতীতৰ স্মৃতি,
উদাস প্ৰেমৰ মূৰ্ত্ত বিকাশ ;
বিজড়িত তোৰ কোমল বুকুত
কত বিৰহীৰ হা-হুতাশ !

ফুলিবিনে মোৰ মানস-কুঞ্জত
অ' মোৰ দৰদী ফুলাম পাহি ?
উঠিবনে বাজি প্ৰিয়া পাপিয়াৰ
পুলক-ভৰা মিলন-বাঁহী ?

# গিৰি-মল্লিকা

অয়ি অনৱগুণ্ঠিতা ফুল্ল শিখৰিণী
ৰঞ্জি মণিকৰ্ণিকাৰ হৰিত মেখলা
আছা শোভি শুভ্ৰবেশে, কৰি সুৰভিত
লৌহিত্যৰ তীৰ-ভূমি শ্যামল বননি।
নন্দনৰ ৰূপ-জ্যোতি পৰিমল সুধা,
কৰি আহৰণ বিশ্ব-বিজয়িনী ৰূপে
মোহিলা নিতম্ব-দেশ বিজন প্ৰান্তৰ।
বনস্পতি ক্ৰমদলে নৱ পল্লৱেৰে
জনাইছে হৃদয়ৰ গুপ্ত সম্ভাষণ!
স্তোকনম্ৰা লতিকাৰ কুঞ্জ পল্লৱত
উঠিছে উথলি যেন প্ৰেমৰ তৰঙ্গ।
প্ৰিয়া, তুমি ঢালিলা কি মোহন মদিৰা
হাঁহি কটাক্ষৰ! যি হাঁহিত বনে বনে,
হৰিত ক্ষেত্ৰত, তৰু তৃণ লতিকাৰো
ভাগিল চমক। ঠায়ে ঠায়ে বিধে বিধে
ফুলিল ৰঙেৰে কুটজ-কুটমল-ৰাজি।
দ্ৰোণিজাত শুভ্ৰকান্তি ফুল্ল দ্ৰোণীদলে
প্ৰীতি ভৰা লাজাঞ্জলি যাচিছে সাদৰে।
দেৱ-তৰুসকলৰ মুকুল পৰাগ,
উৰি আহি পৱনৰ মৃদুল গতিত,
সুকোমল গৌৰ তনু পেলাইছে জুৰ।
ৰঞ্জিত তুষাৰ-শুভ্ৰ নিমজ্জ গালত
সুৰভি কুঙ্কুম ৰাগ ৰক্ত চন্দনৰ।

শেষাদ্রি শিখৰ যেন্নে ৰঞ্জি সন্ধ্যা-ৰাগে
সুখেৰে বিশ্ৰাম লভে সান্ধ্য নভোমণি।
বিবুধ-বনিতাসৱে সিঞ্চি নভো-ৰেণু
দিছেহি পিন্ধাই মুক্তাহাৰ আভৰণ
কৌমুদী-প্লাৱিত তৱ কোমল বুকুত;
যেতিয়া জোনালী নিশা মধু পূর্ণিমাৰ
হয় সুধা-ধৱলিত নীলিম আকাশ,
সপ্তস্বৰে সমকণ্ঠে কেতেকী অপ্সৰী
ঢালি দিয়ে ক্ষীৰধাৰা। ৰস-ভঙ্গিমাত
ভৰি উঠে যেন তৱ পল্লৱিত বুকু;
নন্দন-নন্দিতা তুমি দেৱ পাৰিজাত
যাৰ গন্ধ মদিৰাত মুগ্ধ দেৱপুৰী।
নেজানো অপ্সৰী বেশে কোন দেৱতাৰ
আছিলা হৃদয়-ৰাণী আলাসৰ লাৰু!
মদনৰ কামশৰ আছিলানে প্ৰিয়া,
গিৰি কৈলাসত; যিদিনা মোহিনীৰূপ
ধৰিছিলা ধূর্জটিৰ ধ্যানভঙ্গ হেতু!
কোপ-অনলত পৰি শাপভ্ৰষ্টা হই
ভ্ৰমিছানে কি দেৱী শৈল শিখৰত?
দেৱভোগ্য উপভোগ তিয়াগি সকলো
হ'লা চিৰ-নির্বাসিত চিৰদিনলই।
আছিলানে তুমিয়ে প্ৰিয়া ঋষি-আশ্ৰমত
ফুলৰ কুঁৱৰী সাজি পুষ্প-উপবন
কৰি জাতিস্কাৰ। প্ৰভাতৰ সমীৰণে
কত খেলা খেলি থাকে তোমাৰ লগত;
যেতিয়া পিছলি পৰে মৃদু হিল্লোলত

বুকুৰ আঁচল। লাজতেই কুঁচি-মুচি
তলমূৰ কৰি কোন ঋষি-তনয়ক
যাচিছিলা যৌৱনৰ সৌন্দর্য-মাধুৰী ?
নিদাঘৰ দহনত ত্বখ পোৱা বুলি
আল ধৰিছিল কোন তাপস-কুমাৰী।
মলচি দিছিল গাৱ কোমল হাতেৰে।
পুণ্যতোয়া মালিনীৰ শীতল জলেৰে।
প্ৰাণপ্ৰিয়া, আজিমোৰ বিজন কুঞ্জত
তুলিবানে লয়লাসে হাঁহিৰ তৰঙ্গ ?
ব্যথাৰে উপচি পৰা আকুল প্ৰাণত
দিয়া প্ৰেম-মকৰন্দ অমৃত পৰশ ;
অকৃত্ৰিম প্ৰণয়ৰ স্নেহ আলিঙ্গন
নিষ্প্ৰভ ফুলনি মোৰ হ'ক জ্যোতির্ময়।

## ফুল-শয্যা

আৰুনো কিমান দিয়া বেদনাৰ বোজা
হে মোৰ হৃদয়-দেৱতা ?
কৰুণ ৰোদন তুলি ভাঙি দিলা কিয়
প্ৰাণৰ নিবিড় নীৰৱতা ?

জীৱনৰ সন্ধিক্ষণ বিয়লি বেলাত
হিয়া ধুনি উঠে কোলাহল ;
আৰু কিয় তিক্ত ব্যথা বিক্ত হৃদয়ত
ঢালি দিলা তীব্ৰ হলাহল ?

কোন কাহানিয়ে তুমি হৰি নিছা মোৰ
প্ৰীতিভৰা প্ৰণয়ৰ লাৰু,
অন্তৰ্দাহী ৰাৱণৰ চিতা-জুইকুৰা
কোনদিনা নুমাবনো আৰু ?

আনন্দৰ পূৰ্ণপাত্ৰ শূন্য আজি মোৰ
কেউপিনে দেখোঁ হাঁহাকাৰ—
দাবাগ্নিৰ দহনত দেৱদাৰু তৰু
পুৰি-দেই হ'ল ছাৰখাৰ !

মাৰিছিলা শক্তি-শেল তাহানি যিপাত
যোৱা নাই সি বিষ জামৰি,
বেদনাৰ যত অস্ত্ৰ কৰিছা প্ৰয়োগ
বুকু পাতি লইছোঁ সামৰি ।

হিয়া ভগা বিষাদৰ তিতি অশ্ৰু-জলে
পাহৰিছোঁ সংসাৰ-মৰম ;
ভাৱাক্ৰান্ত চিত্ত আজি উদ্বেলিত কৰি
কিবা সুখ পালা প্ৰিয়তম ?

মৰহিছে জীৱনৰ দুৰ্লভ মাধুৰী
নোৱাৰিলোঁ আকাঙ্ক্ষা পূৰাব ;
আহিছে প্ৰাণত আজি ক্লান্তি-অৱসাদ
দিয়া মোক শান্তিৰে জুৰাব ।

যাতনাত নিপীড়িত ওৰে জীৱনত
কঢ়িয়ালোঁ যত আৱৰ্জনা,
তোমাৰেই অৱদান বুকুত সাৱটি
অন্তিমত লভিম সান্ত্বনা ॥

জ্বলিছে দুৰন্ত সউ প্ৰলয়ৰ শিখা,
ধৰিছে কি ৰূপ বিভোপন ;
সেয়ে মোৰ ফুল-শয্যা ৰক্ত কমলৰ,
ল'ম তাতে অনন্ত শয়ন ।

## দহিকতৰা

অ' মৰমী বন্ধু মোৰ অ' দহিকতৰা,
কোন মূৰ্চ্ছনাত তোৰ বাজে দোতাৰা,
মিলন-মাধুৰী লই
আহিছ সাদৰী অই,
কোন বিৰহীক দিবি প্ৰেমৰ বতৰা,
পত্নলিত আছে বই গুলঞ্চি কতৰা !

আলোক নে অন্ধকাৰ সুদূৰ প্ৰান্তৰ
কোন সাগৰৰপৰা
অমৃত গৰল-ভৰা
মেলি দিছ সঁফুৰাটি মোহিনী কণ্ঠৰ,
বই গ'ল বিশ্ব ব্যাপি দিক্ দিগন্তৰ !
কোনেনো পঠালে তোক কলকণ্ঠি কৰি
পুৰে দিলে খলফাট
মাতিলি সুৰদি মাত
শীতলী মলয়া বাৰে দিলে পাল তৰি ;
প্ৰকৃতিৰ নিস্তব্ধতা গ'ল ভেদ কৰি ।

জহ গ'ল বৰ্ষা গ'ল আহিল শৰৎ,
বিদ্যাধৰী চিত্ৰলেখা
খঞ্জনী দিলেহি দেখা,
নাচে কত ছন্দ তুলি কৰুণ সুৰত,
চমক লগালি কিনো নন্দনপুৰত।

কাষত মঙ্গল-ঘট ফুলৰ কৰণি
মিলি যত বনবালা
পিন্ধাইছে বনমালা
বুকুত সজাই দিছে ছুগ্‌ছুগিখনি,
ধৰিছে উষাই ৰূপ কনক-বৰণী।

পুষ্পবৃষ্টি হ'ল তোৰ পৰশমণিত
নিমজ ঘাঁহনিডৰা
পানীপিয়লীৰে ভৰা
মুকুতাৰ শুভ্ৰমালা শ্যামল পাটীত;
কি সুন্দৰ স্নিগ্ধকান্তি ফুল্ল বননিত।

শ্যামল তৃণেৰে ভৰা ধুনীয়া পথাৰ
সুন্দৰী শাৰদ বালা
পিন্ধালে হৰিৎ মালা
সঙ্গীতৰ হিল্লোলত প্ৰেমৰ আধাৰ
ফুলিল হ্ৰদত কত কুমুদ কহ্লাৰ।

আছিলি নিমাতী হই কত দিন ধৰি;
বলিল শীতল বায়,
কুকুৰাই দিলে বায়,
আহিল বসন্ত দৰা লাহ-বাহ কৰি;
আদৰি আনিলি তয়ে তুলি সুৰলহৰি।

ক্ষীৰস্রাৱী সুকণ্ঠৰ মল্লাৰ-ধ্বনিত,
বাজি উঠে বনবেণু
উৰি ফুৰে ফাকুৰেণু
কৰে নৃত্য-লীলা-ভঙ্গি ফুল্ল ফুল্লনিত
উঠিল স্পন্দন গিৰি-শিখৰ-মণিত।

পল্লৱে পল্লৱে ভৰি উঠে গীতি-ছন্দ,
কিবা অপৰূপ দৃশ্য,
উদ্বেলিত মহাবিশ্ব,
সৰগৰপৰা আনি অমৃতৰ ভাণ্ড
ঢালি দিছ মৰতত প্ৰেম-মকৰন্দ।

কাৰ প্ৰেৰণাত তই জুৰিলি সঙ্গীত,
তটিনীৰ ক্ষীৰ-ধাৰা
কাৰ প্ৰেমে আত্মহাৰা?
যি গীতৰ তৰঙ্গত হ'ল তৰঙ্গিত,
হৃদয় আপ্লুত কৰে নাচোন-ভঙ্গিত।

সঙ্গীতৰ সুধাধাৰা দিলি তই বাকি;
আকাশত ৰামধনু
ৰঞ্জিলে নীলিমা তনু
দেৱপুৰী এৰি থই আকাশী নৰ্ত্তকী
মৰতত ভৰি দিলে উৰ্ব্বশী কেতকী।

মেঘকন্যাসৱে পিন্ধি তড়িতৰ হাৰ
গাত লই নীলাম্বৰী
আৰোৱানখনি ধৰি
আগ্ৰহেৰে দিছে তোক প্ৰীতি-উপহাৰ,
কুঞ্জে কুঞ্জে ঘূৰি কত কৰিছ বিহাৰ।

আলোড়ি গন্ধৰ্ব্বপুৰ নন্দন কানন,
গলি কিনো বিশ্বজিত
মদালসা প্ৰেম-গীত,
পাতিলি প্ৰেমৰ হাট লীলা-নিকেতন ;
কৰে য'ত বসন্তই কুঞ্জে নিধুবন।

সোণ-গুটি সোণাৰুৱে লই থোপামণি,
কনক-কবিতা ৰচি
দিছে প্ৰেম উপযাচি,
ধৱল মেঘৰ বুকু তুলাপাতখনি
কত কাব্য-কথাৰেই হইছে শুৱনি।

লুইতৰ কাণে কাণে কঁহুৱাৰ ফুল
বত্তাহত হালি জালি
ঢৌৱে ঢৌৱে ঢৌ খেলি
তুষাৰ-ধৱল-কান্তি ধৰিছে ৰিপুল ;
যেন সুৰ-তৰঙ্গিণী পুলকে আকুল।

সোণোৱালি ৰহণৰ সৰিয়হডৰা,
ৰূপৰ মাধুৰী-সনা
ঢালি প্ৰেম জ্যোতিকণা
উৰায় পৰাগ-ফাকু মন-প্ৰাণ হৰা
ৰমক-জমক হ'ল বিশ্ব বসুন্ধৰা।

শোভাৰ অঞ্জন তুলি তৰু শোভাঞ্জন ;
তাতে পৰি প্ৰিয়া তই
তুলি সঙ্গীতৰ-লয়
সানি দিলি ৰূপচ্ছটা ধৱলী অঞ্জন,
কৰিছে স্বৰ্গীয় দৃশ্যে হৃদয় ৰঞ্জন !

বুঢ়া আজাৰবো তয়ে ভাঙিলি চমক,
লাগিল বসন্ত বা
উলহ মালহ গা,
নব কিশলয় দলে কৰি জকমক্
সম্ভাষিছে ভাগৰুৱা কত পথিকক।

শিৰীষ ডালত প্ৰিয়ে পৰি দিনে দিন
ফুল-কোঁৱৰক লই
কি খেলা খেলিছ তই?
ডেকাধনি লাগি তাৰ দেহা হ'ল ক্ষীণ,
এয়েনেকি যাত্ন তোৰ ভাল পোৱা চিন!

ৰূপহী সেউতী জৱা চম্পা যুতি জাতি
ফুলৰ কুঁৱৰীবোৰে
সাজি ৰং-ৰূপহেৰে
ফুলৰ শৰাই কত থানে থানে পাতি;
জনাইছে ব্যাকুলতা ইঙ্গিতেৰে মাতি!

দিনফুলি মালতীৰ ৰূপ বিতোপন,
বিচিত্ৰ বৰণ ধৰি
বুকুখনি উদি কৰি
লই গন্ধ-উপহাৰ কুঙ্কুম চন্দন;
যাচিছে সাদৰী তোক প্ৰণয়-চুম্বন।

কৰবীৰ-টগৰত তুলি দিলি ঢৌ;
ফুলে ফুলে ফুলৰাণী
সাজি দিলে ফুলবেণী
মৌ-পিয়া আইটীকো লাগে কিবা মৌ;
মনৰ আশাটি ৰাক পুৰাবি নে নৌ?

আলসুৱা ডালিমীৰ বুকুখনি জুৰি
পাখিলাহী পখিলাই
ঘনে ঘনে চুমা খায়
ৰূপ-লীলা-তৰঙ্গতে নাতুৰি-সাঁতুৰি :
হেঁপাহ পলাই পিয়ে অমিয়া-মাধুৰী।

অ' প্ৰেয়সী গুটিমালী, নহ'বি অধীৰা,
প্ৰিয়তমজনে আহি
বজাই মোহন বাঁহী
পিয়াব মিলন-দূতে প্ৰণয়-মদিৰা ;
পলাব পিয়াহ তোক হৃদয়ৰ পীড়া।

বিহুৰতী সুৰাগীয়ে বিহুনাম গাই
পিন্ধি বনকৰা শাৰী
লগালেহি মাতষাৰি,
ফুলবছা ৰিহাখনি গাত মেৰিয়াই
বিলাহী ময়ুৰে দিছে জেউতী চৰাই।

সুৰত-প্ৰসঙ্গী সৌ কপোত-মিথুন,
ৰঙেৰে আধাৰ বাটি
অমাতৰ মাত মাতি
দেখাইছে প্ৰণয়ৰ চানেকি চিকুণ ;
যেনি চাওঁ তেনি যেন সকলো নতুন।

সখি অ', সখি অ', বুলি সখিয়তী বাই,
গছে গছে উৰি উৰি
তোৰ সুৰে সুৰ ধৰি
ৰূপ-গন্ধ-জেউতিৰে সৌন্দৰ্য বঢ়াই ;
প্ৰকৃতিৰ নগ্ন ৰূপ দিছে সোলোকাই।

অ' মৰমী বন্ধু মোৰ, অ' মোৰ ৰহনা,
চক্ৰবাক-মিথুনৰ
আশা হ'ল মিলনৰ,
ৰজালি যি বিশ্ব-ভোলা মিলন গগণা
লুমাবনে মৰমীৰ মৰম-বেদনা ?

শুনালি যিদিনা গীত শৃঙ্গাৰ ৰসত,
বিৰহিনী তপতীৰ
বই গ'ল অশ্ৰু-নীৰ
সম্বৰণ ৰূপ-ছবি ধৰি অন্তৰত ;
ভ্ৰমিলে কতনো দিন শৈল শিখৰত।

কৰিলিনে মুখৰিত ঋষি-তপোবন,
দেৱযানে উঠি আহি
প্ৰেম-নীৰে অৱগাহি
কি যাদু-মন্ত্ৰত হ'ল যুগল মিলন
নুবুজিলোঁ বিধাতাৰ অপূৰ্ব বন্ধন !

নাজানো কি গাইছিলি গিৰি কৈলাসত
মদনৰ শৰ ধৰি
কাৰ তপ ভঙ্গ-কৰি
অভিশপ্তা হলি তই ভোগ-বিলাসত
সেয়েহে ভ্ৰমিছ নেকি মৰ্ত্ত্য-প্ৰৱাসত ?

সংসাৰত তোৰ মান আশাশুধি নাই
মিলন-সম্ভোগ-আশা
জনায় প্ৰাণৰ ভাষা
ব্যথিতৰ ব্যথা ভৰা দুখ পাতলাই ;
দাম্পত্য প্ৰণয়-বীজ দিছ ওপজাই।

গছে গছে পাতে পাতে লতাই লতাই
ৰূপৰ পোহৰ মেলি
নাজানো কি খেলা খেলি
ছয় ৰাগ সপ্ত স্বৰে মুৰলী বজাই
ৰাখিছ সাদৰি তই ভুলাই ভুলাই।

তয়েই অলকানন্দা প্ৰেম-মধুৰিমা,
জগতৰ অনুপম
তয়ে অতি প্ৰিয়তম,
তয়েই বসন্ত-দূত শাৰদ প্ৰতিমা,
প্ৰচাৰিছ ঘৰে ঘৰে মিলন-মহিমা।

কবি-লেখনীত তই নুফুটিলি কিয় ?
ৰূপ তোৰ নাই দেখি
অনাদৃতা হ'লি নেকি,
হ'লি জীৱ-জগতৰ অতি ক্ষুদ্ৰ জীৱ ;
কিন্তু, প্ৰিয়ে তয়ে মোৰ অতি প্ৰাণপ্ৰিয়।

চিৰদিন তই মোৰ হিয়াৰ আপোন,
উদিছে মনত মোৰ
শৈশৱৰ চিত্ৰবোৰ,
কোন দূৰ অতীতৰ মায়াৰ সপোন ;
জগাই তুলিলি প্ৰিয়া স্মৃতি বিতোপন।

কোমলতা পৱিত্ৰতা সৌন্দৰ্য-মাধুৰি
প্ৰেম-প্ৰৱাহিনী হই,
আছ চিৰকাল বই,
স্নিগ্ধ সলিলত যেন থাকিম নাহুৰি !
পুৰাবিনে বাঞ্ছা মোৰ ক'চোন সাদৰী !

আৰত্তিৰ শঙ্খধ্বনি হ'ল বিশ্ব জুৰি ;
বিদায়ৰ শেষ বাণী
উচ্চাৰিলে সন্ধ্যাৰাণী,
ধীৰে ধীৰে মিলি গ'ল গীতৰ মাধুৰী ;
বিমোৰত পৰি ৰ'ল মায়া স্বপ্নপুৰী !

## বহাগীৰ বিয়া

প্ৰকৃতি জীয়াৰী গাভৰু ছোৱালী
বহাগী আইৰে বিয়া
উলহ মালহ সকলোৰে যেন
আনন্দে নধৰে হিয়া।
স্বৰগ মৰত সকলো ঠাইতে
উঠিছে আনন্দ ৰোল,
সাজন কাচন ৰংৰূপহত—
গোটেই জগত ভোল।
অব্যক্ত সুৰত প্ৰেমিক ভ্ৰমৰে
দিলে সকলোতে জ্ঞান,
গছ লতিকাৰ প্ৰতি শিৰে শিৰে
মুঞ্জৰি উঠিল প্ৰাণ।
শিমলু পলাশ অশোক মন্দাৰ
শ্যামল বিটপী ৰাজি,
জীৰ্ণ আভৰণ সলাই আহিছে
ৰাঙলী সাজেৰে সাজি।

কামিনী কাঞ্চন চম্পা নাগেশ্বৰ
সুগন্ধি কুসুম মালা,
ন ন ৰূপ ধৰি পুষ্প কাননত
পাতিছে প্ৰেমৰ খেলা।
মলয় সমীৰ গন্ধ বণিকৰ
গাত তত নাইকিয়া,
ফুলৰ সুঘ্ৰাণ বোকোচাত লই
হইছেহি বিলনীয়া।
ধুনীয়া ধুনীয়া লতাৰে মণ্ডিত
কুসুমিত তৰুৰাজি,
ৰমক্ জমক্ কৰি ঠায়ে ঠায়ে
দিছে বেইঘৰ সাজি।
হীৰক মণ্ডিত চন্দ্ৰতাপ খনি
ওলমিছে আকাশত,
আই বসুমতী দিছে পাটি পাৰি
সেউজীয়া আসনত।
আয়তী সকলে ৰভাৰ তলতে
কৰিছে যাৰ যি কাম,
কোনোজনী আহি দিছে পুষ্পাঞ্জলী
কোনোৱে গাইছে নাম।
জয়ে জয়ে আহি ফেঁহু চৰাইটি
মঙ্গল উৰুলি দিলে,
দহিকতৰাই প্ৰভাতী সুৰত
স্তুতি গীত আৰম্ভিলে।
আম্ৰ কাননত ৰঙিয়াল কুলি
লগালে এষাৰি মাত,
গীতৰ ধ্বনিত স্বৰগত যেন
বহিল প্ৰেমৰ হাট।

ঝঙ্কাৰি উঠিল পুষ্প উপবন
বলিল প্ৰেমৰ বা,
হাঁহিটি মাৰিলে মাধৈ-মালতী
গাতে লগাই গা।
পাটৰ চেলেং গাত মেৰিয়াই
পাটমাদৈ চুচি মাজি,
জোৰোণ পিন্ধাব আহিল সুন্দৰী
পাটগাভৰুটি সাজি।
সোণ বৰণীয়া ডৰীয়া কাঞ্চন
সোণাৰু, কনক চম্পা,
ৰচিলে ধুনীয়া বেণীৰ আকাৰে
কন্যাৰ লাহতী খোপা।
সিন্দুৰ ৰক্তিম অলকা তিলক
পিন্ধালেহি উষাৰাণী,
নিমজ গালত কুসুম ফুলৰ
দিলেহি ৰহন সানি।
পিন্ধালে কাণত ডালিম ফুলৰ
বাখৰ পতোৱা কেৰু,
হাত দুখনিত কুঞ্জলতিকাৰ
সোণখতা মুঠিখাৰু।
পিন্ধালে ময়ূৰে গোমচেং মেখেলা
ভমকা ফুলীয়া চাই,
দিলে বুটা তুলি ফুল বছা বিহা
ৰচকী পখিলা বাই।
চাৰু ললন্তিকা নাৰ্জী ফুলৰ
আকনৰ কোত্মণি,
কাজলী ধৰলী অপৰাজিতাৰ
কঁকালৰ কৰধনি।

সাজি কাচি যেন আছে পাটৰাণী
গোলাপী শয্যাত বহি
কিবা অপৰূপ ৰূপ লাৱণ্যত
পেলালে জগত মুহি।
ধৰিছে যোগান ফুলৰাণী সৰে
ফুলৰেণু কুঁহি পাত,
কোনোজনী আহি লছনৰ গুৰি
ছটিয়ায় ফাঁকু গাত।
কন্দৰ্প কুমাৰ প্ৰেমিক বসন্ত
আহিছে দৰাটি সাজি
বিবিধ স্থৰত পৱিত্ৰ প্ৰেমৰ
উঠিছে বাজনা বাজি।
মাৰিলেহি মেঘে ঢোলত চাপৰ
জিলীয়ে বজায় কালি,
টুনী বুলবুলি নাচে ছেৱে ছেৱে
হেটুলুকা ওজাপালী।
নৱ পল্লৱিত তৰু শাখাবোৰে
হাতত চোঁৱৰ ধৰি,
কেতেকী বাইকো বিয়া গাবলৈ
আনিছে বৰণ কৰি।
আজি পুণিমাৰ ৰাতিটো চিকোন
আকাশ জোনেৰে ভৰা,
ৰজত ধৱল স্নিগ্ধ কিৰণত
হাঁহি উঠে বসুন্ধৰা।
দীপক স্থৰত জুৰিলে সঙ্গীত
বিহুৱা বাউলাজনী,
জিলিকি উঠিল কাম্য কাননৰ
নিকুঞ্জ মণ্ডপ খনি।

কণ্টক বনত সি প্ৰেম গীতত
ফুলিল কেতেকী ফুল
ভেঁটফুল কলি জল কুঁৱৰীৰো
হৃদয় মুকলি হ'ল।
জড় জগতত জীৱ জগতত
পাওঁ সকলোতে দেখা,
মহাবিশ্ব জুৰি বিৰিঙিছে যেন
আনন্দৰ পূৰ্ণ ৰেখা।

## গোৱা হে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনি

গোৱা হে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনি!
শুনিলে অমিয়া মাত,
হৃদয় পৰিব শাঁত,
ললিত মধুৰ স্বৰে জীৱন তোষিণী,
গোৱা হে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনি!

যি সুৰত মুগ্ধ হয় বনৰ হৰিণী,
গীতৰ লহৰী তুলি,
গোৱা মন প্ৰাণ খুলি,
জুৰাক পৰাণ মোৰ মউ মাত শুনি,
গোৱা হে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনি!

প্ৰকৃতিৰ লীলাভূমি সৌন্দৰ্যৰ খনি,
গহীন নিভাল বনে,
উলাহ আনন্দ মনে,
ডালে ডালে উৰি ফুৰা বন বিহাৰিণি,
গোৱা হে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনি!

কণ্ঠত মিলাই লই ছ'ত্রিশ ৰাগিণী
প্রেমিক বিহগী তুমি,
ভুলালা কানন ভূমি,
গিৰি-গুহা উপবন, সিন্ধু তৰঙ্গিনী ;
গোৱা হে এবাৰ মোৰ প্রিয় বিহঙ্গিনি।

পৰে নে মনত পথী যমুনা তটিনী,
কদম গছত পৰি,
পঞ্চমত সুৰ ধৰি,
কৰিছিলা ব্রজাঙ্গনা মন উন্মাদিনী ;
গোৱা সেই সুৰে মোৰ প্রিয় বিহঙ্গিনি !

হৃদয়ৰ স্তৰে স্তৰে শৈশৱ কাহিনী
জগাই অতীত স্মৃতি,
তোমাৰ সুৰলা গীতি,
মানস হ্রদত হাঁহে আশা-কুমুদিনী ;
গোৱা হে এবাৰ মোৰ প্রিয় বিহঙ্গিনি !

মর্ত্যবাসী মানৱক দিবলৈ জুৰণি,
তোমা হেন প্রিয় নিধি
পঠিয়াই দিলে বিধি,
স্বর্গীয় দূতৰ বেশে কণ্ঠে সুধা সানি ;
গোৱা হে এবাৰ মোৰ প্রিয় বিহঙ্গিনি !

এবাৰ ঘূৰাই গোৱা মানস মোহিনী,
সৰলা বিহগী তুমি,
গীত শুনি যাওঁ পমি,
একাণপতীয়া হই থাকোঁ কিবা শুনি,
গোৱা হে কোমল সুৰে প্রিয় বিহঙ্গিনি !

জৰ্জ্জৰিত কৰে তনু সংসাৰ পোৰণি,
বীণাৰ মধুৰ তানে,
নাপাওঁ সান্ত্বনা প্ৰাণে,
অস্ফুট সঙ্গীতে দিয়া মৃত সঞ্জীৱনী,
নাভাঁবিবা অভাগাক প্ৰিয় বিহঙ্গিনি !

শান্তিৰ ভঁৰাল দেহি ! ক্ষুদ্ৰ হিয়াখনি,
নাজানা ভাগৰ প্ৰাণে,
নাজানা দুখ যে কেনে,
ফুল মধু চুহি ফুৰা ফুলনি ফুলনি,
গোৱা হে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনি !

কোৱাচোন প্ৰিয়তমা কাক নো বথানি
কুঞ্জে কুঞ্জে ঘূৰি ঘূৰি
গোৱা কত ঠেও ধৰি,
প্ৰেমিক মিলন গীতি মধুৰ ভাষিণী
গোৱা হে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনি !

বলিয়াৰ দৰে ফুৰোঁ বননি বননি
গছৰ তলত গই
সিঞোৰো বাঁহীটি লই
শুবুজোঁ গানৰ তেওঁ ভাব উদগনি,
গোৱা হে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনি !

কত বাৰ শুনিছিলোঁ নালাগে আমনি
তোমাৰ মাধুৰী সনা,
প্ৰেম গীতি আৰাধনা,
কেনেকৈ পাহৰিম সেই সুখকণি,
গোৱা হে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনি !

ক'ত পাম সেই শক্তি জ্ঞান বিকাশিনী—
হিয়া প্ৰেম ৰসে ভৰা,
বনে বনে গাই ফুৰা,
বিভুৰ মহিমা যশ তুমি বিৰহিনী,
গোৱা হে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনি !

বিহগী নোহোৱা তুমি কাৰ প্ৰেমাধীনি !
কোনেনো কৰিলে কোৱা
অমৃতৰ ভাৰ বোৱা,
কোন সেই জন প্ৰেম-করুণাৰ খনি,
দেখুৱাই দিয়া মোক প্ৰিয় বিহঙ্গিনি !

শুনা হে এবাৰ পখী অভাগাৰ বাণী
নালাগে পাৰ্থিৱ সুখ,
নকৰো মনত দুখ,
তোমাৰ লগতে উৰি যাওঁ বিহঙ্গিনি !
সদায় বইছে য'ত প্ৰেম-মন্দাকিনী !

## উপমা

মেঘমুক্ত নীল আকাশী কোলাত
পূঁৱতীয়া তোটা তৰা,
নিখিল ধৰাৰ শ্যামল কোলাত
সুন্দৰ ধাঁহনি দৰা
স্বচ্ছ নীৰে ভৰা হ্ৰদৰ কোলাত
বিন্দু বিন্দু হিম কণা,
হিৰণ কিৰণ আভৰণে যেন
বিভূষিতা দিগঙ্গনা।

বাসন্তী কোলাত ফুলৰ হাঁহিটি
বিহগৰ কলতান,
মৃদুল মলয় সমীৰণে তাত
কৰে প্রেমামৃত দান।
সহকাৰজুপি মাধৱী লতাক
কোলাত সাৱটি লই,
দাম্পত্য প্রেমৰ পৱিত্র চানেকি
ইঙ্গিতেৰে দিছে কই।
তৰু লতিকাৰ শ্যামলী কোলাত
ফলে ফুলে জাতিস্কাৰ,
তাতে পৰি পখী ললিত ঝঙ্কাৰে
গায় গীত মহিমাৰ।
বিপুল বাৰিধি কোলাত জিলিকে
প্রৱালৰ দ্বীপ মালা,
নইৰ কোলাত আহা কি সুন্দৰ
তৰঙ্গৰ লীলা খেলা!
সান্ধ্য গগনৰ হেঙুলি কোলাত
সৌন্দর্য প্রতিমাখনি,
অপৰূপ ৰূপে সাজি কাচি যেন
বিহৰিছে সন্ধ্যা ৰাণী।
নীল আকাশৰ নীলিম কোলাত
শৰতৰ মেঘমালা,
ৰূপহি তৰাই জোনক আৱৰি
মেলাৰ প্রেমৰ খেলা।
ঘোৰ অন্ধকাৰ আঁউসী কোলাত
খদ্যোতৰ ক্ষীণ জ্যোতি,

কাৰণো মহিমা কৰিছে বিকাশ
বায়ু সাগৰত উটি !
মেঘৰ কোলাত কৰে চিক্ মিক্
আজলী বিজুলী বালা,
অমানিশা যেন হীৰা মাণিকৰ
পিন্ধিছে মোহন মালা।
চিৰ স্নেহময়ী মাতৃৰ কোলাত
শিশু মধুৰ হাঁহি,
অপত্য স্নেহৰ দৃশ্য মনোহৰ
জগৎ পেলায় মুহি।
বিৰাট বিশ্বৰ চাৰু চিত্ৰ দেখি
অতীত মনত পৰে,
চিৰকাল যেন উমলি ফুৰিম
অজ্ঞান শিশুৰ দৰে।

## অনাহূত

ছন্দহীন জীৱনৰ পথুলিমুখত
শুনো কাৰ পদধ্বনি ;—
কাৰ স্নিগ্ধ পৰশত হ'ল মুখৰিত
ভাষাহীন কাব্য বেদীখনি।

তাহানি এদিন দীন কবি-কাননত
বাজিছিল দীপক, হিন্দোল ;
যি মহান অনবদ্য গীতৰ লয়ত
কঁপিছিল সপ্তৰ্ষি মণ্ডল।

নাচিছিল লয়লাসে গোপন কক্ষত
ছন্দময়ী কাব্য মনোৰমা;
কৰিছিল মধুময় বিলাই প্ৰাণত
অপৰূপ সৌন্দৰ্য-সুষমা।

সুন্দৰৰ ধ্যান মূৰ্তি অন্তৰ্ধান আজি
নাই সেই আৰাধ্য দেৱতা;
আচম্বিতে আহি কোনে কৰিলে মুখৰ
প্ৰাণৰ নিবিড় নীৰৱতা।

## মাধুৰী

মন্দ মন্দ মকৰন্দ মদগন্ধে
মোদিত মাধৱী কুঞ্জ,
মৃদু মধু ৰসে মথিত মৰ্দিত
মঞ্জুল মঞ্জুল পুঞ্জ।
মৃদুল মধুৰ মলয় মাৰুতে
মৃত সঞ্জীৱনী আনি,
মুমূৰ্ষু জনৰ দিছে মৰ্মস্থলে
মঙ্গল মাধুৰী সানি।
মল্লিকা মালতী মাগধী মুকুল
মুকুলিত মঞ্জু কুঞ্জে,
মধুময় গন্ধ মদিৰ মানসে
মদান্ধ মধুপে গুঞ্জে।
মিলিছে মাধৱী মাধৱী পৰশে
মাকণ্ড মঞ্জৰি সঙ্গে,

মধুৰিমাময় মাঙ্গল্য মণ্ডিত
মঞ্জু মধু বন অঙ্গে।
মত্ত মদালাপী মাতে মুহুর্মুহু
মোহিনী মোহন স্বৰে,
মানিনীৰ যেন মৰ্দ্দিলে মৰম
মদনৰ পঞ্চশৰে।
মন্থৰ গমনে মানস সৰসে
মৰাল মৰাল-বধূ,
মুক্তসঙ্গী সঙ্গে ভুঞ্জে মহাৰঙ্গে
মৃদুল মৃণাল-মধু।
মেঘাগমাগমে মালঞ্চ মণ্ডপে
ময়ূৰ ময়ূৰীগণ,
মোহন নৰ্ত্তনে মোহ মদে মত্ত
মোহিছে মানৱ মন।
মন্দিৰে মন্দিৰে মুমুক্ষ মণ্ডলী
মৃদঙ্গ মঞ্জীৰ বাই
মহেশ মহিমা মধুৰ কীৰ্ত্তন
মহানন্দ মনে গায়।
মুখৰিত আহা, মধুৰ মিশ্ৰণে
মঞ্জু কুঞ্জ বন ৰাজি
মম মনো কুঞ্জে উঠিছে মধুৰ
মোহন মুৰলি বাজি।

---

## নীলমণি ফুকন ( ১৮৮০-১৯৭৮ )

### সুন্দৰ, তুমি ক'ত ?

সুন্দৰ তুমি ক'ত ?
বিচাৰি বিচাৰি হাবাথুৰি খাই,
অকলশৰীয়া জুৰিটিক পাই
সুধিলো সুন্দৰ ক'ত ?
'পাৰা যদি যাব মোৰ সতে বই',
জুৰিটিয়ে ক'লে, 'দেখা পাবা গই,
সুন্দৰ আছে য'ত।'
ল'লো পাছ জুৰিটিৰ !
কাঠনি জাৰণি কতনো বাটত
পালো অগণন নপৰে মনত,
বুকু ফালি শিলনিৰ ;
কাঁইটৰ খাৰ্লো কিমান আঁচোৰ,
লতাৰ সহিলোঁ কিমান আজোৰ,
ভৰি হ'ল ছিৰাছিৰ।
ধাউতি সুন্দৰ ক'ত !
পৰ্বতৰ টিঙে টিঙে জপিয়াই
যায় জুৰিটিয়ে ভয় একো নাই,
সুন্দৰৰ সন্ধানত ;
সোধে একোবাৰ 'কেনি প্ৰাণ-ধন'
আলাসতে ধৰি শুকুলা বৰণ,
ভাৱৰৰ চৰণত।

নামিছে আকাশখন
কাৰ চৰণত—সেয়ে নে সুন্দৰ,
জুৰিটি যি ফালে যায় খৰতৰ,
ভাঙি সেউজীয়া বন ?
পাৰৰ কঁহুৱা উজুটিত পৰে,
জুৰিৰ বেগত যাব যে নোৱাৰে,—
দেখোঁ কিনো বিমোহন।
গাঁও-ভুঁই কি সুন্দৰ !
থমকি থমকি জুৰিটিয়ে চায়,
তাতো সুন্দৰক বিচাৰি নাপাই
ভাঙে-পাতে বালি-ঘৰ ;
বাট চাই চাই আমনি লাগিল,
এৰে পানচৈ, পচোৱা নাহিল,
ফুৰে আগ আঁচলৰ।
আহিল বাৰিষা ঘোৰ ;
ওফন্দি আহিল বুকু জুৰিটিৰ,
বিচাৰি সুন্দৰ হ'ল যে অধীৰ ;
'সুন্দৰ ক'ত মোৰ !'
কাঁড়ৰ বেগেৰে ললে যাবলই,
খহালে বুকুত পকনীয়া লই
দুই পাৰে গড়াবোৰ।
যায় বেগৱতী নই ;
প্ৰাণত বোৱাই ৰসৰ নিজৰা,
বুকুত তাৰেই অমৃতৰ ধাৰা,
কেনিবাদি ধায় বই ;

দেখোঁ সাগৰৰ সিপাৰে সুন্দৰ,
আঁকিছে আলেখ্য এটি অৰূপৰ
বিশ্ব-পটত থই!
সাগৰৰ সঙ্গমত
লীন হ'ই গই নিজক পাহৰি,
সুন্দৰৰ ফালে চাই ঘূৰি ঘূৰি,
ভাঁহি গ'ল সৌন্দৰ্য্যত;
বাট চাই ৰলোঁ সুন্দৰ আহিব
ইপাৰত মই, কোনে কই দিব,
মোৰ নো সুন্দৰ ক'ত!

## মনোৰমা

নোহোৱাঁ উৰ্বশী স্বৰ্গৰ বিকাৰ
বিশ্ব জিনি থকা সৌন্দৰ্যৰ;
আঁচলত উৰা বিজুলী-আঁৰৰ
চঞ্চলতা মাথোঁ চমকৰ।
নোহোৱাঁ মেনকা তপস্যা-ভঙ্গৰ;
আশ্ৰমত থকা হৰিণীৰ
চকুৰেদি যোৱা শান্তি-ৰসখিনি,
হৃদয় পমোৱা ডুবৰিৰ।
নোহোৱাঁ অলকা বিৰহী যক্ষৰ
অমৰাৱতীয়ে লাজ পোৱা;
সিঁচৰতি হোৱা মুকুতা পোহৰ
হিয়াত মাথোঁ ৰাগৰি যোৱা।

সখী স'তে ফুৰা ঋষি-কন্যা তুমি
নোহোৱাঁ—মৃগয়া দুষ্মন্তৰ ;
কোনো কালে শৰ-বিদ্ধ নোহোৱা
হৰিণীৰ দৰে আশ্ৰমৰ।
নোহোৱাঁ শোণিত-তপ্ত উষাৰ
অনিৰুদ্ধ-বিমোহন ৰূপ ;
পদুম-পাতত তাৰে আলেখ্যটি,
সেয়েহে তোমাৰ প্ৰতিৰূপ।
নোহোৱা সুন্দৰী ভীষ্মক-জীয়াৰী
দ্বাৰকাৰ কৃষ্ণ মোহ যোৱা ;
ক্লান্ত হই অশ্ব পৰিল যি ঠাইত
দেখোঁ তাতে তুমি থিত লোৱা।
যিখন নাৰেৰে সাউদ লখীন্দাৰে
বেহালে, বুৰিল লুইতত ;
তাৰ ব'ঠাচটি লই বাই আছা
উঠি বেউলাৰ উটা ভুৰত।
বশিষ্ঠ মুনিৰ আশ্ৰমত আজি
শেলাই ধৰিছে শিলৰ গাত ;
বিচাৰি ফুৰিছা খুপি খুপি তাতে
ক'ত আছে মুনি তপস্যাত।
মদন-ৰতিৰ নোহোৱা সঙ্গিনী
ফুল-শৰ মাৰি মুগ্ধ কৰা ;
যি নেত্ৰে কৰিলে ভস্ম মদনক
যুগে যুগে তাতে জন্ম ধৰা।
সৃষ্টিৰ সকলো সৌন্দৰ্য্য মাজত
বিচাৰি তোমাক ভাগৰিলো ;

সৌন্দৰ্য্যৰো তুমি দূৰৰ সপোন—
এই কথা আগে নাজানিলো।
মনৰ আলোক-পুৰী জিনি আছা
অৰূপা-সুন্দৰী মনোৰমা!
প্ৰাণেৰে পৰশ নাপাই তোমাৰ
গঢ়িছো মনতে তিলোত্তমা।

---

## দুৰ্গেশ্বৰ শৰ্ম্মা ( ১৮৮৫-১৯৬১ )

### বঙ্গিলা

'কেলেইনো আই, তই হুমুনিয়া কাঢ়ি
চকু-পানী ৰিহাৰে মচিলি,
নাই তাত আন একো, কলপুলি এটি
তাকে দেখি কিয়নো কান্দিলি ?'
ৰঙ্গিলাই এইদৰে মাকক ক'লত
কান্দি কান্দি মাকে দিলে মাত
"বহু দিন হৈ গ'ল তোৰ ককায়েৰে
ঠাই আহি ল'লেহি ইয়াত।
তেতিয়া আছিলি তই নিচেই কেঁচুৰা
ককায়েৰ সাত-বছৰীয়া,
দুদিন জ্বৰতে হায়, প্ৰাণ-বায়ু এৰি
হ'ল আহি অকলশৰীয়া।'
তই ওপজোঁতে তাৰ অপাৰ সন্তোষ
থাকে বহি তোৰ ওচৰতে,
তই যদি কেতিয়াবা কান্দিবি-কাটিবি
পৰে আহি তোৰ ওপৰতে !
'জ্বৰ পৰি থাকোঁতেও তোৰ কথা সোধে
কাষলই নিদিয়ে আনিব,
থয় তোক নিলগত, জানো কিবা ৰূপে
সেই জ্বৰ তোৰ গাত হ'ব
জ্বৰৰ গাৰেই মোক কে'বাবাৰো ক'লে
পুতলা কেউটা থ'বলই,
"যেতিয়া ডাঙৰ হ'ব ভনীটিক মোৰ
ৰঙ্গ মনে মই দিবলই।"

নেপালে সোনায়ে মোৰ তোক দিবলই
কোনো বস্তু তাৰ আশা কৰা,
তোক এৰি চিৰকাল মোক কন্দুৱাই
আঁতৰিল পৃথিৱীৰপৰা।
ইয়াতে পেলালে পুৰি ছাই হই গ'ল
ক'তো তাৰ চিন চাব নাই,
গজি থকা কলপুলি দেখি আজি মোৰ
চকু-পানী আহিছে ওলাই!'
কথা শুনি ৰঙ্গিলাই অতি বেজাৰেৰে
হুৰা'-ৰাৱে লাগিল কান্দিব,
কতনো বুজালে আৰু কত কথা ক'লে,
নোৱাৰিলে মাকে নিচুকাব।
কান্দি কান্দি ৰঙ্গিলাই মাকক সুধিলে
'চাওঁ যদি খানি এই ঠাই,
পামনে চকুৰে দেখা যাৰ মৰমৰ
আজি আৰু একো চিন নাই?'
মাকে ক'লে—'আই, তই কেলেই কান্দিছ,
দেখা পাবি এঙাৰ এগাল,
নেদেখিলে, কি কৰিবি, কান্দিলে নেপাৱ
দেখা তোৰ নাছিল কপাল।'
ৰঙ্গিলাই কথা শুনি দুগুণে কান্দিলে
চকু-লোৰে পৃথিৱী তিয়াই
মাতৃৰ হিয়াৰ তাপ দুগুণে জ্বলালে
ভ্ৰাতৃ-স্নেহ কেনে দেখুৱাই।

## মৰাৰ পিছত

মৰিলে পামনে দেখা ভৰা আকাশৰ,
শস্যেৰে শোভিত বসুন্ধৰা,
বিস্তৃত জগতখনি আকাশে আৱৰা,
কেউপিনে আনন্দেৰে ভৰা ?
পৃথিৱীৰ গাত গজা কোমল বনত
পৰি থকা কোমল নিয়ৰ,
মৰিলে পামনে দেখা বায়ুৰ মাজত
গহীন চলন ডাৱৰৰ ?
কানেৰে শুনিম জানো প্ৰকৃতিত বজা
শান্তিময় মোহিনী সঙ্গীত,
ডালত জিলীয়ে গোৱা মধুৰ মাতেৰে
বিভুৰ যশস্যা পৃথিৱীত ?
মৰিলে কাণত যদি একোকে নেবাজে,
একো ছঁয়া নপৰে চকুত,
হৃদয়ত ভাব তাপ, সিও যদি যায়
সুখ তেন্তে নাই মৰণত ।

## বিশ্ব-ভাৱনা

আমি নাচিব লাগিছো গোটেই জীৱন,
কাৰ সুৰত নেজানো ;
আমি গাবই লাগিছো গোটেই জীৱন,
কাৰ গান নেজানো ।

আমি মাটিৰ পুতলা নাচিব লাগিছো,
কোনে নচায় নেদেখোঁ ;
আমি কাৰবাৰ বাঁহী বাজিব লাগিছো,
কোনে বজায় নেদেখোঁ।
আমি কাৰবাৰ গুণ গাবই লাগিছো,
নিজকে নিজে পাহৰি ;
আমি কাৰবাৰ কাম কৰিব লাগিছো
অলপো নাই আহৰি।
আমি ভাও লই লই বিশ্ব-ভাৱনা
সদায় পাতিব লাগিছো ;
আমি ঠিক ভাৱৰীয়া হাঁহি কান্দি নাচি
নিজ ভাও দিব জানিছো।

## কিবা যেন নাই নাই

সন্ধিয়াৰ চাকি শাৰী
পুখুৰী-পানীত পৰি
দীঘলীয়া নাচিছে ;
আকাশত ভোটা তৰা,
পাৰিষদে বেৰি ধৰা
জিলিকিব লাগিছে।
দীঘল দ'লটি গই
লাহে লাহে সৰু হই
আকাশত মিলিছে ;

দুখ-শোক আঁতৰাই
মন-প্ৰাণ নচুৱাই
জুৰ বায়ু বলিছে।
ইয়াতে সদায় দেখা
দেখিলে মনত থকা
আহিলেই লগ পায়;
মনে মনে ভাল পোৱা
ভাবিলে কেনিবা যোৱা,
কিবা যেন নাই নাই।

## পেঁপা

শুনিছোঁ পেঁপাৰ মাত পথাৰৰ পৰা
ৰঙা বেলি মাৰ যায় যায়,
আহিছে গৰুৰ জাক পথৰুৱা বাটে
ওচৰত গৰখীয়া নাই।
গৰখীয়া ভোল গৈ গৰুকো এৰিলে
পথাৰত আছে আজি বৈ
মানুহৰ মাতে ক'ব নোৱৰা কথাকো
কয় আজি পেঁপাটিক লৈ।
কোনেনো সাজিলে পেঁপা ইমান কোমল
ভাল লাগে শুনি নিলগত
শুনিলে পেঁপাৰ মাত থৰকৈ বয়
তেজ-সোঁত মোৰ শৰীৰত।

## পন্থা আৰু প্ৰৱৰ্ত্তক

বহু দেশ বিদেশত বহুত পুৰুষে
বান্ধি গ'ল কেবাটিও পথ,
কেউটিৰ লক্ষ্য একে, স্বৰ্গৰ জথলা,
ভকতৰ ভকতিৰ পথ।
যিথন ৰথতে উঠি যিটি পথ লবা
পাবাগই স্বৰ্গত তাৰেই,
যেনেকই ভাবা তুমি যিটি পথে চলা,
পাবাগই একে জনকেই।
প্ৰৱৰ্ত্তক সকলোৱে নেসাজে নতুন
অনাদিৰ অৰ্থ উলিয়ায়,
নকৰে নতুন জাত মনতো নাভাবে,
ভকতেহে লোককো ঘিণায়।
জ্ঞানী লোকে নিজে ডাঠি কদাপি নকয়
নিজৰ কথাকে ঠিক বুলি,
নিজৰ চৰণ-চাব কামত এৰিব
নেযায় ভবিৰে নিজে তুলি।
চকু থকা লোকে ভাল দেখে অইনতো
অইনৰো ভাল গুণ গায়,
লোকক দেখিলে ভাল, নিজৰ ঘৰক
ঘিণকৰা বুলি হুবুজায়।
পুথি পঢ়ি নাম কৰি জ্ঞানী হয় যদি
অমঙ্গল আৰু তাকৰিব,
জ্ঞান-কলহৰ পৰা অজ্ঞান উগাৰি
মানুহ ভুলাব নোৱাৰিব।

একোজন পুৰুষৰ সময়-বালিত
বৈ যায় চাব চৰণৰ,
হয়তো সময়মতে মাৰ যায় গৈ
নতু পৰি আৰু ডাঙৰৰ।
যি থানত অতীজৰ পুৰুষলোকৰ
আছে লীলা-খেল-খেলা কৰা ঠাই,
তাত আজি স্মৃতি চিহ্ন জ্বলিব লাগিছে
যদিও শিলেৰে সজা নাই।
একোজন পুৰুষৰ একো আঁজোৰত
বহু যুগ আগবাঢ়ি যায়,
একোজন পুৰুষৰ একোটা ঠেলাই
বহুকাল সংসাৰ চলায়!
যেতিয়া ৰবহি আহি সমাজৰ গতি
নাইবা হুঁহকি পিচ পৰে,
তেতিয়া আকৌ আহি একোজন লোকে
সমাজৰ গুৰি বঠা ধৰে।
কোমল পানীত সৰুসুৰা গুৰিয়ালে
নাওখনি বাই লই যায়,
টান পানী পৰিলেহি বলীয়ে সিদৰে
বলেৰে বালেহে আগুৱায়।
যেনে নাৱৰীয়া লাগে, ঠিক তেনে পাৰা
য'ত যেনে সোঁত তেনে চাই;
য'ত যিটি আৱশ্যক আপুনি ওলাব
আপুনি লবহি নিজ ঠাই।
নৈয়েনো কিমান বাৰ সোঁতা এৰি যায়
তাৰ একো লেখজোখ নাই।

সমাজৰ মতো লৰি থাকে সেইদৰে
যেতিয়া যিটিৰে ছল পায়।
ভকতে ভকতি যদি কৰে বৰ কই
মহত্ত্ব তাকৰ মহন্তৰ;
টানি আনি মহন্তকো ভকতে লগোৱা
স্থমায় ভিতৰ বিবাদৰ।
মহন্তৰ হিয়াখনি সদায় বহল
সকলোৰে সমভাৰে চায়;
কোন বৰ কোন সৰু তেনে মীমাংসাৰ
ওচৰেৰে কদাপি নেযায়।

## অম্বিকাগিৰি ৰায়চৌধুৰী ( ১৮৮৫-১৯৬৭ )

### বন্দোঁ কি ছন্দেৰে

আজি বন্দোঁ কি ছন্দেৰে সমাগত বিৰাট নৰ-নাৰায়ণ ৰূপ,—
নৰ-নাৰায়ণ ৰূপ—
পৰাধীন পঙ্কিল কুণ্ঠিত চিত-মন নাই ফুল-চন্দন ধূপ, —
নাই ফুল-চন্দন ধূপ—
দূৰ দ্বাপৰত শুনিছোঁ পাণ্ডৱে জয় কৰি সপ্ত ধৰিত্ৰী,
যজ্ঞ ৰাজসূয় কৰিলে সম্পাদন সম্ৰাট হৈ একছত্ৰী,—
দেশ-দেশ জুৰি লাখ লাখ ভূপতি গালে আহি মূৰ্ত্ত গায়ত্ৰী,
আজি দাসত্ব-বন্ধন-ৰোধিত কণ্ঠত নুফুটে ৰাগিণী অনুৰূপ,
নুফুটে ৰাগিণী অনুৰূপ,—
গণ-মুক্তিত নাই যজ্ঞ ৰাজসূয়, নাই ৰজা নৰপতিবৰ্গ,
কলুষিত কলি পাঞ্চজন্য-ধাৰী নাহে লব ভক্তিৰ অৰ্ঘ্য,
সেই নাৰায়ণ আজি জাগে নৱৰূপে মোহাৰি বাধা উপসৰ্গ,
আজি জনসূয়ৰে হব যজ্ঞ উদ্দীপন আলোড়ি নিখিল ভূৱ,—
আলোড়ি নিখিল ভূৱ,—
ৰুদ্ধ-কণ্ঠ ভেনে মুকলিত হ'ক আজি জয় নৰ-নাৰায়ণ বন্দি ;
পতিত ভাৰতৰ দু-শ বছৰ ব্যাপী বিঘিনি বিমঙ্গল খণ্ডি,
গ্ৰহ-উপগ্ৰহ ধ্বনিত হক আজি ভূলোক-খলোক নন্দি,
জ্বলক ভাৰত-মাতা বিশ্বত বিজয়ী বৰ্ম্মেৰে সাজি অপৰূপ,—
বৰ্ম্মেৰে সাজি অপৰূপ ৷

## ওঁম তৎসৎ

ওঁম তৎসৎ, ভাৰত মহৎ।
এক চেতনাত, এক ধিয়ানত
এক সাধনাত, এক আবেগত,
এক হৈ যা—এক হৈ যা—
নিজ ঐতিহ্য, নিজ বিত্তত,
নিজ ধাতু-তেজ, নিজ চিত্তত,
নিজ আত্মাত, নিজ তত্ত্বত,
এক গোট খা—এক গোট খা—
এক মূৰ্চ্ছনা, এক ৰাগিণীত,
এক গমকত, এক কঁপনিত,
মহা-মানৱীয় মিলন-বেদীত,
বৰগীত গা—বৰগীত গা—
উৎতিষ্ঠত চিৰ-জাগ্ৰত,
প্ৰাপ্য-বৰাণ-নিবোধত,
সৎ সত্বাৰ শুধ দাপোণত,
নিজ ৰূপ চা,—নিজ ৰূপ চা—
নিজ ক্ষেত্ৰ, নিজ ধৈৰ্য্যত,
নিজ ধৰ্ম্ম, নিজ বীৰ্য্যত,
নিজ কৰ্ম্ম, নিজ শৌৰ্য্যত,
অবিচল ৰ'—অবিচল ৰ'—
সত্যম্ শিৱ—সুন্দৰমত,
সত্যমেৱ জয়তে জপত,
সৎচিৎ-আনন্দ ৰসত,
থান পাতি ল,—থান পাতি ল'

কুটিল ভ্ৰূকুটি কৰি অগ্ৰাহ্য,
চিৰ অক্ষয়, চিৰ অদাহ্য,
চিৰ নিৰ্ভয়, চিৰ অকাট্য,
অমৃত হ'—অমৃত হ'—
বিশ্ব শান্তি কামনা আমাৰ,
বিশ্বমৈত্ৰী লক্ষ্য আমাৰ,
বিশ্বৰ সেৱা সাধনা আমাৰ,
প্ৰাণ খুলি ক'—প্ৰাণ খুলি ক'—
সৃষ্টিৰ বেগ চেকুৰি চলিছে নতুনক গঢ়া আঁচনি লৈ,
তুইও নিজক চম্ভালি লৈ আগ বঢ়া সতীৰ্থ হৈ ;—
শাশ্বত তোৰ নিজৰ ৰূপেৰে নতুনক তই আদৰি ল'
চিৰ জাগ্ৰত, চিৰ উচ্ছল, চিৰ উজ্জ্বল, শ্যামল ৰ'।
স্বাধীন ভাৰত আগুৱা পথত এয়ে মহাপ্ৰাণ চেতন-মন্ত্ৰ,
"চৰৈৱতি, চৰৈৱতি", মুক্ত মুকলি অসীম পন্থ।

## মই বিপ্লৱী, মই তাণ্ডৱী

মই কাল-বিজয়ী বিপ্লৱী,
মই কাল-বিনাশী তাণ্ডৱী ;
আজি বিপ্লৱ তোলোঁ ক'ত ?
মই তাণ্ডৱ তোলোঁ ক'ত ?
সৃষ্টিৰ স্নায়ু ধুনাধুন কৰি উতলি উঠিছে বিপ্লৱ মোৰ
উতলি উঠিছে বিপ্লৱ,
ব্ৰহ্মাণ্ডৰ মেৰু প্ৰকম্পি দাপিছে দাৰুণ তাণ্ডৱ মোৰ
দাপিছে দাৰুণ তাণ্ডৱ।

নভো-মহানীল চিৰাচিৰ কৰি,
প্ৰলয়-ভঙ্গী উঠে তাৰ চৰি,
স্বৰ্গ-মৰ্ত্ত্য-ৰসাতল ৰেখা
মোহাৰি মুচৰি কৰি দিলে একাকাৰ ;
ক্ষিত্যপ্-তেজ-মৰুৎ-ব্যোমৰ
নোহোৱা কৰিলে চিন-চাব পাৰাপাৰ,
কি পৰিণামেৰে ক্লান্তিত পৰি ক'ত বা হয় সি ক্ষান্ত !
নাপাওঁ বিচাৰি পাত্ৰ-আধাৰত য'ত কৰোঁ তাক শান্ত ॥

সৌৱা

বিলাসালসৰ ক্লেদী পৰশত
জীৱন-দীপ্ত কৰ্ম্মোল্লাসী পুলকোৎসৰ ছন্দ পৰিছে ভাগি,
আত্মানন্দী সেৱা-হৰষত
গ্লানিৰ জটিল বেদনা জমিছে মত্ত থকৰ
বজ্ৰ-আঁচোৰ লাগি,—
তাতে তোলোঁনেকি তাণ্ডৱ মোৰ,
তাতে তোলোঁনেকি বিপ্লৱ ?

আৰুচোন সৌৱা !

কুহকী ৰূপৰ কূট মাধুৰীয়ে
পৰিত্ৰতাৰ আজলী শিশুক উজটি খুৱাই কৰে
কেনে লটিঘটি,
প্ৰৱঞ্চনাৰ ধূৰ্ত্ত ফাকিয়ে
ঊৰ্ধ্বগামিনী প্ৰগতি-গতিক মাৰঘাত মাৰি
কৰি দিয়ে অধোগতি ;
তাতে তোলোঁনেকি বিপ্লৱ মোৰ, তাতে
তোলোঁনেকি তাণ্ডৱ ?

আৰু সেইফালে

কয়, লিখে এক, কৰে ধৰে আন,
লুটি-পুটি গায় শান্তিৰ গান,
দুৰ্ম্মদ যত অনীতি আচৰি তুলিকা বুলাই
দেখুৱায় মহাকবি,
ভিতৰত পুহি দুষ্ট পিশাচ বাহিৰত আঁকে
মোহিনী কলাৰ ছবি ;
তাতে তোলোঁনেকি তাণ্ডৱ মোৰ,
তাতে তোলোঁনেকি বিপ্লৱ ?

সৌৱাচোন আৰু

পদ-মৰ্য্যাদা-ক্ষমতাৰ থকে
মানৱীয়তাকে গিলে ডিঙিলৈকে,
আত্মাৰ ক্ষুধা ভৰিবে মোহাৰি
যৌন ক্ষুধাৰ পিশাচী ৰাপত মত্ত,—

কৰ্ত্তব্যৰ গেড়ি তল কৰি

বলিয়া চিঞৰি কেৱল দাবীৰ স্বত্ব ;

তাতেনেকি মোৰ তোলোঁ তাণ্ডৱ, বিপ্লৱ তোলো মোৰ ?

কোনফালে চাই কোনফালে লৰোঁ
কোনটিক এৰি কোনটিক ধৰোঁ ?
এটাক ধৰিলে আনফালে পুনু
ক্ষিপ্ত-দাপেৰে উম্মেদ উঠি আছে ;
মোৰ লৰা-ঢপৰাৰ দুৰ্গতি চাই
বিদ্রুপ-বাণ হানি সকলোৱে হাঁহে ।

আৰু দেখোঁচোন !

প্ৰগতি, শিল্প-কলাৰ আঁৰত
লুকাই লালসা ভৰা সাগৰত
কামনা-দানৱে ধুমুহা তুলিছে
উগাৰি তীব্ৰ তেজাল ক্লেদৰ ঢউ,

হাঁহিছে বিকট কলুষ সানি
কৰি বিষাক্ত জীৱন-মাধুৰি-মউ।
তাতে তোলোঁনেকি তাণ্ডৱ মোৰ,
তাতে তোলোঁনেকি বিপ্লৱ ?

ইকি।

মোতেচোন দেখোঁ সকলোবিলাকে,
উঠিছে, পৰিছে, খেলি জাকে জাকে।
বাহিৰত কিয় পৰিছে দৃষ্টি ?
ভিতৰতে দেখোঁ স্বৰ্গ-নৰক মোৰ।
সৃষ্টি, স্থিতি, প্ৰলয়, বিনাশ,
নিজতেই দেখোঁ ঘটিছে সকলোবোৰ ?
নিজক এৰি দি কিয় তেনেহ'লে,
আনলৈ চাই অভিযোগ চলে ?
জনে জনে হ'লে ক্লেদাপসৰণ,
গোটেই জগত হ'ব সুবিমল শুদ্ধ,
উতলা ৰোষেৰে আনল'কে চাই
নৰ'ব কাৰণ মৰিবলৈ হৈ ক্ৰুদ্ধ।
তোল তেনেহ'লে তোল তাণ্ডৱ,
বিৰাট বিপুল মহা বিপ্লৱ ;
প্ৰথমে নিজৰ অহং-সিন্ধু মন্থন কৰি, নাৰকী কলুষ-ক্লেদ
ধ্বংসি, বিনাশি, তোল জীৱনত পুণ্য-লহৰ কৰি
অহমিকা ছেদ।
তাৰ লগে লগে সীমা-অসীমৰ সংযোজনাৰ সাফটো
গচকি খচি,
নিৰ্ম্মল কৰি সৃষ্টি-কলাক কলুষিত কৰি নৰক
যি আছে পচি।

## গীত

জাগ জাগ জাগ ভাৰত-সন্তান, হিন্দু মুছলমান জাগ।
মুক্তি-শঙ্খ বাজে গাজে ভেদি
লক্ষ ভ্ৰাতাৰ হিয়াৰ তেজেদি
ৰঞ্জিত হোৱা জালিয়ানাবাগ।
জাগ হৃদয়-বিহীন দানৱ-বজ্ৰ পদ-মৰ্দ্দিত নৰ-নাৰী,
জাগ আবাল-বৃদ্ধ-বনিতা গোলামী ঘৃণ্য হেৰ জীৱন-ভাৰী
জাগ সুখী, দুখী, শোকী, ৰোগী, ভোগী, যোগী,
সুভাগা নাইবা হীনভাগা।
জাগ তিনি শতাব্দী পিটি খচি থোৱা
জাতীয় আত্ম-অভিমান,
জাগ সত্য-দ্বাপৰ-ত্ৰেতা-মুখৰিত মৃত-সঞ্জীৱনী সাম-গান
জাগ কাৰবালা-ভূমি কুৰুক্ষেত্ৰৰ ৰাম-ৰাৱণৰ ইতিহাস,
জাগ শুক, বশিষ্ঠ, বিশ্বামিত্ৰ, বাল্মীকি, মনু, বেদব্যাস,
জাগ বৰাহ, মিহিৰ, খনা, লীলাৱতী, কালিদাস, ভৱভূতি, মাঘ।
জাগ যমুনাৰ বালি ধুই ৰূপা কৰা শুভ্ৰ শাৰদী জোনাকী,
জাগ প্ৰেম-আপ্লুতা গোপিকাৰ স'তে মধু মুৰুলীৰ চিনাকি।
জাগ পাঞ্চজন্য-গভীৰ-নিনাদ, সুদৰ্শনৰ বিজুলী-শিখ,
জাগ জাগৰণ-গীত ঝঙ্কৃত কৰি স্বৰ্গ-মৰ্ত্ত্য সকলো দিশ,
জাগ হৰিনাম-ৰসে বিশ্ব-বুৰোৱা নাৰদী বীণাৰ ৰাগিণী-ৰাগ!
জাগ স্থিৰ-প্ৰতিজ্ঞ কঠোৰ ব্ৰহ্মচাৰী ভীষ্মৰ ৰিপু-দমন,
জাগ বুদ্ধদেৱৰ, মহম্মদৰ সত্যৰ হকে জীৱন-পণ।
জাগ ভাগৱত, গীতা, বেদ, কোৰাণৰ আত্মবিনাশী তত্ত্ব-গীত
জাগ ভাৰতবাসীৰ হৃদয়ে হৃদয়ে মহান শক্তি জগৎজিৎ,
জাগ স্বদেশ স্বজাতি ৰক্ষাৰ হকে দধীচি মুনিৰ তনু-ত্যাগ।

জাগ সপ্ত সিন্ধু শুহোৱা গণ্ডুষতে অগস্ত্য ঋষি মহান,
জাগ সত্যাগ্ৰহী সাধু মনসুৰ, সুধীৰ প্ৰহ্লাদ ভগৱান।
জাগ কালকূটে বিষ জাৰি পানী কৰা দেৱসৰৰ অমোঘ বল,
জাগ পান কৰি পাপী-তাপী ত্ৰাণ চিৰপৱিত্ৰ গঙ্গাজল,
জাগ হাতৰ মুঠিত হৰিক লুকুৱা সাধন, ভজন, যজ্ঞ-যাগ।
দুভাই হিন্দু-মুছলমানৰ একপ্ৰাণতাত গাঁথিবলৈ
জাগ কবীৰ, নানক, সিদ্ধ সাধুৰ শিক্ষা-দীক্ষা মূৰ্ত্ত হৈ
জাগ সকলো বিৰোধ, বিঘিনি, বিপদ নাশ
কৰি দিয়া ধৰ্ম্ম-জ্ঞান,
জাগ মাতৃ-চৰণ-পূজাৰ বলিত লক্ষ পুত্ৰৰ জীৱন-দান,
জাগ ভাৰত-মাতাৰ গৌৰৱ-ৰবি গুচাই সকলো কালিমা-দাগ।

## তন্দ্ৰাভঙ্গ

ৰাণীৰ ওঁঠত ফটিকা এটুপি পি,
যুগ বহু শত আছিলোঁ নিঢাল দি,—
স্বপ্ন-বিভোৰ তন্দ্ৰা-হালুক
মত্ত-চিতৰ পাল,—
ৰঙাই বোলাই চৰিল কিমান অবুজ বেথাৰ জাল।

সেই জালাটোৰ আঁৰে আঁৰে
ৰাণীৰ ৰুণু-জুনু ;
ৰূপটো আগত হুঠে ফুলি
কেৱল সাৰি শুনো।

আজি তন্দ্ৰা টুটিল
ৰাগী ভাগিল,—
ৰাণীক আগত পালোঁ,—
ইবাৰ ওঁঠত
নহয়, পদত—
অমৰ সুধা পিলোঁ।

## ই যে অগ্নি-বীণাৰ তান

এইতো নহয় হাঁহি-তামাচাৰ ভাগৰ জুৰোৱা নগা—
ই যে জীৱন-মৰণ একাকাৰ কৰা অগ্নি-বীণাৰ তান।

ই যে শত অপমান লাঞ্ছনা হানি উজৰা অসীম তাপ,
ই যে ৰুদ্ধ আত্ম-বেদনা নিজৰি ওলোৱা অনল ভাপ।

ই যে সুধাৰ কাৰণে দেৱ-দানবৰ সিন্ধু-মথন-গান,
ই যে মৃত্যুঞ্জয় পদৰ কাৰণে মহা হলাহল পান।

ই যে মাতৃ-চৰণ-পূজাৰ বেদীত হৃদয় ৰক্ত দান,
ই যে ভাই ভাই সৱে চকুপচাৰতে এক হৈ যোৱা প্ৰাণ।

ই যে হীনতা-নীচতা, ভীৰুতা-দীনতা জোকাৰি পেলোৱা ভাৱ,
ই যে এক ৰূপ ৰসে, একে ৰঙে চঙে এক কৰি দিয়া ছাৱ।

ই যে মহা মানৱতা মুৰ্চ্ছিত হোৱা অতি ঘোৰ অপমান,
ই যে উৎপীড়নৰ ঘৃণিত গৰ্ব্ব গুৰি কৰা অভিযান।

ই যে সুপ্ত জীৱন-চকোৱা বজ্ৰ নিনাদ তান,
ই যে মানৱৰ অধিকাৰ হেতু কৰা শৃঙ্খল অভিযান।

ই যে নৰনাৰায়ণ লাঞ্ছিত হোৱা ভয়াবহ ইতিহাস,
ই যে জীৱনৰ হকে মৰিবৰ হেতু প্ৰাণভৰা অভিলাষ।

ই যে মুক্ত জীৱন বন্ধন কৰা কথোৰ বেথাৰ হান,
ই যে মানৱতা অৱমাননাকাৰীক মৰ্দিত কৰা ধ্যান।

ই যে শত আঘাতৰ ৰক্ত ধুউৱা শ্ৰাৱণৰ মহাবান,
ই যে মাতৃ আদেশ, সন্তান-প্ৰাণ দিবলকে বলিদান

## মানৱায়তন

কিহৰ বাবে আকাশ পাতাল
কিহৰ বাবে ধৰা?
কিহৰ বাবে জন্ম ধাৰণ
কিহৰ বাবে মৰা?
নাইতো ধৰাত এই প্ৰশ্নৰ
পূৰা সমিধান,
কৰা মানৱ সদলবলে
অসীম অভিযান।
যুক্তি-বিচাৰ হ'ল যে জঠৰ
এই সীমাতে বহি
মানৱ জাতিৰ বিভৱ-স্তম্ভ
গ'ল তেনেই জহি।
জীৱন মথি মথি লভা
জ্ঞান-গৰিমাৰ ফল,
থেক সীমাতে ঘূৰি ঘূৰি
অন্ধ বিফল হ'ল।

সেইবাবেইতো এই ধৰণীত
মানৱ জীৱন খোৰা,
অলপ উঠি তাৰ পিছতেই
পিছলি পৰি মৰা।
আজি যি কণ যায় আগুৱাই
কালি আহে নামি,
তথাপিতো সীমা ভঙাৰ
নহয় অনুগামী।
সীমা ভঙাৰ এই যে সপোন
নহয় কেৱল কথা,
নিজান কোণত বহি বহি
ভাবৰ মালা গঁথা।
এই ধৰণীত গোট খোৱা এই
শক্তি সমল লৈ,
বীৰ দাপেৰে গ্ৰহান্তৰত
তেজ মণ্ডহে গৈ,—
পাৰিলেহে উপনিবেশ
স্থাপন কৰি লব,—
মানৱ জাতিৰ মান-গৌৰৱ
নিত্য নতুন হ'ব।
তেহে ধৰাৰ মানৱ জীৱন
বিৰাট বিশাল হৈ,
সৃষ্টি ব্যাপি মানৱ জাতি
হ'ব চিৰস্থায়ী।
তেহে সীমাত ঘোলা হোৱা
জ্ঞান-গৰিমাৰ ধাৰা

মুক্ত হ'ব, মহৎ হ'ব
ভাঙি সীমাৰ কাৰা ?
ঘূণ ধৰা এই ধৰণীখন
খামোচ মাৰি থাকি,
জীৱনৰ তোৰ অসীম গতিক
দিবি কিয় ফাঁকি।

## তুমি

তুমি লাজৰ ৰাঙলী আভা
গাভৰুৰ গোলাপী গালত ;
তুমি শান্তিৰ জিৰণিখিনি
চেনেহীৰ বাহুৰ তলত।
তুমি চুমাৰে উপচি উঠা
লাহৰীৰ ৰঙচুৱা ওঁঠ ;
তুমি চুমাৰে ৰাঙলী চৰা
প্ৰেমেৰে আপ্লুত মনোৰথ।
তুমি সুৰদি কটাক্ষ এটি
সুন্দৰীৰ পদুমী চকুত ;
তুমি অমিয়-মাধুৰি সনা
মুখখনি সুন্দৰ নিখুঁত।
তুমি মনে মনে উঠি অহা
চেনেহীৰ চুমাৰ হেঁপাহ ;
তুমি প্ৰেমিকাৰ নিৰাশত
প্ৰেমিকৰ অন্তৰৰ দাহ।

তুমি ৰসৰ প্ৰতিমাখনি
সুন্দৰীৰ ৰসাল বুকত ;
তুমি মিচিকিয়া হাঁহিখিনি
প্ৰেমিকাৰ মধুৰ মুখত ।
তুমি উগুল-থুগুল হোৱা
বিলাসৰ গাভৰু এজনী ;
তুমি আৱেগেৰে ভৰ-পুৰ
বিৰহীৰ বুকুৰ কঁপনি !
তুমি বিলাসী বিচাৰি ফুৰা
বিলাসিনী বিয়াকুল হই,
তুমি খোজে পতি সুন্দৰীৰ
সৌন্দৰ্য্যৰ সোঁত পৰা বই !
তুমি দুৰণিৰ প্ৰেমিকৰ
হেঁপাহৰ ব্যগ্ৰ হিয়াখনি
তুমি বিৰহিণী অন্তৰত
মিলনৰ বলিয়া কঁপনি ।
তুমি মিলনৰ প্ৰথমতে
লাজুকীৰ কঁপি উঠা বুক ;
তুমি সুন্দৰীয়ে সুন্দৰত
মিলনৰ তৃপ্তিহীন সুখ ।
তুমি নিতম্বিনী সাদৰীৰ
নিতম্ব-চুম্বিত চুলিকোঁচা,
দেখুৱাই অন্তৰত
অতৃপ্তিৰ মহাচিত্ৰ ৰচা ।
তুমি প্ৰেমেৰে উঠলি উঠা
সোণালী বুকুত ৰসধাৰ ;

তুমি প্ৰেমিকাৰ অধৰত
বাখি দিছা মহাভোগ কাৰ ?
তুমি ৰাঙলী ওঁঠেদি অহা
মিঠা মিঠা মধুৰ হাঁহিটি ;
তুমি শুই থকা সুন্দৰীৰ
চকুটিৰ অলস পাহিটি।
তুমি মুকুতা টোপাল এটি
প্ৰেমিকাৰ বিচ্ছেদী চকুত ;
তুমি প্ৰেমৰ মদিৰা সানি
গঢ়ি উঠা সুন্দৰ নিখুঁত।
তুমি মোলান ছুডালি বাহু
ধুই দিয়া সোণালী সোঁতেৰে ;
তুমি শীতল পৰশ এটি
এৰি দিয়া হেঙুলী হাতেৰে।
তুমি জোনালী আঙুলিকিটা
ৰূপহীৰ সোণালী হাতত ;
তুমি প্ৰাণৰ মিলন-ৰস
ঢালি দিয়া প্ৰেম-কটাক্ষত।
তুমি ডেকাৰ প্ৰাণত থকা
গুপুত হেঁপাহ বুজি পাই
মিলন-বলিয়া বুকু
এৰি দিয়া ওচৰ চপাই।
তুমি প্ৰেমিকৰ চুমা পাই
ৰোহ পত্তা আদৰীৰ গাল ;
তুমি সেন্দূৰৰ ফোঁট পিন্ধা
সাদৰীৰ সাঁজলী কপাল।

তুমি প্ৰেমৰ ধেমালি খেলি
উজাগৰ খপা চকুটিত
চঞ্চলতা সানি মোক
নিচুকোৱা কল্পনা-পাটীত ?
তুমি সুগহীন ৰজনীত
প্ৰেমিকৰ মধুৰ সাক্ষাত ;
তুমি বিলাসত বুৰি পৰি
মাতি অনা শান্তিৰ প্ৰভাত
তুমি শুকুলা এখনি গাল
সানি দিয়া উষালী ৰহণ ;
তুমি কিশোৰী, ষোড়শী বালা
আলেঙে ইঙ্গিত দিয়া মন ।
তুমি পলাশী ওঁঠৰপৰা
আথে-বেথে বাগৰি বাগৰি
পমি যোৱা কথাখিনি
প্ৰেমিকৰ অন্তৰত পৰি ।
তুমি আধা খহা ৰিহাখনি
সুন্দৰীৰ উঠঙা বুকুত,
তুমি প্ৰেমিকক সঁপি দিয়া
প্ৰাণখনি প্ৰাণৰ সুখত ।
তুমি গোলাপী গালত শোভা
শাৰী শাৰী মুকুতাৰ ঘাম
বিয়াকুল কৰি মোক
সুষমা ঢালিছা অবিৰাম ।
তুমি চঞ্চল এযুৰি চকু
আলিঙ্গন বিচাৰি বিচাৰি ;

তুমি গভীৰ ধ্যানত বহি
পমি যোৱা প্ৰেমৰ পূজাৰী !
তুমি টিপতে সৰকি পৰি
সপোনৰ প্ৰেম-কুঞ্জখনি ;
লয়-লাসে নামি আহি
বুকুত সাৱটি ধৰাজনী ।
তুমি আকুল প্ৰেমিকজন
প্ৰেমিকাক আঁকোৱালি ধৰা ;
লাজত পমাই তুলি
গালখনি গুলপীয়া কৰা ।
তুমি দাপোণ আগত লই
চাই চাই আপোন মাধুৰী,
মিচিকি মিচিকি হাঁহি
মুগ্ধ হোৱা ৰূপহী লাহৰী ।
তুমি মিলনতে মজি পৰা
ক'লা ক'লা ভুকৰ টিঙত
মদনৰ শৰ হানি
প্ৰেম-তৃষ্ণা জগোৱা প্ৰাণত ।
তুমি বসন্তৰ চুমা পাই
বিলাসিনী যোল-বছৰীয়া ;
আউলী-বাউলী হোৱা
মিলনত হই মতলীয়া ।
তুমি হিয়াত সামৰি লই
কাৰ এনে উদ্‌ভ্ৰান্ত হেঁপাহ
সুন্দৰীৰ ত্ৰিবলিত
সাজি আছা সৌন্দৰ্য্যৰ বাহ ?

তুমি নিটোল নিতম্বযুৰি
খোজে পতি উঠা কঁপি কঁপি,
তুমি সুখেৰে নিমগ্ন তাত
মিলনৰ মন্ত্ৰ জপি জপি।
তুমি কেৰাহী কটাক্ষ এটি
চেনেহীৰ চকুৰ চুকত ;
তুমি চুমাৰ হেঁপাহ এটি
ভৰ-পুৰ জোনালী বুকুত।
তুমি প্ৰেমেৰে ভৰাই ৰাখি
সুন্দৰৰ ক'লা চকুযুৰি
জলাকলা কৰি কিয়
এইদৰে মাৰা মোক পুৰি ?
তুমি কিয়নো লুকাই থাকি
সাদৰীৰ ভুৰুৰ মাজত
অতৃপিতি উদগোৱা
মোৰ প্ৰেম-দগ্ধ হৃদয়ত ?
তুমি কিহেৰে ভৰাই ৰাখি
সুন্দৰীৰ সুন্দৰ নাসিকা,
লাহেকে বোৱাই দিয়া
চুমা এটি দিবৰ বেলিকা ?
তুমি বিমল মেখলা ফালি
বই পৰা ৰূপহীৰ ৰূপ ;
তুমি হেমালী উৰুত বহি
সাজি থকা সৌন্দৰ্য্যৰ কূপ।
তুমি বোৱাই হেমেজুধাৰ
লাহৰীৰ লৰণু গালেৰে

সৰজি সুষমা কিয়
বান্ধা মোক বিৰহ ডোলেৰে ?
ৰাতিটোৰ ভিতৰেদি
ভাবি ভাবি ভাগৰি ভাগৰি,
তুমি কল্পনাত খেলা মোৰ
প্ৰেম-খেলা বাগৰি বাগৰি।
তুমি জুহুক জানাক খোজে
কাষত কলসী লই আহি,
এটিপতে অন্তৰত
উদগোৱা অতৃপ্তিৰ বাঁহী।
তুমি চুচুক-চামাককই
সুবিমল বিহাৰ আঁৰত
কাৰনো মু'খনি আহা,
থই দিছা পমাই কিহত ?
তুমি ওৰণি আঁৰত কৰি
মিচিকিয়া মিঠা মুখখনি
প্ৰেমিকৰ গাত ঢালি
এৰি দিয়া ৰসাল চাৱনি।
তুমি তৃপ্তিৰ কটাক্ষ এটি
চাই লোৱা সুৰদি ছেগত ;
তুমি লৰহু ভুখনি ভৰি
খোজ কঢ়া সুনন্দ বেগত।
তুমি মিলনৰ কথা শুনি
টলমল নতুন কিশোৰী ;
তুমি লাজেৰে মুখনি গাল
ৰঙা কৰি মাৰা মোক পুৰি।

তুমি দিওঁনে নিদিওঁ কৈ
মত্তলীয়া মিলন ইঙ্গিত ;
তুমি পিওঁনে নিপিওঁ কৈ
প্ৰেমৰস ঢালি মোৰ চিত।

---

## সিংহদত্ত দেৱ অধিকাৰী ( ১৮৮৯-১৯২৫ )

### সন্ধিয়া

সন্ধিয়াৰ ৰঙা বেলি ধীৰে ধীৰে গই
পছিমাকাশত ডুবি গ'ল ;
পেঁপাটি মুখত লই গৰখীয়া ল'ৰা
গৰু স'তে ঘৰমুৱা হ'ল।

ফুলো ফুলো গোলাপৰ ধুনীয়া কলিটি
মলয়াৰ ধীৰ ছাটি পাই ;
ৰঙতে বিভোল দেহি নাচিব ধৰিলে
নিজৰ জেউতি নিজে চাই।

মৃণাল ভুঞ্জিব এৰি ৰাজহাঁহ-জাক
দিহা-দিহি গ'ল এৰি বিল ;
ফিৰিলে ঘাটৰপৰা বোৱাৰী জীয়ৰী
সন্ধিয়াৰ চাকিটি জ্বলিল।

হাটকুৱা বাটকুৱা চাপিলেহি ঘৰ
শেৱালীৰ বলিল সুৱাস ;
পূব আকাশৰপৰা ক'লা ঢাকনিয়ে
দেখুৱালে নিশাৰ আভাস।

লুইতৰ পাৰে পাৰে নাৱৰীয়াবোৰে
ধীৰে ধীৰে বান্ধিলেহি নাও ;
গাঁৱৰ দৌলৰপৰা ডবা-শঙ্খ ধ্বনি
বিয়পিলে সন্ধিয়াৰ বাও।

---

## ভৈৰৱচন্দ্ৰ খাউনিয়াৰ ( ১৮৮৯-১৯৩১ )

### মানিমুনি শাক

মানিমুনি শাক, মানিমুনি শাক
তই তাতেই জীয়াই থাক ;
বেলিৰ পৰা পাবি পোহৰ,
পানী দি তোক যাবহি ডাৱৰ,
বতাহৰ ঠেয়ে নচাবি গাক ;
মানিমুনি শাক, মানিমুনি শাক
তই তাতেই থুপি থাক।
ধৰণী আইৰ সৰস বুকুৰ
খোচনি পাতি থাক ;
বিশ্বৰ সকলো শুনিবি খবৰ
শুনিবি পিতাৰ ডাক।
কেৱল নীৰৱ নিস্তব্ধ সন্তোষ
মনত লুকাই ৰাখ ;
মানিমুনি শাক, তই ইয়াতেই ফুলি থাক।
পাব পাৰ তই গছকত পৰি
মাটিৰ সমান থাক ;
তথাপি পিতাৰ নিভৃত মৰম
প্ৰাণত লুকাই ৰাখ।
মানিমুনি শাক, সুখেৰে জীয়াই থাক।
বিশ্ব-হৃদয়ে গমিছে তোৰো হৃদয়-বিপাক ;
জগত-ভৰা আয়োজনত আছে তোৰো ভাগ,
মানিমুনি শাক, সুখেৰে জীয়াই থাক।

## দণ্ডিনাথ কলিতা ( ১৮৯০-১৯৫৫ )

### মেথি তীৰ্থলৈ যায়

কলিয়াবৰত মেথিৰ ঘৰ, নাম গোৱাত সুখ্যাতি বৰ,
কানীয়া মেলতো সৰাৰে মাজত মানভাগটি পায় ;
পুণ্য কৰিবৰ মনেৰে আজি, মেথি তীৰ্থলৈ যায়।
লেখি-বুজি মোনাত ভৰি, ললে টকা আঢ়েকুৰি,
ললে ভৰাই কানিৰ টেমাটো, ওলাল মঙ্গল চাই ;
গোটেই গাঁৱতে উঠিল ঢৌ, মেথি তীৰ্থলৈ যায়।
দেখিলে মেথিয়ে জাহাজ পাই, টিকট ঘৰত উঠিছে হাই,
নোচুৱাকৈ টিকট কিনাৰ উপায় দেখোন নাই।
ধুতি গাৰে মেথি এতিয়া কেনেকৈ তীৰ্থলৈ যায় ?
কৰিলে প্ৰশ্ন 'যাবি ক'লৈ' ? মেথিয়ে বোলে, 'তীৰ্থ য'লৈ',
শুনি বাবুৱে দিলে ধমক, 'তেনে টিকট নাই',
কি হ'ব উপায়, কেনেকৈ এতিয়া মেথি তীৰ্থলৈ যায় ?
মেথিয়ে কলে—'টকাকে খোৱা', শুনি বাবুৱে বোলে লোৱাঁ,
গোৱালগুলৈ দিলে টিকট চুকুৰি টকা পাই ;
ক'লৈ যাব নজনাকৈয়ে মেথি তীৰ্থলৈ যায়।
জাহাজত মেথিয়ে ললে উঠি, মেলিলে জাহাজ ধোঁৱাৰ ছুটি ;
পাৰৰ গছবোৰ উভতি লৰিলে, এনে অদ্ভুত নাই,
লগুণডালত খামুচি ধৰি মেথি তীৰ্থলৈ যায়।
চুখনমান তামোল খোৱাৰ বেলি, গৈছিল জাহাজ ঢৌ তুলি,
এনেতে বালিত সোমাই পৰিল, অলপো লৰচৰ নাই ;
সৰ্বনাশ হ'ল, এতিয়া কেনেকৈ মেথি তীৰ্থলৈ যায়।
তিনিদিন জাহাজ তাতে ৰ'ল, মেথি উঠিব নোৱৰা হ'ল ;
বঙালে-কঙালে আছে ভৰি মেথিয়ে কেনেকৈ খায় ?
কলপ্ কলপ্ কৈ শুধ শৰীৰে মেথি তীৰ্থলৈ যায়।

---

## ধৰ্মেশ্বৰী দেৱী বৰুৱানী ( ১৮৯২-১৯৬০ )

### মিলন-প্ৰয়াস

পৰ্ব্বত ভৈয়াম নগৰ সাগৰ
আৰু কত জান জুৰি,
আকাশে বতাহে বিচাৰি ফুৰিলো
গোটেই বিশ্ব ঘুৰি।
ব্যৰ্থ হ'ল মোৰ সকলো প্ৰয়াস
দেৱতা নাপালো হায়।
ইঙ্গিতেৰে যেন ক'লে সকলোৱে
"নাই, নাই আৰু নাই।"
ক'ত মোৰ প্ৰাণ, ক'ত মোৰ প্ৰিয়
কতযে বিননি গালো,
ক'তোযে নাপালো প্ৰাণৰ দেৱতা
মাথোঁ হাবাথুৰি খালো।
হিয়াৰ দেৱতা বিচাৰি ফুৰিলো
ক'তোযে নাপালো দেখা,
শোক, হুমুনিয়া চকুলোৰে মাথোঁ
ৰ'ল এটি ক্ষীণ ৰেখা।
প্ৰাণৰ তৃষ্ণাই আকুল কৰিলে
প্ৰিয়-মিলনৰ আশে,
ক'ত সেইজন বাঞ্ছিত ধন
ক'তেবা লুকাই আছে?
য' লাগি মই থাকোঁ থৰ হই
মনতেই ভাবি-গুণি,

বিশ্ব বিদাৰি মহাব্যোম ভেদি
হ'ল এটি প্ৰতিধ্বনি,
অচিন্ত্য অব্যক্ত ৰূপে আছে তোৰ
হিয়া-মণিকূট মাজে
দেখা পাবি তাতে প্ৰাণৰ দেৱতা
মোহন মূৰতি সাজে ।
মন দাপোণৰ মলি মচি লই
জ্ঞানৰ শলিতা জ্বালি,
প্ৰেমৰ অৰ্ঘ্য প্ৰিয়ৰ শিৰত
দিবিচোঁ যতনে ঢালি !
আকুল ভাবেৰে আঁকোৱালি তোক
প্ৰিয়তমে ল'ব তুলি,
গোটেই বিশ্বত মোৰেই স্বৰূপ
মোৰেই আত্মা বুলি ।
ব্যৰ্থতা তোৰ হ'বযে সফল
প্ৰিয়ক বিচাৰি পাবি ;
শান্তি-সাগৰ উথলি উঠিব
প্ৰিয়ৰ পৰশ পাই,
অব্যক্ত সুৰত বাজিব ৰাগিণী
মিলন-গীতিকা গাই ।

## নীৰৱ দেৱতা

নিশাৰ প্ৰথম পুৱাতে দেৱতা
অতি হাবিলাষ কই,
আদৰি আনিলো মোৰ ই হিয়াত
বৰণৰ মালা লই।
বহুৱালো আনি থাপনাত মোৰ
শুনাম বুলিয়ে গীত,
তোমাৰ পৰশে পুলক জগালে
আকুল কৰিলে চিত।
হেৰাল ৰাগিণী লুকাল কবিতা
কণ্ঠ ৰোধিলে মোৰ,
দুচকুৰে মাথোঁ বই সৰে সৰে
দুধাৰি চকুৰে লোৰ।
তথাপিতো মোৰ ভগা বীণখনি
যতনেৰে লওঁ তুলি,
কিবা জানো মই মোৰ ই হিয়াত
সুৰ এটি পাওঁ বুলি।
নাপালোঁ বিচাৰি সুৰৰ লহৰ
তোমাতেই লীন গ'ল,
মোৰ যে বন্দনা মোৰ যে কৱিতা
সকলো বিলীন হ'ল।
মিচিকি হাঁহিলা তুমি যে দেৱতা
ক'লা, পৰাজিতা তই,
তোৰ ই হিয়াত মোৰ যে বসতি
তোক যে জিনিলো মই।

সুৰৰ সঁফুৰা ভগা বীণখনি
হুয়োটিকে তুলি লই,
প্ৰাণৰ দেৱতা শুধ হিয়া লই
আজি অৰপিলো মই।
প্ৰীতিৰ চকুলো আঁজলি ভৰাই
কৰিলো যে মই দান,
লভিলে তৃপিতি মোৰ ই হিয়াই
পুলকৰ অৱদান।
আশা নিৰাশাৰ আবেগত মই
আকুল অথিৰ প্ৰাণ,
নীৰৱ কণ্ঠে নীৰৱ কৱিতা
নীৰৱে গাম গান।
নীৰৱ সুৰেৰে নীৰৱ দেৱতা
নীৰৱেই কৰিম পূজা,
হিয়াৰ থাপনা নীৰৱে থাপিম
নীৰৱ হিয়াৰ ৰজা।

---

## যতীন্দ্ৰনাথ দুৱৰা ( ১৮৯২-১৯৬৪ )

### নাৱৰীয়া যায় ভটিয়াই

বসন্তৰ ফুল কুঁৱৰীয়ে
কোঁচ ভৰি মাধুৰী বিলায়,
উজনিত উলাহ বিলাহ
নাৱৰীয়া যায় ভটিয়াই।

ৰিণি ৰিণি পৰিছে মনত
অতীতৰ মধু সোঁৱৰণী,
ল'ৰালিৰ ওমলা-জামলা
এৰি থৈ অহা ঘৰখনি।

পহুলিৰ শেৱালী জুপিয়ে
শৰতত সৰি তল ভৰি,
এতিয়াও আগৰ দৰেই
চেনেহৰ বিলায় বাতৰি।

এতিয়াও পুৱাৰ কিৰণে
বাঁহনিৰ মাজে শুকুণাই,
জালীকটা ৰিহাৰ আঁচল
চোতালত পাৰি থৈ যায়।

কত কথা দূৰ অতীতৰ
একোখনি ধুনীয়া পটত,
নাচি নাচি দেখা দিয়ে পুনু
উটি যায় সোঁতৰ লগত।

সমুখৰ শৰালি হালিয়ে
জিলিকায় পাখি পোহৰত,
ৰংমনে মিলনৰ মেলা
পাতি দিয়ে পানীৰ মাজত।

পুৱাতেই ঘাটৰ কাষত
পানী লই কলহ ভৰাই,
গাঁৱলীয়া বোৱাৰী-জীয়াৰী
একেথৰে নাওখনি চায়।

বুকুভেদি এটি হুমুনিয়া
উঠে তাৰ অন্তৰ কঁপাই,
থাকোঁ থাকোঁ নোৱাৰে থাকিব
নাৱৰীয়া যায় ভটিয়াই।

তুপৰীয়া পৰেহি কাণত
উৰি অহা উলাহৰ গীত,
হাঁহি মাতি গাঁৱৰ ডেকাই
বালিভাত খায় চাপৰিত।

নাৱৰীয়া তলমূৰ কৰি
উটি যায় সোঁতৰ মুখত,
কোনে জানে কেতিয়া চাপিব
নাও তাৰ জিৰণি ঘাটত।

লাহে লাহে পছিমৰ পিনে
বেলিটিয়ে হেঁপাহেৰে চায়,
গৰু লই আবেলি বেলিকা
গৰখীয়া ঘৰলই যায়।

এৰি থৈ অহা মাতষাৰি
পৰে যেন কাণত ছুনাই,
এবো বুলি নোৱাৰে এৰিব
সোঁতে তাৰ নাৱক কঁপায়।

ৰিহাখনি ডিঙিত মেৰাই
লখিমীয়ে সন্ধিয়া পৰত,
আথেবেথে চাকিটি জ্বলাই
সেৱা কৰে তুলসী তলত।

জিৰণিৰ পৰশ বুলাই
ধীৰে ধীৰে আন্ধাৰ নামিছে,
বিশ্ববীণ নীৰৱ নিমাত
আকাশত তৰা জিলিকিছে।

সপোনক আঁকোৱালি ধৰি
আপোনাক কৰি দিলি পৰ,
এতিয়াযে যাব অকলই
নাৱৰীয়া! ক'ত তোৰ ঘৰ?

জগতৰ চেনেহৰ সুৰে
ৰই ৰই মাতে বিঙিয়াই,
নাও তাৰ চলিছে সোঁতত
সুদূৰৰ পোহৰ ধিয়াই।

## ওমৰ তীৰ্থ

সোণালী ৰথত আলোকি বিমান
মাৰিলে সুৰুযে সোণৰ কাঁড়,
পলাল আন্ধাৰ—হৰিণীয়ে যেনে
হয় নিমিষতে চকুৰ আঁৰ।
ৰাজ কাবেঙক চুমিছে পোহৰে
উঠিছে মঙ্গল প্ৰভাতী গান,
জীৱন্ত জগত উঠাঁ উঠাঁ হেৰাঁ
এতিয়াও কিয় নিৰ্জীৱ প্ৰাণ।
ক'ত আজি সেই এৰেম ফুলনি
হাজাৰ গোলাপ ফুলিলে য'ত,
জাম্-চৈয়দৰ সাত বৰণীয়া
ভুবন বিজয়ী পিয়লা ক'ত?
এতিয়াও আছে আঙুৰৰ বন
ঢালে এতিয়াও ৰাঙলী ধাৰা,
আছে তটিনীৰ কুলুকুলু গান
—নাই সেই প্ৰাণ উলাহ ভৰা।
আজি বসন্তৰ মধুৰ পৱন
বইছে ধীৰেৰে জুৰাই প্ৰাণ,
ঢালা ইয়াতেই অনুতাপ ৰাশি
জাৰৰ কুঁৱলী বিষাদ গান।
পিয়লাটি মোৰ ধৰাহি মুখত
আহা প্ৰাণ সখা সময় নাই,

পাখি মেলি সৌ জীৱন-পখীটি
অনন্তৰ পিনে উৰি যে যায়।
সৌ যে দেখিছা দূৰ দূৰণিৰ
মৰুৰ দাঁতিত এখনি পাম,
সেউজীয়া গছ লতাই বেৰিছে
সেয়ে মোৰ চিৰ পৱিত্ৰ ধাম।
ৰজা প্ৰজা তাত সকলো সমান
নাই বাদ্‌চাৰ গজনী পুৰ,
তাতে বহি আমি আকাশ তলত
নীল অসীমত মিলাম সুৰ।
সেই নিৰলাত থাকিম নিজানে
কাষত তোমাৰ মধুৰ গান,
ৰুটি এটুকুৰা সুৰাৰ পিয়লা
কবিতা কুঁৰৰী আকুল প্ৰাণ।
সি সুৰ পুৰীৰ এয়েই সপোন
এয়ে হৃদয়ৰ বাসনা মোৰ,
মৰুৰ মাজত নামিব সৰগ
—জীৱন যাতনা পৰিব ওৰ।
ধৰা প্ৰিয়তম প্ৰাণৰ পিয়লা
জীৱন মদিৰা ভৰাই দিয়া,
অতীত ভৱিষ্য শোক দুখ ভয়
আজিৰ ভাবনা উটাই নিয়া।
আজিয়েই দিয়া কালিলৈ কিয়
কোনে জানে মোৰ কালি কি হ'ব?
হাজাৰ হাজাৰ বছৰ বিয়পা
হয়তো অতীতে সামৰি থ'ব।

কোনোবা বলিয়া সুখ সুখ কৰি
এই পৃথিৱীকে সাৱটি ধৰি,
কোনোৱে ভাবিছে মৰণৰ পাছে
পাম সচাঁকৈয়ে সুখৰ পুৰী।
তইঁতৰ সুখ নাই ক'তো হেৰ'
নিষ্ঠুৰ মৰণে চিঁযৰি কয়,
মূৰ্খ তহঁত, অলীক ভাবনা
ভাবি কৰ কিয় জীৱন ক্ষয়?
যুৰি দুই কৰ সৰগ ধিয়াই
সুধিলোঁ কাতৰে জীৱন-স্বামী,
কোন পোহৰত যাওঁ আগবাঢ়ি
তিমিৰ পথৰ যাত্ৰী আমি।
গৰ্জিলে সৰগে গহীন সুৰেৰে
"নাই, নাই ক'তো আলোক পথ,
অন্ধ নিযতিৰ অন্ধ বিশ্বাসত
চলে মানৱৰ জীৱন-ৰথ।"
ফুৰোঁতে সিদিনা সন্ধিয়া পৰত
গই পালোগৈ কুমাৰ গাঁও,
দুহাতে কুমাৰে সানিলে বোকা
কেনেকৈ মাটি খচিছে চাওঁ।
নিকৰুণ ভাবে খচোঁতে খচোঁতে
মাটীৰ মুখত ওলাল মাত,
কয় কাতৰেৰে 'লাহে লাহে হে'ৰা,
আৰু কত দিয়া আঘাত গাত।'
যুগে যুগে এই একেটি কাহিনী
থিক এনেদৰে আহিছে বই,

যিদিনা সৃষ্টিৰ প্ৰথম পুৱাতে
বিধাতাই মাটি হাতেৰে লই।
পেলালে চাকত গঢ়িলে মানুহ
কত ৰকমৰ যতন কৰি,
উঠিলে সিদিনা প্ৰকৃতি বুকুত
বিষাদৰ সুৰ বসুধা জুৰি।

## অতীতক যোৱাঁহে পাহৰি

নাৱৰীয়া, মেলি দিয়া নাওখনি মোৰ
মিছাকৈয়ে আছা বাট চাই,
কোন আছে কেনি মোৰ আহি কাষলই
চেনেহেৰে দিবহি বিদায়।
দুদিনীয়া সংসাৰৰ আলহী-ঘৰত
দুদিনৰ মাথোঁ লীলা খেলা;
দুদিনৰ জনা-শুনা মৰম-চেনেহ
শেষ হয় দুদিনৰ মেলা।
দুধাৰি চকুলো লই যায় আগুৱাই
আধা কৰা কাম এৰি থই,
জগতৰ এচুকেদি কেনিবা অকলে
কালৰ কোলাতে মিলি গই।
জুৰণি জুৰণি বুলি বিয়াকুল হই
ফুৰে মাথোঁ হাবাথুৰি খাই,
শেষ হয় তিলেকত অথিৰ জীৱন
জগতত জুৰণি নেপাই।

ইফালে সিফালে চায় কাতৰ ভাবেৰে
হেঁপাহেৰে চেনেহ বিচাৰি,
সুখৰ সোঁতত ভাহে দুখৰ নাৱত
ছঁয়াময়া চেনেহ-ভিখাৰী।
মধুৰ বাঁহীৰ তান আহে বতাহত
দূৰতেই শুনা পাতি কাণ,
দূৰতে সৌন্দৰ্য্য তাৰ দূৰতে মাধুৰী
ওচৰত প্ৰাণ-শূন্য তান।
ক'ৰনো পখীটি আহি গছৰ ডালত
কই গ'ল মৰমৰ কথা,
নীৰৱ গছৰ ডাল নীৰৱে থাকিল
নুবুজিলে হৃদয়ৰ বেথা।
গঢ়িছিলা ৰঙমনে শিলৰ প্ৰতিমা
পূজিছিলা ধুপ-ধুনা লই,
ৰাখিছিলা মন্দিৰৰ গুপুত কোণত
মানুহৰ চকু-আঁৰকই!
ঢালি দিয়া অন্তৰৰ ভকতিৰ ধাৰা
আৱেগত গালা কত গান,
কতবাৰ হেঁপাহেৰে সাৰটি ধৰিলা
প্ৰতিমাৰ পালা জানো প্ৰাণ?
সুঁৱৰি সুঁৱৰি কিয় অতীতৰ স্মৃতি
মিছাতেই নিজে দুখ পোৱা?
মু'খনি মোলান কিয়, মিছাতে চকুলো,
অতীতক পাহৰি পেলোৱাঁ।
ছিঙি দিয়া চেনেহৰ মায়া-জৰীগছ
নুশুনিবা সপোনৰ বাণী,

হৃদয়ৰ হুমুনিয়া শূণ্যে মাৰ যক
চিতা-জুই ঘুমক আপুনি।
সময়ৰ প্ৰতিশোধ, কোনে বাধা দিব
জগতত অকলশৰীয়া,
যাওক উটি যেনি-তেনি সোঁতৰ লগত
মেলি দিয়া নাও নাৱৰীয়া।

## অতীতক নাযাবা পাহৰি

চেনেহৰ সখা মোৰ শেষ অনুৰোধ—
অতীতক নাযাবা পাহৰি,
সমাপি জীৱন-খেলা বসুধা বুকুত
যামগৈ যিদিনা আঁতৰি।
অতীতক নাযাবা পাহৰি॥

সুখে-দুখে জীৱনৰ ফুৰে পাছে পাছে
অতীতৰ মধুৰ সপোন,
নিমিষতে বিষাদত ধৰেহি আগত
এৰি অহা প্ৰেমৰ দাপোণ।
অতীতৰ মধুৰ সপোন॥
কঁপি থকা ওঁঠ দুটি নোৱাৰে ফুটাব
যাওঁ বোলা বিদায়ৰ বাণী,
দুগালে বাগৰি যায় চকুলো দুধাৰি,
মাগে মাথোঁ শেষৰ মেলানি।
যাওঁ বোলা হৃদয়ৰ বাণী॥

বিষাদ-ডাৱৰে ঢাকে জীৱন-আকাশ,
পোহৰৰ লেশ মাথোঁ নাই,
এখুজি দুখুজি কৰি ধীৰে ধীৰে দেহি,
বাটকৰা যায় আগুৱাই
পোহৰৰ লেশ মাথোঁ নাই ॥

আন্ধাৰ-মুধাৰ বাট নমনি একোকে
সমুখত স্মৃতিৰ শ্মশান,
কতনো প্ৰেমৰ ছবি লয় গই তাতে
তোলে এটি সকৰুণ তান।
সমুখত স্মৃতিৰ শ্মশান ॥

তাৰ মাজেদিয়ে যায় বাটকৰা মোৰ
সুখৰ দুখৰ গান শুনি,
আশা নিৰাশাৰ ৰেখ বুকুৰ মাজত
আঁকি লই অকলে আপুনি।
সুখৰ দুখৰ গান শুনি ॥

শুকুলা পাখিৰে সৌ নাওখনি লই
নাৱৰীয়া আছে বাট চাই,
উঠিম যেতিয়া মই নাৱৰ বুকুত,
নাও মেলি যাব ভটীয়াই।
নাৱৰীয়া আছে বাট চাই ॥

দূৰত গৰজে শুনা অনন্ত সাগৰ—
পৰ্ব্বত-প্ৰমাণ ঢউ তুলি,
বাহু তোলা মৰণৰ শেষ আলিঙ্গনে
চিন-চাব নেৰাখে সমুলি।
পৰ্ব্বত প্ৰমাণ ঢউ তুলি ॥

অনাদৰ অৱহেলা যত জগতৰ
সুখ দুখ সকলো সামৰি,
সকলোকে অন্তৰৰ প্ৰণাম জনাই
নাও মেলি আহিলোঁ। আঁতৰি
সুখ দুখ সকলো পাহৰি ॥
সন্ধিয়াৰ আকাশৰ সৰু তৰাটিৰ
সাদৰৰ শেষ আৱাহন,
সেউজীয়া প্ৰকৃতিৰ কোমল কোলাত
খেলা মোৰ হ'ল সমাপন।
সাদৰৰ শেষ আৱাহন ॥

নাও মেলি আহিলোঁ। আঁতৰি
অতীতক নাযাবা পাহৰি ॥

## শূন্য পৰিচয়

মোৰ এই হিয়াখনি জেতুকা পাতৰ দৰে
সেউজীয়া বননিৰ বৰণেৰে ঢকা;
অন্তৰ জলোৱা ছবি অতীতৰ স্মৃতি লই
বুকুৰ তেজেৰে আছে অন্তৰতে আঁকা।
কত জন কাষলই কত ভাৱে আহি মোৰ
তোলায় হিয়াত মোৰ সকৰুণ তান;
শূন্যত বিয়পি পৰি শূন্যতেই যায় মাৰ
ভাগ্যহীন জীৱনৰ সুৰহীন গান।

বিষাদ-বিননি মোৰ গুঞ্জৰি গুমৰি উঠে
হ'ব পাৰে ইও এটি সপোনৰ ৰেখা,
সপোনৰ শেষ হ'লে মোহ-জাল আঁতৰিলে
তুনাই এমুৱাভাৱে দিবা জানো দেখা ?
জীৱনৰ আঁৰতেই আছো মই সংসাৰত
ছায়া মাথোঁ কায়াহীন বিফল বাসনা ;
উটাই বুৰাই সোঁতে টানি লই ফুৰে মোক
প্ৰেমৰ মধুৰ ছবি অলীক কল্পনা।
অনাদৰ অৱহেলা সকলো গোটাই লই
ৰচোঁ মই জীৱনৰ কুসুম-কানন,
ইযে মোৰ কপালত বিধিৰ নিঠুৰ লেখা
এয়ে মোৰ জীৱনৰ কাঁইটীয়া বন।
নিৰলে থাকিম বুলি সাজিছো ইয়াতে পঁজা
দাঁতিয়েদি বই যায় পাহৰণি-নই,
ধুনীয়া জোনাক ৰাতি বহি তাৰ পাৰতেই
শুনাম জীৱন-গীতি বীণখনি লই।
আকুল উদাৰ সুৰে উঠিব জগত জুৰি
গভীৰ বেদনা-ৰাশি অন্তৰ মাজৰ,
নেলাগে চেনেহ কাৰো নিবিচাৰোঁ হুমুনিয়া
সাগৰতে মাৰ যায় ঢউ সাগৰৰ।
দিনে দিনে দিন গই মাহত মিলিব আহি
মাহ আহি শেষ হয় বছৰ-বুকুত,
কালৰ পুতলা আমি পাতোঁ নতুনৰ মেলা
নতুন ৰহণ সানি পুৰণি চকুত।
এনেদৰে থাকোঁতেই হঠাতে এদিন আহি
কাল-পছোৱাই দিব চাকিটি নুমাই,

নিচিনা বাটেদি মোক নজনা দেশৰ পিনে
নিয়তিয়ে হাত ধৰি নিব আগুৱাই।
আকাশৰ জোন বেলি চিৰকাল একেদৰে
ওলাব সোমাব নিতে সন্ধিয়া পুৱাত,
জহ জাৰ বাৰিষাত বনফুল কুঁহিপাতে
নিতউ নতুন বেশ বিলাব ধৰাত।
সংসাৰৰ বেচা কিনা চলিব সদায় একে,
মাথোঁ মোৰ দেহা হ'ব অনন্তত লয়,
পাহৰণি-নইথনি পঁজাৰ কাষেদি বই
দিব জগতত মোৰ শূন্য পৰিচয়।

## শ্ৰীশ্ৰীশঙ্কৰ দেৱ

কোন দূৰ অতীতৰ ধ্যানমগ্ন যোগী তুমি
তৱ পুণ্য কিৰণৰে কৰিলা পৱিত্ৰ ভূমি ?
নিৰলে বজাই বীণ কোন কবি কাননত
স্বৰ্গৰ বাতৰি আনি দিলা দেৱ মৰতত ?
মধুৰ ঝঙ্কাৰ তাৰ গভীৰ উদাৰ সুৰে
আজিও উঠিছে বাজি অসমৰ ঘৰে ঘৰে
যি বীণাৰ সুৰেৰেই প্ৰেম মন্দাকিনী ধাৰা
অসীম সাধনা বলে নমালা স্বৰ্গৰ পৰা।
বোৱালা ভক্তিৰ সোঁত দিলা ধৰ্ম্ম, দিলা জ্ঞান,
দিলা ভাষা, অসমক কৰিলা জীৱন দান।
তোমাৰ জীৱন দেৱ লিখে এনে সাধ্য কাৰ
গোটেই অসম ভূমি বিস্তৃত জীৱনী যাৰ।

অসমৰ ৰীতি নীতি অসমৰ সদাচাৰ
অসমৰ ধৰ্ম্মভাৱ অসমৰ ব্যৱহাৰ—
সকলোকে তুমি দেৱ সজালা নতুন সাজে
তোমাৰ গৰিমা গীতি হৃদয়ে হৃদয়ে বাজে !
তোমাৰ নামৰ ধ্বনি গাঁৱে গাঁৱে সবাহত
উঠিছে আকাশ ভেদি কীৰ্ত্তনৰ প্ৰসঙ্গত।
"শঙ্কৰ আমাৰ গুৰু" উলাহতে গাই গান
দিয়ে আছি বিহুৱানে নৱবৰষৰ জ্ঞান।
তোমাৰ গীতকে শুনো হাবি বন পথাৰত
মানুহৰ মুখে মুখে সকলোৰে অন্তৰত।
বেদ উপনিষদৰ বাছি বাছি ফুল তুলি
কত যতনেৰে দেৱ গাঁথিলা ই মালাধাৰি।
ক্ষুদ্ৰ স্বাৰ্থ ভিন্ ভাব আঁতৰাই সৰু বৰ
পিন্ধালা ধৰ্ম্মৰ মালা সকলোকে আদৰৰ।
জ্ঞানী ভক্ত কৰ্ম্মবীৰ অসমৰ ৰত্ন তুমি
অশেষ ৰতনে দেৱ সজালা জনমভূমি।
তোমাৰ সাজকে পিন্ধি জননীয়ে উলাহত
নিজকে চিনাকী দিয়ে হাঁহি হাঁহি জগতত।
তোমাৰ বলতে আজি হৈ আমি বলীয়ান
উন্নতি বাটত হওঁ ধীৰে ধীৰে আগুৱান।
আকাশী নিয়ৰ দৰে তোমাৰ আশীষ বাণী
মৰুময় আকাশত বিতৰক শান্তিপানী।
তোমাৰ কৰুণাকণা পৰে যেন জীৱনত
ভক্তিৰ আঁজলি দিও সাদৰেৰে চৰণত।

## তোমালৈ

সপোনৰ প্ৰথম পুৱাত
সাৰপাই উঠিলোঁ যেতিয়া,
দেখিছিলোঁ তোমাৰ ছবিটি
—জীৱনত প্ৰেমৰ অমিয়া।

ধীৰে ধীৰে বলিছে বতাহ,
কাণে কাণে বাতৰি বিলাই,
আকাশত তৰাৰ পোহৰ
এতিয়াও মাৰ যোৱা নাই।

খোজ ললোঁ আপোন পাহৰি
তুমি মোৰ চকুৰ আগত,
কাষ চাপি আহিলোঁ যেতিয়া
—তুমি মোৰ প্ৰাণৰ মাজত।

লয় পায় মলয়াৰ মেলা
লাহে লাহে তটিনী-বুকুত,
উড়ি যায় গোলাপৰ গোন্ধ
ছবি যেন সপোন মাজত।

কু-উ কু-উ বিষাদৰ সুৰ
মাৰ গ'ল পুৱতী নিশাত,
চোৱা কেনে সুন্দৰ সময়
সকলোটি নীৰৱ নিমাত।

প্ৰাণ মোৰ পৰিছে ভাগৰি,
আথেবেথে তুলি লোৱা মোক,
শেষ হক তোমাৰ কোলাতে
জীৱনৰ যত দুখ-শোক।

ক'তো নাই মৰমৰ চিন
মিছাকৈয়ে ফুৰিলোঁ বিচাৰি,
তুমি যদি এৰি দিয়া মোক
কোনে তেনে ধৰিব সাদৰী ?

নিৰাশাত ভগা হিয়াখনি
জোৰোৱাহি মধুৰ মাতেৰে,
শুকুৱা লেৰেলা ফুল পাহি।
তিয়োৱাহি চুমি সাদৰেৰে !

তুলি লোৱা এবাৰ বুকুত
সমুখত বহল সংসাৰ
দুখ-শোক-যাতনাৰে ভৰা,
ই জীৱন দুখৰ আধাৰ।

কান্দি কান্দি লাগিল আমনি
কান্দিবৰ শকতিও নাই,
তোমাৰ চেনেহী হাতখনি
চেনেহেৰে দিয়াহি বুলাই।

চকুযুৰি মুদাৰ আগেয়ে
চালা আহি তোমাৰ মৰম,
মৰণৰ আগেয়ে এবাৰ
হ'ক মোৰ সাৰ্থক জনম।

মাৰ য'ক তোমাৰ বুকুতে
অন্তহীন সুৰ বিষাদৰ,
হাঁহি মুখে মাগিলোঁ মৰণ
—তুমি মোৰ প্ৰতিমা প্ৰাণৰ।

## শেহৰ বীণ

আজি মই সামৰিলো গান,
ফাগুণৰ ফুলনিত সমীৰৰ বুলনিত
হুঠে মোৰ হিয়া ভৰা তান,
মাৰ গ'ল জীৱনৰ গান॥

ৰিণি ৰিণি আশাৰ পোহৰ,
মিচিকি হাঁহিৰে চাই দূৰতে আঁতৰি যায়
মাথোঁ মোৰ নাচাপে ওচৰ,
সুদূৰৰ উজ্জল পোহৰ॥

নামানিবা পুৰাৰ সপোন,
কুলু কুলু গীত গাই নইখনি বই যায়
কোনো কাৰো নহয় আপোন,
মিছা মোৰ মায়াৰ সপোন॥

অভিমান অন্তৰত লই
জীৱনৰ বাট বুলি চেনেহ কুসুম তুলি
মিছাতে গুঠিলা মালা বহি অকলই,
অভিমান অন্তৰত লই॥

পশ্চিমত বেলি মাৰ যায়,
চোৱা সৌ সুদূৰত ধীৰে ধীৰে আন্ধাৰত
সেউজীয়া ধৰণীৰ ছবিটি লুকায়,
জীৱনৰ পোহৰ পলায়।

লাহে লাহে পশ্চিমত বেলি মাৰ যায়
আৰু তুমি নবজাবা বীণ,
অতীতৰ পুথি পাঁজি সামৰা সকলো আজি
চেনেহৰ প্ৰতিধ্বনি ধীৰে হৈ ক্ষীণ,
হ'ক আজি অনন্তত লীন।
বাটৰুৱা, তুলি থোৱা জীৱনৰ বীণ॥

---

## শৈলধৰ ৰাজখোৱা ( ১৮৯২-১৯৬৮ )

### পাষাণ-প্ৰতিমা

উঠাঁ হে ফুলৰা, উঠাঁ হে চতলা, উঠাঁ দেৱবালা, স্বৰূপ ধৰি,
পূৰ্ণ হ'ল আজি শতেক বছৰ, আৰু কতকাল থাকিবা পৰি ?
কোন সৰগৰ পাৰিজাত ফুল
কাৰনো শাপত হেৰুৱালা কুল
চিৰ অচেতন ফুলৰা চতলা, পাষাণ-প্ৰতিমা আপোন ভুলি,
নিফুট সুৰেৰে নিজান থলত চিৰবিষাদৰ ৰাগিণী তুলি ?

কুলু কুলু কৰি বইছে লুইত ফুলৰা তোমাৰ চৰণ ধুই,
সতী-পৰশত উথল-মাথল তিনিও কাষকে আৱৰি লই।
মানাহৰ সউ বালিৰ কাষত,
ৰূপহী চতলা নিজান বনত,
নিচেই কাযতে সহিব নোৱাৰি ডেকা মানাহৰ লুভীয়া চকু
লাজত ৰাঙলী শ্যামল সাজেৰে ঢাকিলে চতলা উঠন বুকু।

ভণ্ড যোগী সউ গিৰি ৰাঘবৰ বহিছে ধ্যানত নবহে মন,
সমুখত ছুটি ৰূপহী কুমাৰী, চাৰিওকাষৰে নিজান বন !
কাকনো ছুষিম, কামিনী-পাশত
জটীয়া শিৰও পৰিল পাকত।
উঠা যোগীবৰ বীণধ্বনি বাই শুনোৱাঁ পুৰণি পাহৰা কথা,
যুগে যুগে যত অতীত কাহিনী সকলো তোমাৰ মনতে গঁথা।

সেইদিনা ছুটি অমৰ-কুমাৰী ফুলৰা চতলা কিশোৰী বালা
বুঢ়া লুইতৰ ৰূপালী বালিত নন্দন বনৰ পাতিলে খেলা।

নিলগে নিলগে হাদিৰা-চকিত
অসমৰ শেষ স্বাধীন গাদীত,
অসমৰ শেষ স্বাধীনতা হেতু চন্দ্ৰকান্তসিংহে পাতিলা খেলা ;
দেৱবালা বোলে, 'চাওঁ আজি আমি অসম-বীৰৰ তাণ্ডৱ-লীলা।'

সিদিনা পুৱাতে চকুপানী টুকি উদিলে পূবত ৰাঙলী বেলি,
ধৰে তৰোৱাল শিখ, অসমীয়া, মোগল, পাঠানে সকলো মিলি।
সহস্ৰ সহস্ৰ পিশাচ মান
এমুঠি শিখ, এমুঠি পাঠান,
এমুঠি মোগল, কামৰূপী বীৰ, যিবা অৱশেষে অসম-সেনা
অচল অটল শেষবাৰলই ; পালেহি সমুখ মানৰ সেনা।

গুৰুম্ গুৰুম্ ফুটিছে কামান, উঠিছে পৰিছে সহস্ৰ অসি,
নাচে তালে তালে ডাকিনী-যোগিনী, তেজেৰে ৰাঙলী শ্মশান পশি।
কোন কেনি আছ আজি শেষবাৰ,
চাই যা ধেমালি অসম-বীৰৰ
মৰিও নমৰে, পৰিও নপৰে, বাণ-ভগদত্ত-চুকাফা-জাত।
গৃহ-বিবাদত জলাকলা আজি, নহ'লে কোনেনো দিয়েহি হাত ?

মতলীয়া আজি কামৰূপী বীৰ, মতলীয়া শিখ, মোগল, পাঠান,
মৃত্যুক স্মঁৰৰি সমুখ ৰণত থুকুচি থুকুচি কাটিলে মান।
বীৰ চৈতন্যৰ ভীম তৰোৱাল,
তেজেৰে বান্ধিলে হাতত কঁৰাল,
চমকে কৃপান, খহি পৰে শিৰ, দেখিলে ফুলৰা কাষতে ৰই,
ছহাতে নাশিলে দানৱ পিশাচ, তথাপি মানৰ নহ'ল ক্ষয়।

চতলা-কাষত কামৰূপী বীৰ উন্মত্ত-শিৰ অক্ষয় অজয়,
অসম-গৌৰৱ বীৰ কৃষ্ণৰামে তেজেৰে বোৱালে ৰাঙলী নই।

দুয়ো বাই-ভণী ফুলৰা চতলা,
যতনে গাঁথিলে কশুমৰ মালা ;
দেৱবালা বুজে বীৰৰ আদৰ মনে মনে দুয়ো দুয়োকে নমি,
ফুলৰা ৰবিলে বীৰ চৈতন্যক, চতলা ৰবিলে কৃষ্ণক স্বামী।

মৃত্যু-বিজয়ী মোগল, পাঠান, শিখ, কামৰূপ, আহোম বীৰ,
দেখে দেৱবালা ফুলৰা চতলা, একে একে সৰে শোধালে শিৰ।
অৱশেষে দুয়ো বীৰ সেনাপতি,
অসমৰ শেষ স্বাধীন নৃপতি,
অসমৰ শেষ স্বাধীনতা সহ, ভটীয়াই মেলিলে ৰজাৰ নাও।
দুয়ো সেনাপতি আলচি বুলিলে, 'সমুখ ৰণলে আমিও যাওঁ।'

'সাক্ষী হ'বা দুয়ো অমৰ-কুমাৰী বীৰধৰ্ম্ম পালি আহিলো আমি।'
বুলিলে ফুলৰা, বুলিলে চতলা, 'তোমাক অপেক্ষি থাকিম স্বামী।'
'কি ক'লা, সপোন-ৰাণী !
মৃত্যুমুখীক বুলিলা স্বামী ?'
বোলে দেৱবালা 'বীৰ স্বামী মোৰ, বীৰ বিনে আনে ৰমনী-মোল
নোৱাৰে বুজিব, বৰিলো তোমাক, কৰা নাই প্ৰিয় অকণো ভুল।'

লুইতৰ পানী তেজেৰে ৰাঙলী, দুয়ো মহাবীৰে কৰিলে স্নান ;
শোভিলে শিৰত বৰণৰ মালা ; এনেতে পালেহি পিশাচ মান।
জিলিকি উঠিল সহস্ৰ অসি,
সতী-সমুখত পতিক নাশি
চাপি আহে মান, মাৰ যায় বেলি, ফুলৰা-চতলা থাকিলে চাই
পাপীৰ দৃষ্টিত ত্ৰিদিৱ বাসিনী চাওঁতে চাওঁতে পাষাণী হই।

সিদিনাৰেপৰা ফুলৰা চতলা শিলাময়ী দুটি অমৰ-বালা,
নিৰলে বিৰাজে নিজান থলত পাহৰি সকলো কিশোৰী-খেলা।

চকুৰ পানীৰে পথ নেদেখিলো
সুশুনে বচন কতনো মাতিলো—
উঠাঁ হে ফুলৰা, উঠাঁ হে চতলা, উঠাঁ দেৱবালা স্বৰূপ ধৰি,
পূৰ্ণ হ'ল আজি শতেক বছৰ, আৰু কতকাল থাকিবা পৰি ?

গিৰিয়ে শুনালে অতীত কাহিনী, লুইতে শুনালে পাহৰা সুৰ,
যিদিনা এৰিলে শিৰৰ মুকুট, বীৰ-প্ৰসবিনী অসমে মোৰ।
নিৰ্জান নিতাল শ্মশানত পৰি
সাথী ৰ'ল দুটি অমৰ কুমাৰী,
সাথী ৰ'ল এটি সোণোৱালী তৰা নীল আকাশৰ পুৱালী কোণত
সাথী ৰ'ল এটি বিষাদৰ ৰেখা অসম-সন্তান সৰাৰে প্ৰাণত।

## বৰপেটা

অসমৰ কাশীপুৰী দ্বাৰকা মথুৰা পুৰি
অসমৰ বৰপেটা ধাম,
চাই যোৱা বাটৰুৱা পৰাণ জুৰাই যোৱা
শুনি যোৱা হৰিগুণ নাম।
পূৰ্ণব্ৰহ্ম অৱতাৰ সেই মহা পুৰুষৰ
পদ ৰজ-পুত-পুণ্য থান,
ইথানৰ প্ৰতি অণু বালিকণা পৰমাণু
শুনে নিতে হৰিগুণ-গান।
আকাশত হৰিনাম বতাহত হৰিনাম
হৰিনাম শিশুৰ মুখত,
নাৱে নাৱে হৰিনাম ই যেন বৈকুণ্ঠ ধাম
হৰিনাম ব'ঠাৰ কোবত।

আকাশী চৰায়ে মাতে "ৰাম বোল", "হৰি বোল",
গছে পাতে হৰিগুণ গায়,
নিজান বননি জিনি হৰিৰ মহিমা শুনি
শোক তাপ দূৰতে পলায়।
জনমত হৰিনাম বিবাহত হৰিনাম
হৰিনাম বিহু-উৎসৱত,
নাৱৰীয়া নাও বাই হৰিৰ মহিমা গায়
বৰনৈৰ বিমল বুকুত।
সবল সুন্দৰ হাতে বঠা ধৰি ডেকাইঁতে
নাওখেলে তিথি উৎসৱত,
'ৰামবোল', 'হৰিবোল' চাবে চাবে উঠে ৰোল
হৰি বুলি নাচে উলাহত।
চউপাশে তাল-খোল মৃদঙ্গৰ মহাৰোল
থানে থানে হৰি সংকীৰ্ত্তন,
সুখী দুখী পাপী তাপী চাই যোৱা কাষ চাপি
মানৱৰ ই মহামিলন।
নাই পূজা আৱাহন নাই বলি বিসৰ্জ্জন
উচ্চ-নীচ ভেদাভেদ জ্ঞান,
নাই কাৰো উচ্চাসন নাই কাৰো নীচাসন
হৰিভক্ত সকলো সমান।
ইহেন আদৰ্শ লই আহিছিলা ধৰালই
হে দেৱতা! অসম ভাগ্যত,
সাম্য মন্ত্ৰ হৰিনাম পৱিত্ৰ কীৰ্ত্তন থান
এৰি গ'লা ই মহাতীৰ্থত।
এয়ে সেই পুণ্যভূমি যি থানত নিজে তুমি
থানে থানে ধৰ্ম্মসত্ৰ পাতি,

নানা শাস্ত্ৰ ব্যাখ্যা কৰি মাতৃভাষা পূৰ্ণ কৰি
গঢ়ি গ'লা অসমীয়া জাতি।
ভাষাৰ জননী তুমি জাতিৰ জনমভূমি
সাম্যমন্ত্ৰ প্ৰচাৰা ধৰাত,
সেই মহামন্ত্ৰ জপি মুক্ত হওক পাপী তাপী
বিশ্বপ্ৰেম জাগক প্ৰাণত।

## বিশ্বৰূপ

তুমি নীল আকাশৰ মোহিনী ছবিটি,
উষাৰ ৰাঙলী আভা;
তুমি সন্ধিয়াৰ সেই ৰঙা মেঘখনি,
অনন্ত বসন্ত শোভা।
তুমি বিজুলি লতাৰ বেঁকাবেঁকি ৰেখা,
মেঘৰ আঁৰত থকা;
তুমি দূৰণিত দেখা পাহাৰৰ শোভা,
শ্যাম বৰণেৰে ঢকা।
তুমি নিজৰা বুকুৰ জোনৰ পোহৰ
বসন্ত কালৰ ফুল,
তুমি শৰত কালৰ পূৰ্ণিমাৰ জোন,
জগত ভৰাৰ থুল।
তুমি কেঁচুৱা ল'ৰাৰ মধুৰ হাঁহিটি,
জননী হিয়াৰ স্নেহ;
তুমি কেতেকী ফুলৰ কোমল কুঁহিটি,
সুন্দৰ সুঠাম দেহ।

তুমি আছা সউ নীল আকাশত
গোটেই ব্ৰহ্মাণ্ড জিনি ;
তোমাৰে আসন আবেলি পৰৰ
ৰাঙলি দলিছা খনি ।
তুমি আছা এই পৃথিৱী বিয়পি,
মহিমা বিকাশ কৰি ;
তুমি আছা মোৰ হিয়াৰ মাজত
পৰমাত্মা ৰূপ ধৰি ।
অনন্ত সুন্দৰ জগত তোমাৰ,
বিশ্ব স্বৰূপ তুমি ;
তোমাৰ মাধুৰী প্ৰকৃতি বুকুত
দেখো য'তে ত'তে আমি ।
তুমি যদি প্ৰভো ! নোহোৱা সুন্দৰ,
সৌন্দৰ্য্য চানেকী এনে—
ইমান সুন্দৰ বিশ্ব গঢ়িবৰ
ক'ত পালা তুমি তেনে ?
তুমি ভাঙিছা পাতিছা গঢ়িছা নিতউ
নিতউ নতুন কই ;
তোমাৰ জগত তোমাৰ ইচ্ছাত
তোমাতেই পায় লয় ।
তুমি আকাশী পথত তৰাফুল বাছি
নিশাও ধেমালি কৰা ;
অলপো তোমাৰ নেদেখোঁ জিৰণি,
নিতউ কামকে কৰা ।
কাম যদি তুমি ভাল পোৱা এনে,
কামৰ অৰ্ঘ্যকে লই,
ক্ষুদ্ৰ শকতিৰে দুখনি চৰণ
আমিও পুজিম গই ।

## হেৰোৱা সপোন

শাৰদী সন্ধিয়া নিকুঞ্জ বনত
ফুৰিছোঁ অকলে বাঁহীটি বাই ;
কোনোবা কালৰ হেৰোৱা সপোন
ভাহি উঠি প্ৰাণ পৰশি যায় ।
কাননে কাননে ফুলিছে কুসুম,
সৰসি বুকুত নাচিছে পদুম ;
বিকসকুমুদী হাঁহিছে-জাঁহিছে
মধুৰ মলয়া পৰশ পাই ।
এই কাননৰ কুসুম বনত
কাক দেখিছিলোঁ মালা গঁথা ;
আজি শৰতৰ সন্ধিয়া পৰত
পৰিছে মনত পাহৰা কথা ।
আধা কোৱা কথা মনতে থাকিল,
আধা গঁথা মালা স্খলকি পৰিল,
শুনি নুশুনিলোঁ আধা গোৱা গীত,
বুজি নুবুজিলোঁ প্ৰাণৰ কথা ।
জোনে চুমি গ'ল ৰূপহী গালত
সাদৰে সাৰটি কুমুদী বুলি ;
শেৱালি সৰিলে চৰণ-তলত
মালতী পৰিলে কাষতে ঢলি ।
খহি পৰি গ'ল শিৰৰ বসন,
উজলি উঠিলে কুসুম কানন ;
কিনো কই গ'ল উলটি-পালটি,
বিজুলী ভাষাৰে নয়ন তুলি ।

আজি শৰতৰ সন্ধিয়া পৰত
বাজিছে প্ৰাণত হেৰোৱা সুৰ,
জোনটি জ্বলিছে নীল আকাশত
তৰাটি জ্বলিছে বুকুতে মোৰ।
নাহিবানে আৰু মোৰ কাষলই,
হাঁহিমুখে ছুটি কথা কবলই?
শুনি অহা গীত শুনিম ছুনাই,
প্ৰাণৰ আশাতো নহ'ল পুৰ।
ফুল মৰহিলে সৌৰভ থাকিব
জোনটি ডুবিলে থাকিব তৰা,
সপোন ভাগিলে মাধুৰী থাকিব
তাৰ জেউতিত ভুবন ভৰা।
সুৰ থাকি যাব অসীম বিশ্বত,
বাজিব ছুনাই প্ৰেমিক প্ৰাণত
ক'তো নেহেৰায় সোণৰ সপোন,
বিয়পি থাকিব গোটেই ধৰা

---

## কমলাকান্ত শইকীয়া ( ১৮৯৩-১৯৬৯ )*

### আনন্দৰাম বৰুৱা

গুৱাহাটি উত্তৰত মজিন্দাৰ বংশে,
জন্ম ললা অকালত
বিষময় সংসাৰত,
ল'ৰাকালে মাৰি নিলে, নিকৰুণ যমে
তোমাৰ অপূৰ্ব্ব স্নেহা পিতৃমাতৃ সমে।

তোমাক তুলিলে দেহি ! বৰ যতনেৰে,
খাওন্দৰ বংশধৰ
হ'ল হায় ! হিতকৰ্
নেজানিলাঁ কিনো দুখ মাৰাঁ-বাপেৰাৰ।
কিন্তু সময়ত দেখা দিনতে আন্ধাৰ॥

পঢ়ালে খাওন্দ ডাঙৰীয়া হৰিষেৰে
ভৱিষ্য সুখৰ আশে,
জানো নাম ৰয় দেশে,
পঢ়িলাঁ তুমিও অতি হেঁপাহ মনেৰে।
উঠিলা দোপত দোপে গুণ জেউতিৰে॥

পঢ়াশালী সকলোতে নিজ গুণে তুমি,
শলাগ বহুত পালা,
অসমৰ নাম থলা,
সংস্কৃত সাহিত্যক মথি যতনেৰে
জ্বলিল অসম দেশ, তোমা পোহৰেৰে॥*

নাই কোনালোক এনে বৰ্ত্তমান কালে,
যিটো সংস্কৃত-ঋষি,
অমৃত বিলালে বহি,
জগতত অনুপম সংস্কৃত ৰসে;
মৃতক জনৰ মুখে অমৃত বৰষে॥

সাধু দৃষ্টান্তৰ বাট দেখুৱাই দিলা,
অসমৰ মাজে থাকি,
পোহৰ ধৰি চানেকী,
বৰ্ত্তমান যুগমীয়া উন্নতি সাধিব
বিদেশীকো দেখুৱালা এই বাটে যাব।

কিন্তু হায়! চকুপোৰা যমকালে পায়,
ভৰপুৰ দুপৰত
মাৰিনিলে অকালত,
উদঙাই মাতৃ হিয়া; সাদৰি সোণাই!
টুকিছে চকুৰ পানী হিয়া ভুকুৱাই।

অনাথ কৰিলা অসমীয়া পো-ভাই
তোমাৰ বিৰহ-জুই,
দহিলে দ্বিগুণ হুই,
নাই, একো আজি হায়! পৰাণে মৰিছে
শোকে, দুখে, পৰি জুঁই বিধি ধিকাৰিছে।

কিন্তু মাতৃ নকৰিবা কিছু দুখ মনে,
কিছুপৰ ভাবি চালে
জ্বলিছে আনন্দ ভালে
দ্বিগুণিত হই গুণ-যশে মৰতত,
অমৰত্ব তেজে জ্বলি আছে আকাশত।

নেজানো তোমাৰ গুণ অসমীয়া হৈ
তোমাৰ অপূৰ্ব্ব জ্যোতি,
এতিয়াও চকু মুদি,
থাকোঁ ; কিন্তু বিদেশীয়ে তোমাৰ নামত,
জানিলে অসম দেশ ; জন্মিছিলা য'ত ॥

বৰ্ত্তমান সভ্যতাৰ জখলাত উঠি
তুপৰ সূৰুয দৰে,
জ্বলিছে জগতোপৰে,
জানিছে তোমাৰ গুণ তোমাৰ তত্ত্বক ;
ৰাখিছে, গাইছে, সদা যশ-কীৰ্ত্তনক ॥

পোহৰালা জননীক, ভাই-বান্ধৱক,
অসমৰ অন্ধকাৰ,
গুছালাঁ যে গুণধৰ,
স্ৰজিব আনন্দ শত তোমাৰ নিচিনা ;
যদি লয় আহিঁ আহা ! কৰি বিবেচনা ॥

যি বাটেৰে বাট বুলি জ্বলালা অসম,
সেইবাটে আগুৱাই
গ'লে অসমীয়া ভাই !
আৰু উজ্জ্বলাব মাতৃ তোমাৰ নিচিনা,
দেখালাঁ, যিদৰে তুমি হই আগুসাৰ ॥

থাকিব যিমান দিন চন্দ্ৰ, সূৰ্য্য, গ্ৰহ,
থাকিব তিমান দিন
তোমাৰ কীৰ্ত্তন গুণ,
অসমত ভৰি পুৰি জানিবা নিশ্চয় ।
বিদেশতো জ্বলি ৰ'ব কীৰিত্তি অক্ষয় ॥

## কুলি

বসন্তৰ সখি কুলি, কোৰাঁচোন কোৰাঁ,
কিয় গোৱাঁ 'কুহুগান' শুনিব অমিয়া,
আনো পক্ষী আছে যত
সুজুৰায় শৰীৰত,
শুনিলে তোমাৰ সুৰ, মনমোহা গান,
বিহু যেন লাগে কাণে সিহঁতৰ তান।

কোনে দিলে এনেকুৱা মনমোহা সুৰ,
বীণাৰ নিন্দিত তান দৰ্প কৰে চুৰ;
কাৰ এনে করুণাত,
লভি এই জগতত,
মুহিলা, সকলো প্ৰাণী, চকু পচাৰত,
কোৱাচোঁ এবাৰ তুমি নথৈ হৃদয়ত।

মলয়া বায়ুৰ লগে লগ ধৰি লই—
আহিছা মানৱ দেহ সন্তোষিত কই,
ৰিব-ৰিব-ৰিব বাৱে,
শৰীৰ আহি জুৰাৱে,
লগে লগে 'কুউ' মাতে জগত মুহিছে
সকলো জগত-বাসী প্ৰাণ জুৰাইছে।

যেতিয়া উদ্ভিদে পুনঃ ধৰে নৱ-পাত
জেউতি পৰিছে আহি তোমাৰেই গাত,
গছৰ ডালত ৰহি,
সুললিত সুৰে মুহি,

পেলোৱাঁ জগতবাসী কি সুৰেৰে হায়!
শুনা মাত্রে প্রাণ-মন জুৰ পৰি যায়।

কিবা প্রকৃতিৰ শোভা কৰি নিৰীক্ষণ,
গাইছাঁ মধুৰ সুৰে মহিমা কীৰ্ত্তন,
কিম্বা কোনো দুখ মনে,
বিলাপিছা ঘনে ঘনে,
সুবুজোঁ একোকে আমি তোমাৰ মাতত
কেৱলে সন্তোষ লাভ কৰোঁ হৃদয়ত।

বিৰহিনী শুনে যদি তোমাৰেই গান,
হিয়া-মুৰ ভুকুৱাই বিয়াকুল প্রাণ,
সুখে-দুখে নানামতে
আউলি-জাউলি কান্দে,
কতো বেলি পতি-শোকে থৰমৰ খায়,
গৰিহা কৰিছে বিধি ঘনাই ঘনাই।

সন্তোষিত জনে ৰঙে-ঢঙে ফুৰে শুনি,
তোমাৰ লাৱণ্য ভাব, সুমধুৰ ধ্বনি,
শুনি শুনি ধন্যবাদ
মনে কৰে প্রতিবাদ,
"নাই, নাই, একো সুখ এই মৰতত"
লভিছে কেৱল সুখ তোমাৰ সুৰত।

সাধুজনে একমনে তোমাৰ মাতত,
বহুৱাই ভক্তিভাব দৃঢ়ে হৃদয়ত,
জপি থাকি ঈশ নাম
সিদ্ধি কৰে মনোকাম

নলভে একোতে স্পৃহা ইহ জনমত
এক চিত্তে ভজে মাত্র বিভু চৰণত।

সঙ্গীনিক সঙ্গে লই কিবা সুখ মনে,
দেখুৱাই দিছা কিবা সাংসাৰিক জনে,
পতি প্ৰণয়াৰ শোভা
জগতত মনোলোভা
লভিছা অপূৰ্ব্ব সুখ, মন হাবিয়াসে;
মাতিছা চেৱত চেৱে মনত উল্লাসে।

নোৱাৰোঁ বুজিব একো কোৱাঁচোন কোৱাঁ
অবুজ মনক তুমি বুজনি দি যোৱাঁ?
কিয় দেখোঁ নানামত
সুখী, দুখী সংসাৰত,
তোমাৰ সুৰত কিবা গূঢ় অৰ্থ আছে,
কোৱাঁচোন শুদ্ধচিত্তে মনোভয় গুছে।

জানিছোঁ জানিছোঁ বুলি তোমাৰ মাতত,
বহুৱাই দিছা মন যশ কীৰ্ত্তনত
প্ৰকৃতিৰ শোভা পক্ষী,
অপূৰ্ব্ব জেউতি দেখি,
সৃষ্টি পাতনিৰ গুণ গোৱাঁ ঘনে ঘনে
নেজানো অবোধ আমি, জানে সাধুজনে।

দৰশাই নতুন বছৰ আগমনি
উলহ মালহ হয় জগতৰ প্ৰাণী
ঈশ গুণ গায় গায়
দেখুৱাই দিছা হায়!
বংমনে সকলোৱে আহ্বানিব বুলি
সাধুজনে জানে আমি নেজানো সমুলি।

## অৰদোৱা

আহাঁচো পথিক তুমি হৰিষ মনেৰে।
চোৱাঁহি অপূৰ্ব্ব শোভা একাগ্ৰ চিত্তেৰে ॥
সৌযে দেখিছা শান্তিজান জলাশয়।
জ্বলি আছে শান্তি দেৱী কীৰিতি অক্ষয় ॥
দেখিলে জুৰায় প্ৰাণ পথিক জনৰ।
কৰ্ম্মমল গুচে যত সংসাৰী লোকৰ ॥
চোৱাঁচো দক্ষিণ দিশে গোবিন্দৰ দ'ল।
শান্তিদেৱী বান্ধিলে গুচাই কৰ্ম্মমল ॥
শ্ৰীমন্ত শঙ্কৰে তাতে গোবিন্দ থাপিলা।
সাতো বৈকুণ্ঠৰ পট লিখিয়া দেখাইলা ॥
ভকতসকলে তৈতে গোবিন্দৰ গীত।
গায়য় কৰতাল ধৰি সুৰে সুললিত ॥
তাৰ লগে চেৱে চেৱে বনৰ বিহঙ্গ।
তৃণ, জন্তু সবে নাচে, কৰি অঙ্গ-ভঙ্গ ॥
ঈশ গুণে বিমোহিত হুয়া বৃক্ষগণে।
নত শিৰে সেৱা কৰে গোবিন্দ চৰণে ॥
দোওঁৱা পথিক শিৰ গোবিন্দ চৰণে।
কৰ্ম্মমল চিণ্ডি শান্তি লভা ইজীৱনে ॥
চোৱাঁহি উত্তৰ দিশে পুণ্যৱতী 'গঙ্গা'।
কুলু কুলু সুৰ ধৰি যতেক তৰঙ্গা ॥
গাইছে প্ৰেমিক গুণ-গান কেশৱৰ।
সেই সুৰে সুৰ ধৰি বৃক্ষ নিৰন্তৰ ॥
হালি-জালি নাম ধৰে আপোন পাহৰি।
বন্য পশু-পক্ষী নাচে-গায়ে ঠেও ধৰি ॥

শতদল-পত্ৰে বিভূষিত সৰ্ব্ব কায়।
ভ্ৰমৰে হৰিষ মনে ঈশ-গুণ গায়॥
নিৰ্ম্মল শীতল জল অতি সুশোভন।
পুষ্পসমে ৰঙ্গে ঢঙ্গে চিন্তে ব্ৰহ্মজন॥
কৰিলে এই পুণ্যতোয়া মধ্যম নিশাত।
ত্ৰয় কৰি বটবৃক্ষ শঙ্কৰে লীলাত॥
দোওৰাঁ পথিক শিৰ পুণ্যতোয়া দিশে।
কৰ্ম্মবন্ধ দূৰ কৰি চিন্তা অহৰ্নিশে॥
শুনিছানে শঙ্খ, ভেৰী, দুন্দুভিৰ মাত?
মৃদঙ্গ, গোমুখ, ভোৰতাল অসংখ্যাত॥
এয়ে বটদ্ৰৱা থান ইয়াতে শংকৰে।
বহালে ভকতি মেলা বৰ যতনেৰে॥
সিংহাসন মূৰ্ত্তি ভাগৱত আদি থাপি।
প্ৰচাৰিলা শুদ্ধধৰ্ম্ম তাৰিবাক পাপী॥
বহুৱাই চাৰি-সিদ্ধ চাৰিও দিশত।
থাপিলাহা পদ-শিলা সৰাৰো মধ্যত।
শঙ্কৰৰ পাদপদ্ম চিহ্ন আছে যত।
জ্বলি আছে স্বৰ্ণ যেন কষটি শিলাত॥
সবাৰো অমূল্য ৰত্ন এই পদ-শিলা।
থই গ'ল শ্ৰীশঙ্কৰে বৈকুণ্ঠৰ লীলা॥
দোওৰাঁ পথিক তুমি দোওৰাঁহে শিৰ।
পথশ্ৰান্ত শেষ কৰি জুৰোৱাঁ শৰীৰ॥
চাৰি দিশে চাৰি হাটী মহা ভক্তগণ।
সবেও কৰন্ত নিতে শ্ৰৱণ কীৰ্ত্তন॥
দ্বিতীয় বৈকুণ্ঠ পুৰী এই মহা থান।
শ্ৰীমন্ত শঙ্কৰে যাক কৰিলা নিৰ্ম্মাণ॥

দোওৰাঁ পথিক শিৰ এই বৈকুণ্ঠত।
চতুৰ্ব্বৰ্গফল লাভ কৰা ইজন্মত ॥
চোৰাঁচো পছিমকালে শঙ্কৰ শিলিখা।
যুগ যুগান্তৰে দিছে, মহন্তক শিক্ষা ॥
ইয়াতে আউজি গুৰু মথি ভাগৱত।
বিলালে অমিয়া ৰস সমস্ত লোকত ॥
দশম কীৰ্ত্তনাদি নানা শাস্ত্ৰচয়।
প্ৰকাশিলে ইঠানতে বসি কৃপাময় ॥
দোওৰাঁ পথিক শিৰ এই মহাবটে।
জুৰুৱা শৰীৰ মন বিষম জগতে ॥
পঞ্চদশ শতিকাৰ মধ্যম ভাগত।
শঙ্কৰ স্বৰূপে অৱতৰি ইথানত ॥
পাপীক তৰিলা ভক্তি পথ দেখুৱাই।
পাষণ্ড মৰ্দ্দন কৰি আপোন লীলাই ॥
নিজ যশ প্ৰকাশিয়া সংসাৰ ভিতৰে।
কৰিলা প্ৰয়াণ প্ৰভু বৈকুণ্ঠ নগৰে ॥
দোওৰাঁ পথিক শিৰ এই মহাথানে।
ত্ৰিতাপ কৰিয়া দূৰ প্ৰেম লভা প্ৰাণে ॥
জয় গুৰু শঙ্কৰ, জয় বটদ্ৰৱা।
জয় ভক্তগণ, জয় জয় পুণ্যতোয়া ॥
জয় শঙ্কৰ শিলিখা, জয় জয় পদশিলা।
জয় জয় দ'ল-গোবিন্দ কীৰ্ত্তিস্তম্ভ শিলা ॥
হৃদয় পঙ্কজে চিন্তা কৰি প্ৰতি নিত।
প্ৰেম ৰসে মুগ্ধ হোৱা এই পৃথিৱীত ॥

---

## কমলানন্দ ভট্টাচাৰ্য্য ( ১৮৯৪-১৯৫১ )

### চৰাই হালধীয়া

চৰাই হালধীয়া, পাখিও ধুনীয়া
মাতিলি অমাতৰ মাত
বিনন্দীয়া, মাতিলি অমাতৰ মাত।
আমোলাই বননি, উঠিলে বিননি,
কি জুই লগালি গাত,
ঐ বলিয়া, কি জুই লগালি গাত?
জুৰকৈ বলিলে পছোৱা বা-ছাটি
আমৰ মল সৰালে বা-ত,
ক'লাকৈ ডাৱৰে জুৰ বৰষিলে,
হিয়া মোৰ নপৰিল শাঁত।
ঐ বলিয়া, হিয়া মোৰ নপৰিল শাঁত।

### আন্ধাৰে আহিছে ঢাকি অ' শাঁকিনা

জুকিয়া সঁজুলি, বান্ধি ল টুপলি
আন্ধাৰে আহিছে ঢাকি অ' শাঁকিনা
দিনৰো আৰু নাই বাকী।
বেলিটো দিলে লাহ, মন্দিৰত বাজিল কাঁহ,
থাপনাত লগালে চাকী অ' শাঁকিনা
থাপনাত লগালে চাকি!

নগৰ নগৰীয়া গ'লেগৈ পালটি,
তয়েহে অকলে বাকী অ' শাঁকিনা,
কি কব অকলে থাকি
পাৰবে পাৰেঘাটে সঁকীয়াই আছে বৈ
জুৰিল খৰকৈ শাঁকি অ' শাঁকিনা
জুৰিল খৰকৈ শাঁকি।
পাৰবে বানচি মনত ল আলচি
থিয়া মোৰ আপদৰ সাথী অ' শাঁকিনা
থিয়া তোৰ আপদৰ সাথী।

---

## সূৰ্য্যকুমাৰ ভূঞা ( ১৮৯৪-১৯৬৪ )

### সৃষ্টি-পাতনি

সেই প্ৰলয়ৰ দিনা
তুমি প্ৰভু হাতত ল'লা
তোমাৰ ৰুদ্ৰ-বীণা ।
আনন্দময় নাছিল কোনো,
আছিল নিমাত অৰুণ জোনো,
দিগন্তভেদি উঠিল জ্বলি
ভীষণ উদ্দীপনা,
যিদিনা তুমি হাতত ল'লা
তোমাৰ ৰুদ্ৰ-বীণা ।
চন্দ্ৰ, সি গ'ল কক্ষ এৰি,
নতুন আকাশ বাঙ্গা কৰি,
শূন্য-গলত জ্যোতিৰ্ম্মালা
সিদিন দীপ্তিহীনা,
যিদিনা তুমি হাতত ল'লা
তোমাৰ ৰুদ্ৰ-বীণা ।
আকাশ সি হ'ল ডাৱৰ-ঢকা
নাছিল ক'তো ভূমিৰ ৰেখা,
সৃষ্টি জুৰি পৰিল ব্যাপী
দোকোল-ডাকাল পানী,
তাৰ ওপৰে উৰিল প্ৰভু
তোমাৰ ৰুদ্ৰ বীণা !

সেই এন্ধাৰত উদিল পুনু
লক্ষ তৰা
সেই বিনাশত জন্ম পালে
পুষ্প ধৰা,
মুঞ্জৰিলে চিন্তা-লতা
নতুন সুৰৰ নতুন কথা,
বিশ্ব এৰি পৰিল হিয়াত
নতুন সৃষ্টি-কণা,
সিদিন তুমি নমাই থ'লা
তোমাৰ ৰুদ্ৰ-বীণা।

## উতলা

মই নোৱাৰোঁ কৰিব গান,
মই নোৱাৰোঁ মেলিব প্ৰাণ,
মোৰ হিয়াৰ তন্ত্ৰী উগুলি-থুগুলি ধৰিছে বিশ্বতান।
মোৰ বীণেও নেমানে সুৰ,
মোৰ হিয়াও নপৰে জুৰ
মই নিজেই বাঞ্ছা-অগনি জ্বলাই কৰিছোঁ হিয়া আতুৰ।
চোৱাঁ জিলিকে তৰাৰ মালা,
চোৱাঁ হাঁহিছে ত্ৰিদিব বালা,
শুনা গ্ৰহ-নক্ষত্ৰ ঘূৰিছে গাইছে অনাদি প্ৰেমৰ লীলা।
চোৱাঁ মুনিৰ সাধন বন,
চোৱাঁ গিৰিৰ সিংহাসন,
চোৱাঁ স্বৰ্গ খিয়াই মহাসমুদ্ৰ হই থাকে উচাটন!

মোৰ প্ৰাণত পুলক গঁথা,
মোৰ চকুত নীৰৱ কথা,
মোৰ শূন্য গহীন আতমা বিয়পি কিবা এটি আকুলতা।
মোৰ লক্ষ্য থিৰতা নাই
মোৰ চাৱনি পিছলি যায়,
মোৰ চিন্তা-তটিনী বাগৰি বাগৰি পায়হি নেদেখা ঠাই।
সউ স্বৰ্গ নামিছে য'ত,
চোৱাঁ মৰ্ত্ত্য উঠিছে ত'ত,
তেনে মোৰ এই ঘোৰ মায়াৰ সপোন দিঠকে মিলিব ক'ত?
মোৰ কাণত ৰিণিকি-ৰিণি
আজি পৰিছে আকাশী-বাণী
আজি সৌৰ জগত বলিয়া কিহত, কিহত বলিয়া প্ৰাণী?
তুমি জীৱন কৰিলা জয়,
আজি হেৰোৱা আতমা লই।
আজি নিমাতে বিশ্ব প্ৰতি কাণে কাণে
তাৰেহে বতৰা কয়।
আজি আকাশত পাতি কাণ
আজি শুনিছোঁ শুশুনা গান,
মোৰ জীৱন সিন্ধু সিপাৰৰপৰা ভাহিছে পুণ্য তান।
মই মাটিত নমালোঁ বীণ,
হ'লো গানত শকতি হীন;
মোৰ বিদায় বাসনা আৱেগৰ বীণা
জীৱনৰ আদি মন্ত্ৰ সাধনা
সকলো পুলকে লীন।

## আশা

সংসাৰৰ নৰ-নাৰী মাথোন আশাতে জীয়ে
ভালপোৱা আৰু শলাগনি,
জীৱন অমিয়া ঢালে আশাৰ কুহকী বাণী
উলাহৰ শক্তি সঞ্জীৱনী।
নিশা দেৱী আঁতৰিলে নতুন সাজেৰে সাজি
পূবপিনে উঠে দিনমণি,
ব্ৰহ্মাণ্ডৰ চাৰি পাশে আশাত উতলা প্ৰাণে
পায় তাৰ বাৰ্ত্তা আগমণি।
তিৰ্ বিৰ তিৰ্ বিৰ জিলিকে দুখৰো মাজে
প্ৰভাময় আশাৰ কণিকা,
দুখত মগন প্ৰাণে সুখ আগমন জানি
কিবা যেন দেখে চকামকা।
মনিব নোৱাৰা পাৰ অথাই নদীৰ মাজে
বুটি নাও ডুবোঁ ডুবোঁ হয়,
তাতো নিতে যাত্ৰীসৱে তৰণীৰ গতি মণি
বান্ধে নৱ আশাৰে হৃদয়।
সংসাৰী জঞ্জাল যাৰ সুগুচে কান্ধৰ পৰা
আদি হেতু পুত্ৰ পৰিবাৰ,
তথাপি আশাৰে ভৰা মোহন ছবিটি দেখে
ভগৱান সহায়ত তাৰ,
জীৱন যুঁজত যুঁজি অবিশ্ৰান্ত ভাৱে যেৱে
পৰাজয় দেখিছে মাথোন,
যুঁজৰ মাজতো দেখে খন্তেক আঁতৰি যোৱা
প্ৰেমময় মধুৰ সপোন।

জীৱন গছৰ পুলি নৰ সি পুলিৰ মালী,
আশা তাৰ সঞ্জীৱনী পানী,
নহ'লে ফুলনি ধৰা খন্তেকতে জঁই পৰা
নাই তাত একোৰে মোহনী।

## সন্ধিয়া

কোন তুমি আইদেউ মুকলি চুলিৰে
ৰইছা আঁউজি থিৰ আকাশৰ গাত ?
নিতউ দেখুৱা বাট তৰাৰ চাকিৰে
নিশাৰ প্ৰহৰী হই মিলন-যাত্ৰাত ?
তুমি কোন দেৱবালা শান্তি-আৱৰণ
মেলি দিয়ে ভাগৰুৱা প্ৰকৃতিৰ পিনে ?
আকাশত মিলি যোৱা কৰি বিতৰণ
জগতক শান্তিসুধা খন্তেক কাৰণে ?
দিনেকৰ মহাৰথী দেৱ দিনমণি
বুৰমাৰে পছিমৰ এন্ধাৰৰ তলে
সেই দেখি তুমি নে কি বিষাদ বদনী
এটুপি চকু লো মচা ৰিহাৰ আঁচলে ?
ন'হলে শিৱৰ ফোঁট কিয় মচি থোৱা
বিয়োগৰ শোক তাপ পাহৰি নোযোৱা ?

# কবি-প্ৰাণ

কবিৰ অন্তৰখনি আলসুৱা অতি
তুমি তাত নিদিবাঁ যাতন,
কবিৰ প্ৰাণৰ কথা বুজিবা কি তুমি
তোমাৰ যে উপকুৱা মন!
চিক্‌মিক্ তলি দেখা-নিজৰাৰ দৰে
নিতে জ্বানা কবিৰ হৃদয়,
আৰেগৰ কণা তাত উৰি উৰি ফুৰে
নাই শোক-অশান্তিৰ ভয়।
হে তাৰ্কিক জ্ঞান-গৰ্ব্বী, নেচাপিবাঁ কাষ
তোমাৰ সি তৰ্ক-জাল লই,
কবিৰ অন্তৰখনি পুণ্য তপোবন
যুক্তিহীন ভকতি-আলয়।
প্ৰাণ-হীন কাঠ-হাঁহি বিদ্ৰূপৰ ঢউ
প্ৰতিধ্বনি সংকীৰ্ণ প্ৰাণৰ,
থক দূৰ-দূৰণিতে, নিদিবাঁ বিষিনি
প্ৰেম-ভৰা কবিৰ অন্তৰ।
কবিৰ হৃদয় বেৰি ফুলিছে এখনি
বিতোপন সুগন্ধি ফুলনি,
তাৰ প্ৰতি গছে-ফুলে দিমগই ঢালি
সাতোখন তীৰথৰ পানী।
তুমি যদি চাপা কাষ কুসুম-কানন
চোৱা মাত্ৰে জঁই পৰি যায়,
তোমাৰ চকুত আছে মৰণৰ বাণ
উশাহত বিষিনি অপায়।

তুমি য'ত আছা সিযে যোজনৰ পথ
তাৰপৰা শুনি পোৱা টান,
কবিৰ প্ৰাণত থকা নিকুঞ্জ বনৰ
শতমুখী বিহঙ্গৰ গান।
তুমি যদি চাপা কাষ, তোমাৰ ভয়ত
বিহঙ্গই এৰিব কূজন,
তোমাৰ চৰণ-ধ্বনি মৃত্যুৰ প্ৰহৰী
শুনা মাত্ৰে জীয়ন্তে মৰণ।
কাষৰৰ শিলাময় গিৰি-হিয়া ভেদি
চোৰাঁ সউ নিজৰা ওলায়,
কবিৰ প্ৰাণেদি বয় কুল্‌কুল্ সুৰে
অন্তহীন প্ৰেম-গীতি গাই।
যদিও নিজৰা-তান বিশ্ব বিয়পিছে
তুমি তাক শুনিবা কিমতে?
তোমাৰ কাণত বাজে ভীষণ ৰাগিণী
শ্মশানৰ হুমুনিয়া স'তে।
তুমি থাকাঁ নিলগতে, তোমাৰ কাৰণে
নাই ঠাই কবি-কাননত,
তুমি পাপী, আৱেগৰ সোণালী কিৰণ
নিজিলিকে তোমাৰ প্ৰাণত।
তুমি যদি চাপা কাষ, কবিৰ হৃদয়
পুষ্পহীন মৰুভূমি হ'ব
ভৰ-পূৰ আবেগৰ প্ৰেমৰ সলনি
বৈৰাগ্যৰ মহাসিন্ধু ব'ব।
এতিয়া কবিৰ প্ৰাণ স্বৰ্গ-প্ৰভাময়
সংসাৰৰ মলিনতা নাই,

তোমাৰ পৰশ পালে লুকাব জেউতি
হিয়া হ'ব যাতনাৰ ঠাই।
অন্তিমৰ আভাসত কান্দিব আতমা
ছাৰ-খাৰ দেহা প্ৰাণ-মন,
প্ৰণয়ৰ পয়োধিত বুৰিব সিদিনা
দুপৰতে তৰুণ তপন।

## আপোন সুৰ

এইযে ৰচিলো গান সকলো মিছাই,
বীণাত আপোন সুৰ বাজি উঠা নাই
ৰচিলো কতনা শোক পুলকৰ কথা,
ঢালিলো চৰণে মোৰ প্ৰাণৰ দেৱতা।
বসন্তৰ সন্ধিয়াত পুষ্পিতা ধৰণী,
বননিত কলকণ্ঠে বিহঙ্গৰ ধ্বনি,
শেৱালিৰ গন্ধে ভৰা শৰত পুৱাত
ফাগুনৰ জ্যোতিহীন পুৰ্ণিমী নিশাত
হিয়াত উঠিল বাজি শতমুখী তান,
আনন্দ-বিষাদ গঁথা মিলনৰ গান।
তেওচোন কাৰ হস্তে হৃদয় আতুৰ,
নেপাওঁ বিচাৰি ক'তো আপোনাৰ সুৰ।
আকাশৰ সপ্তঋষি সপ্ত দীপ লৈ
সন্ধ্যাৰ আৰতি ধৰে মন্দিৰত গই,
মই চাওঁ একেথিৰে এয়েনেকি মোৰ
নীৰৱে কাণত বজা সঙ্গীতৰ সুৰ?

এয়েনেকি হেৰা মোৰ দেৱতা প্ৰাণৰ,
তোমাৰ চৰণ-সেৱা জীৱনৰ ৰব ?
হৃদয়ৰ মন্দিৰত সঙ্গীত-ৰচনা
তৰ্কহীন অকুটিল ভক্তিৰ থাপনা।
সুদূৰ প্ৰান্তত সৌ জ্বলে একা-বেঁকা
স্বৰ্গ আৰু মৰতৰ মিলনৰ ৰেখা,
জোনাক নামিছে সুপ্ত জলধিৰ গাত,
শুনি এটি আৱেগৰ চুম্বনৰ মাত।
বুকুত জিলিকে চোৱাঁ তৰঙ্গৰ মালা,
সঘনে কঁপিছে কোন হৃদয় উতলা,
ওপৰত তাৰকাৰ মিলন-সঙ্গীত,
জগতত পৰাণীৰ উত্ৰাৱল চিত,
হৃদয়-তলিত জ্বলে অগ্নিময় কণা
সৃজনৰ প্ৰতি কোণে দুৰন্ত বাসনা।
কিম্বা হায়, অতীতৰ সুখ-সোঁৱৰণি
সেয়ে কি গানৰ মোৰ নীৰৱ ৰাগিণী.?
পাতৰ আঁৰত ফুল আছিল লুকাই
প্ৰকৃতিৰ শান্তিময় হৃদয় জুৰাই,
উথলিল আচম্বিতে জেউতি-মাধুৰী
ব্ৰহ্মাণ্ডত কোনে তাৰ বিলালে বাতৰি ?
শূণ্যৰ ৰথত চৰি আহিলা কটকী,
প্ৰণয়ৰ নিকুঞ্জও উৰণীয়া পথী
দুদিনৰ লীলা-অন্তে কেনি গুচি যায় ;
আজলী কুসুমপাহি নীৰৱে বিনায় !
প্ৰেমেই মস্তক-মণি সাধনাৰ ধন,
জীৱন শোকৰ লীলা, অবিশ্ৰান্ত ৰণ,

মৰণৰ অনির্ব্বাণ মহিমাৰ শিখা,
তাৰ মাজে পুলকৰ মায়া-মৰীচিকা।
কত ছঁয়া আছে আৰু কত ছঁয়া যায়
প্রেম কিন্তু ধ্রুব জ্যোতি আদি-অন্ত নাই
প্রকৃতিৰ হাতে গঢ়া প্রণয়-কানন
এইযে ব্রহ্মাণ্ডখনি অপূর্ব্ব সৃজন,
তাৰে একোণত মই বান্ধিমনে ঘৰ
প্রেম-কাব্য-নিকুঞ্জৰ হৈ মালাকৰ?
আৰুযে কতনা আছে বিচিত্র কাহিনী,
অসীমৰ মহামন্ত্র বাজে ৰিণি-ৰিণি;
সমুখত গৰজিছে ভীষণ সাগৰ
জীৱন-তৰঙ্গ এটি অনন্ত-বুকুৰ,
ক'ৰবাৰ এধাফুটা সঙ্গীতৰ ধ্বনি,
কিম্বা পূর্ব্ব-জনমৰ মৃদু সৌৰৰণি।
এইযে আতমাকণি হিয়াৰ কোণত,
জনম মৰণ তাৰ কোন সীমান্তত?
সৌৰ জগতৰ ৰূপ বিস্ময়েৰে ভৰা,
ক'ত তাৰ যোগনীয়া জ্যোতিৰ নিজৰা?
বাজিছে অনন্ত কাল সৃজনৰ সুৰ
বিধাতাৰ মহাবাণী বিচিত্র মধুৰ।
সুন্দৰ এখনি আৰু অন্তৰ-জগত
প্রতিদ্বন্দ্বী বাসনাৰ সংগ্রামৰ পট,
আদর্শৰ গ্রহ-কেন্দ্র ঘূৰিছে নিতউ,
আজিৰ সিদ্ধান্ত কালি বিতণ্ডা আকউ।
কোন মই? তুমি ক'ৰ?—তর্ক চিৰ দিন,
নিজৰ অস্তিত্ব, সিও সন্দেহত লীন।

এইযে ৰচিছো মায়া সৃজন প্ৰলয়,
ক'ত সেই আদি শক্তি ভূমানন্দময় ?
ন্যায় বা মীমাংসা, সিও দিঠক-সপোন,
বেদান্তৰ সিদ্ধান্ততো অবিদ্যা মাথোন।
সাধ্য কি মানৱে পায় ৰহস্যৰ জ্ঞান ?
যিমান ভাবিবা শঙ্কা বাঢ়িব তিমান।
জীৱন সঙ্গীতময়, সৃষ্টি বিতোপন,
অমৃতৰ ৰহঘৰা, সুৰলা শাসন।
কৰিব ধাউতি,—ধৰা সৌন্দৰ্য্যৰ থল,
তাত যেন ফুলি উঠে প্ৰেম-শতদল।
প্ৰকৃতিত বাজে মহা উদ্দেশ্যৰ সুৰ,
তাৰ হন্তে হিয়া মোৰ উতলা আতুৰ।
বিশ্বৰ লগত যত ভাবৰ বন্ধন,
সেয়ে মোৰ জীৱনৰ ধৰ্ম্ম সনাতন।
সত্য সুন্দৰ যাৰ অনন্ত যৌৱন,
তাৰেই বুকুত মই পাতিম কানন।
হৃদয়ৰ বাসনাৰ বসন্ত সমীৰ
বীণাৰ মৃদুল তন্ত্ৰ কৰিব অধীৰ।
কবিৰ পুলক-বাণী দেৱতাৰ বৰ,
আবেগৰ বন্দী কবি নোহে নিয়মৰ।

---

## পদ্মধৰ চলিহা ( ১৮৯৫-১৯৬৮ )

### অসম-গৌৰৱ

আজি তোমাৰ প্ৰেমৰ মহা আকৰ্ষণে আনিছে হে আই, টানি ;
ই মহামিলন দেখি গম্ভীৰে
আশিসিছে নীলাচল যোগীবৰে
উমানন্দ-কমণ্ডলুৰে ঢালে শান্তিময়নী পানী।
দিয়াচোঁ জননী, তোমাৰ পুৰণি অমোঘ মন্ত্ৰ দান,
সেৱোঁ শ্ৰীচৰণ তৱ সন্তানে হিন্দু-মুছলমান।

কেনে প্ৰশান্ত সৌম্য মূৰতি আছা তুমি আই ধৰি ;
চোঁৱৰ তোমাৰ শীতল মলয়,
শিতানত পৰি আছে হিমালয়,
বয় শিৰে শিৰে পুণ্য প্ৰবাহ তোমাৰ অঙ্গ ভৰি।

যদিও নিজান তোমাৰ আকাশ জিলিকে ইয়াতো তৰা ;
জিলিকে কতনো মহাকবি, সতী
ধৰ্ম-কৰ্ম-বীৰ সেনাপতি,
উজলাই তৱ মুখৰ কান্তি উজলালে বসুন্ধৰা।

নোহোৱা জননী নিচলা দুখুনী, তুমি বসুধাৰ ৰাণী ;
অতীত স্মৃতিৰ মুক্তা মণিয়ে
শোভিছে কণ্ঠ পুণ্য জেউতিৰে
তোমাৰ তটিনী-বিহগ-কণ্ঠে শুনে মহিমাৰ বাণী।

অকল আমাৰ চকুতে তুমিতে নোহোৱা কাম্যভূমি ;
মুনি-মনোহৰা তোমাৰ কান্তি,
বিচাৰি তোমাৰ বুকুৰ শান্তি
আহিল বশিষ্ঠ, গালৱ, গোকৰ্ণ আদি কত মহামুনি।

ধৰাৰ মাজত তুমিয়ে জননী এখনি শুৱনি ধৰা ;
কতনো তীৰ্থ, সৰিৎ, সাগৰ,
কত মন্দিৰ, কত গিৰিবৰ,
আছা জনজাতি বুকুত সাবটি অমিয় চেনেহ ভৰা।

আনিছো জননী হিয়াৰ অৰ্ঘ্য তোমাক পূজিম বুলি ;
দিয়াঁ দিয়াঁ আই চেনেহ-নিৰ্মালি,
হিংসা স্বাৰ্থ দিম আজি বলি,
পাতিছে হেঁপাহে জাতীয় যজ্ঞ ভাই-ভনী মিলি-জুলি।

## জোনাকী পৰুৱা

গহীন জোনাক ৰাতি নিজান বাটেদি
গৈ আছো অকলে অকলে ;
চৰাই-চিৰ্কতি কাৰো মাত-বোল নাই—
জোনবায়ে হাঁহিছে নিৰলে ;
দূৰৰ পঁজাৰপৰা টিমিক্-টামাক্
দেখোঁ এটি চাকিৰ পোহৰ
অকলশৰীয়া প্ৰাণী পৰিছে কোলাত
জিৰণিৰ চহা জীৱনৰ
বতাহ এছাটি আহি গছ-লতা-পাত
লৰাইছে ৰিব্ ৰিব্ কৈ,
গহীন নিটাল ভাঙি কাষৰৰ পানী
নচাইছে জোনটিক লৈ।

লগলাগি বতাহৰে বন-ফুল-গোন্ধ
আলাসত ফুৰিছে চাকিছে ;
নেদেখা নমনাকৈ মোৰ লগতেই
লুকালুকি কুক-ভা খেলিছে।
গৈ আছোঁ গৈ আছোঁ লীলাখেলা চাই,
নাই লগা অকণো আমনি ;
এজাক আগতে মোৰ জোনাকী পৰুৱা,
জিল্‌মিল্ অকণি অকণি।
গৈ আছোঁ, একে থৰে মাত-বোল নাই,
মন গ'ল কথা পাতিবৰ ;
সোধোচোঁন ইহঁতকে আঁতিগুৰি বাৰু,
পাওঁ এটি জানোচা উত্তৰ—
"আকাশত জোনবাই আলধৰা তৰা,
জেউতিয়ে বসুধা জুৰিছে ;
কিনো কৰা তোমালোকে তলত জিলিকি,
জিলিকনি কিয়নো উৰিছে ?"
কাষচাপি তাৰে এটি জোনাকী পৰুৱা
ক'লে আহি মোক লাহেকৈ—
"অকণি যদিও আমি নেথাকোঁ এনেই,
আছোঁ নিতে নিজ কাম লৈ।
তৰা-জোন, মানুহক যিজনে সৃজিলে,
সিজনেই স্রজোতা আমাৰো ;
তেওঁৰে আদেশ পালি আকাশে বিমানে
অলপীয়া জেউতি প্ৰচাৰোঁ।
যদিও নিলগ আমি আকাশৰপৰা,
আঁতৰত তৰাৰ জোনৰ ;

সি সৰাবো গঢ় সেই একেটি সাঁচতে,
তলতীয়া একে নিয়মৰ।
মানুহৰ দৰে আমি হাই-উৰুমিৰে
আপোনাক বলিয়া নকৰো;
মিলা-প্ৰীতি বান্ধোনেৰে বান্ধ খাই মাথোঁ।
উলাহেৰে আলাসত চৰো।
নিমাত নিটালভাৱে মনৰ শান্তিৰে,
নিৰ্বিচাৰি সহায় সাৰথি,
জিলিকনি ফেৰি লৈ কৰিছো নিৰলে
প্ৰজোতাৰ মঙ্গল আৰতি।”
অকণি এধানমানি জোনাকী পৰুৱা
উৰি গ'ল কথাকিটি কৈ;
গলো মই গুণি-গাঁথি তাকেই মনতে,—
তাকে লৈ ঘৰ পালোগৈ।

## স্বদেশ প্ৰেম

ধৰে নে জনম কেৱেঁ এই মৰতত
শিলাময় কৰি তাৰ হিয়া।
“এয়ে মোৰ জন্মভূমি” বুলি মনে মনে
এবাৰো যি কোৱা নাইকিয়া?
আনৰ দেশৰপৰা উলটি আহোঁতে
ফুৰিচাকি ঘৰমুৱা হৈ,
জ্বলা নাই হিয়া যাৰ স্বদেশ প্ৰেমেৰে,
আছেনে কোনোবা এনে অই?

আছে যদি এনে কোনো এনে কাঠচিত্ত,
চিনি থবা তাক ভাল কৈ ;
তাৰ বাবে গায়কৰ উচ্ছাস উথলি
নুঠে তাৰ গুণ গাবলৈ।
থাকক থাকিলে তাৰ ডাঙৰ উপাধি,
জগতত ফটা-ফুটা নাম,
থাকক থাকিলে তাৰ বিভূতি-বৈভৱ,
বাসনাই ঢুকি পোৱা মান।
কিন্তু তেনে স্বার্থপৰ তুৰ্‌কপলীয়া
নাপায় খিয়াতি জনমত ;
তুগুণ মৰণ ভুগি ধুলিৰ মানুহ
মিলি যাব ধুলিৰ লগত।
তাৰ বাবে কেৰেঁ আৰু নোটোকে চকুলো,
কেৰেঁ তাক নকৰে সন্মান ;
কবিয়ে কবিতা ৰচি নকৰে নকৰে
কেতিয়াও তাৰ গুণ-গান।

## স্বৰদোৱা

এয়ে সেই তৰু শঙ্কৰ শিলিখা শ্রীশঙ্কৰৰ কীৰিতি-স্তম্ভ,
আজিও ৰাজিছে কাম্য-ভূমিত, চূর্ণ কৰিছে কালৰ দম্ভ।
ইয়াতে আঁউজি কৰিলে শঙ্কৰে অমিয়া-প্রসূতা লিখনী বৃষ্টি ;
ৰচিলে তুলড়ী, ভটিমা, লেচাৰি, কৰিলে সাহিত্য-জগৎ সৃষ্টি।
দোওৱাঁ পথিক, দোওৱাঁ হে শিৰ, প্রণিপাতে পাবা প্রাণত শান্তি—
এয়ে ভকতৰ কল্পতৰু যে, এয়ে পাৰিজাত স্বৰগ-কান্তি।

চোৱাঁহি চোৱাঁহি শ্ৰীমন্ত শঙ্কৰে নিজহাতে লিখা অমৰ গ্ৰন্থ ;
কোন-কাহানি সাঁচিপাতে ধৰা জিলিকে আজিও পুণ্য মন্ত্ৰ ।
কালৰ কবলে নোৱাৰে নাশিব হস্তাক্ষৰৰ দৈৱ শক্তি ;
মহাকালে চাই দূৰতে পলায়, দেখুৱাই মাথোঁ অচলা ভক্তি ।
দোওৱাঁ পথিক, দোওৱাঁ হে শিৰ, প্ৰণিপাতে পাবা প্ৰাণত শান্তি—
এয়ে ভকতৰ কল্পতৰু যে, এয়ে পাৰিজাত স্বৰগ-কান্তি ।
ধূলিৰ ধূসৰ দলিচা ওপৰে আহাঁচো চোৱাঁহি আকাশী গঙ্গা ;
পুত-সলিল সৰোবৰ এটি বেঢ়ি আছে কেনে কানন-জঙ্ঘা ।
কৰে আৱাহন বাহু মেলি মেলি পুণ্য সুৰভি শতাৰবিন্দ ;
থৰ লাগি আছে ধ্যানত মগন চাৰিওপাশত বিটপীবৃন্দ ;
দোওৱাঁ পথিক, দোওৱাঁ হে শিৰ, প্ৰণিপাতে পাবা প্ৰাণত শান্তি
শূন্যে শূন্যে উটি অহা শুনা পূণ-গৰ্ভ গভীৰ গানটি ।

---

## মিত্রদেৱ মহন্ত ( ১৮৯৫-১৯৮২ )

## চিৰচেনেহী মোৰ ভাষা জননী

চিৰচেনেহী মোৰ ভাষা জননী
আই ধন্যে-পুণ্যে হুত-পাৱনী।
প্ৰকৃতিৰ পৰশ-ৰসে অমল কমল
চঞ্চল হৃদি-জলে ঢালে পৰিমল,
কোমল চম্পাৰ কলি
ঢৌৱে ঢৌৱে ঢৌ তুলি
ৰিণিকি ৰিণিকি কোনে তোলে ৰাগিণী ?

সংসাৰ-গুৰু-ভাৰে অৱশ পৰাণ,
হিয়াত বিলীন হয় হিয়া ভৰা গান ;
কাৰ নিচুকনি সনা
শুনি বাণী ব্যথা পমা
চকুতে চকুৰ নীৰে লয় জিৰণি ॥

জীৱনে-মৰণে-ৰ্বণে লহৰী সুধাৰ
ৰসনা শিতানে বহি সিঁচা শত ধাৰ
হে মোৰ মধুৰানন।
মাগিছোঁ মাধুৰী-কণা,
দিয়া, দিয়া, দিয়া, আই, মধুভাষিণী ॥

---

## গণেশলাল চৌধুৰী ( ১৮৯৬-১৯৩২ )

### প্ৰিয়াৰ সঙ্গ

তোমাৰ বিহাৰ বাৰ লাগি মোৰ
ফুলিল প্ৰিয়া ফুল,
গোন্ধতে আমোলমোল।
কঁপিল চন্দ্ৰ সূৰ্য্য তৰা,
কঁপিল সিন্ধু বসুন্ধৰা,
কিবা আবেগত শিহৰি উঠিল
বিশ্ব ই বিয়াকুল
মোৰ ফুলিল প্ৰিয়া ফুল।
আলিঙ্গনৰ আশাত উতলা
দুই বাহু মোৰ অৱশ কৰি,
তোমাৰ ৰূপৰ বিজুলী উজলি
লোলুপ দুচকু অন্ধ কৰি,
কোনোবা গোপন বাট ধৰি আহি
সোমালহি মোৰ পুৰী,
নুশুনা সুৰৰ সোঁত বই গ'ল
দেহ-মন-প্ৰাণ জুৰি।
কিমান দিনৰ কিমান কথা,
সুখৰ দুখৰ বিয়াকুলতা
এই সুবাসত উদাসী হ'ল
হৃদয় শূণ্য কৰি,
সীমাৰ মাজত অসীম প্ৰকাশ
পূৰ্ণ মূৰ্ত্তি ধৰি।

## অম্বিকাগিৰি ৰায়চৌধুৰী ( ১৮৮৫-১৯৬৭ )

### মোৰ পূজা

তোমালোকে তেল পুৰি
শলাগছি দিয়া
প্ৰদীপ পূজাৰ,
মই জ্বালোঁ শিহা পুৰি
ৰাঙলী হিয়াৰ
অগ্নি অনিবাৰ,
সেয়ে মোৰ প্ৰদীপ পূজাৰ।
প্ৰদীপ সি তোমাসাৰ
টিমায় ঢুকায়
বতাহে নুমায় ;
মোৰ সি প্ৰদীপ জ্বলে
পলে পলে
তলে তলে
বতাহেহে আহি তাক
দুগুণে জ্বলায়।

তোমালোকে নাম গোৱাঁ
বন্ধা নাম বন্ধা স্বৰে
সাতোদয় একেদৰে
চাপৰি বজাই,
মই গাওঁ নানা স্বৰে
ছন্দে ছন্দে থৰে থৰে
হৃদয়ৰ স্তৰে স্তৰে
হৃদয় সজাই।

তোমাসাৰ নাম সিযে
তোমাসাত বান্ধি-ছাটি
থোৱাতেই থয়,
যিবা আছে যিবা যায়
জিভাতেই ৰয় ;
মোৰ সি নামৰ ধ্বনি
ঢুকি আকাশক
তৰাক আকুলি আহি
ফুলৰ মুখত হাঁহি
হিয়া কাঢ়ি লয়।

তোমালোকে পূজা কৰা
এজন, দুজন কিম্বা তিনিজন,
নতুবা তেত্রিশ কোটি
ত্রিশ কোটি লোকে,
মই পুজোঁ কাৰবাক ক'বকে নোৱাৰোঁ,
এই দেখোঁ, এই নাই, ভুলোক-দ্যুলোকে
নিতে নৱ ৰূপ তাৰ
নিতে অগোচৰ,
বিচাৰি তাকেই বয় চকুলো পলকে
লক্ষ ধাৰে লক্ষ সুঁতি
অলক্ষ্য সাগৰ।

## সৌন্দৰ্য্য

সৌন্দৰ্য্য অধিক কাৰ ?
সমীৰৰ মৃদু হিল্লোলত
কঁপি উঠা বননিৰ
জাতি, জুই, চঁপা, এই
শেৱালি, বকুল
প্ৰসূন-পুঞ্জৰ ?
নতু, যুৱকৰ সমুখত
নগৰৰ হৰ্ম্ম্য-শোভা,
উদ্ভিন্ন-যৌৱনা যুৱতীৰ
ভূলুণ্ঠিত কেশ-গুচ্ছ
মদন পিছলি পৰা
কামাগ্নিৰ ধূম্ৰ-আৱেগৰ ?

দিবিনে উত্তৰ তই,
হেৰ ৰঙা জৱা,
সৌন্দৰ্য্য অধিক কাৰ ?
তোৰ ৰঙা মু'খনিত
জ্বলিছে যে ৰূপ-জ্যোতি
তাতেনে সৌন্দৰ্য্য বেছি
উঠিছে বিকশি ?

নতু, কামিনীৰ মিলন-আকুল
কামদীপ্ত ৰাঙলী ওঁঠত
দ্বিগুণে জেউতি চৰি
প্ৰেমিকৰ প্ৰতি পৰশত

সৌন্দৰ্য্যৰ সঁফুৰা বাগৰি
ত্ৰিভুৱন কৰিছে চঞ্চল ?

কচোন মালতী, তই
ক, হেৰ, ক,
ক'ত আছে সৌন্দৰ্য্য সৰহ ?
সন্ধ্যাৰ খোপাৰপৰা
খহি পৰা এটি
হেঙুলি ৰশ্মিৰ ফুল
কৰে আহি যেৱে
তইঁতক প্ৰণয়-ব্যাকুল,
সৰসিৰ দাপোণত তাৰ
উঠে তাৰ প্ৰতিবিম্ব
ৰক্তভানু আকাশৰ
জ্বলি উঠে তাতে
পূৰ্ণ জ্যোতি অনন্তৰ
ইঙ্গিতেৰে আহা,
স্পৰ্শহীন সৌন্দৰ্য্যৰ
ইন্দ্ৰজাল তৰে,
সৌন্দৰ্য্যৰ পূৰ্ণ ৰাগ
বিৰাজনে তাতে ?

নতু, গন্ধৰ্ব্বৰ কণ্ঠ-সৃত
সঙ্গীতৰ ধ্বনি স্বৰ্গ মৰ্ত্ত্য
মুগ্ধ কৰি,
মুগ্ধ কৰি যক্ষ ৰক্ষ যত
সৌন্দৰ্য্যৰ পৰাকাষ্ঠা

শ্ৰুতিৰ পথেদি
বুকুৰ মাজত পশি
উঠিছে বিকশি
অতিক্ৰমি যতমানে
চকুৰেদি দেখা পোৱা
ৰূপৰ জেউতি ?

নতু, নৃত্য-মন্দাকিনী উৰ্ব্বশীৰ
সুৰসড়া সিক্ত কৰি
ধৰিত্ৰীত পৰিছে বাগৰি
ধ্বনি যেন নূপুৰৰ
ৰুণু জুনু ৰুণু জুনু
কম্পিত ই বসন্তৰ
পল্লব-মৰ্ম্মৰ
মুক হই ব'লি সৰে হায়,
সদ্য-জাত অবাক শিকৰ-দল
যত পুষ্প-প্ৰাণ ;
নাই সমিধান।

## প্ৰকাশ-বাধা

প্ৰকাশ পাইছে চন্দ্ৰ-সূৰ্য্য,
প্ৰকাশ পাইছে বনৰ ফুল ;
ই জীৱন কিয় গোপন গুহ্য,
জীৱনৰ ই কি ঘটিল ভুল ?

প্ৰকাশ পাইছে কোকিল-কণ্ঠ
শত বসন্ত ব্যাকুল কৰি,
ই জীৱন কিয় হতাশ বন্ধ
ৰুদ্ধ-কণ্ঠ গুমৰি মৰি ?
প্ৰকাশ পাইছে উদাৰ গঙ্গা
প্ৰবল বেগেৰে লহৰী তুলি ;
প্ৰকাশ পাইছে সুদূৰ সন্ধ্যা
আপোন প্ৰকাশ পাহৰোঁ বুলি।
প্ৰকাশ পাইছে দ্যুলোক-ভূলোক
অপ্ৰকাশ প্ৰকাশ কৰি ;
এইনো জীৱনে নাপাব আলোক,
নাপাব প্ৰকাশ জীৱন ধৰি !

## তুমি

তুমি কি প্ৰিয়
হুবুজো কিয়
নোৱাৰি ধৰিব
লুকোৱা কেনি ?

তুমি কি মেঘৰ
বিজুলী-লহৰ,
সাগৰ-ঢৌ,
ফুলৰ ঘ্ৰাণ
কুলুৰ ধ্বনি ?

নতু আকাশৰ
লতা স্বৰ্ণৰ
পৰিছিল ধৰা
আহোঁতে নামি ;

লুকাই পুনৰ
হ'লা অগোচৰ
স্নেহৰ লতাটি
স্নেহতে পমি ?

নতু কি হিয়াৰ
আকুল চিঁয়াৰ
ব্যাকুল হৈ
বাহিৰত গৈ
ভ্ৰমিছা তুমি

বসন্ত-বতাহ
অনন্ত হুতাহ
মিহলাই লৈ
জুই লাগি গৈ
আকাশ চুমি ?

## দুটি মানুহ

এটি ঘৰত
দুটি মাথোন
দুটি মানুহ ধৰে ;

এটি খেলে
লুকাই সপোন
এটি জ্বলি মৰে।
এটি হাঁহে
তৰাৰ মুখত
ফুলৰ গন্ধ টানি ;
এটি কান্দে
ধৰাৰ বুকত
কূলৰ বন্ধ মানি
এটি আহে
প্ৰিয়ৰ ৰূপত
চুচুক্-চামাক্ কৰি ;
এটি থাকে
ৰুদ্ধ ঘৰত
শূন্য শয়ন ভৰি।
এটি মুক্ত
শিশুৰ প্ৰাণত
নাচে আকাশ জুৰি ;
ইটি যুক্ত
আপোন কামত
মৰে দেই-পুৰি।
এটি স্তব্ধ
গিৰি-গুহা
সৰিৎ-সাগৰ জিনি ;
এটি ক্ষুব্ধ
ঘূৰি মহা
নাপাই ক'তো চিনি।

এটি লৰে
বহু বেশে
ভঙা-গঢ়াৰ
তালে তালে ;
ইটি মৰে
দেশে দেশে
ক্ষণে ক্ষণে
কালে কালে।

## বিশ্ব-স্মৰণ

তেতিয়া যদিও নাছিলা তুমি
ৰূপৰ চমকে চমকাই চকু
আছিল তেতিয়া
সুন্দৰ মোৰ
জোন-বেলি তৰাই
জুৰাই বুকু।
আছিল আকাশ
মুকলি হই
মোকেই সদায়
কোলাত লই
বতাহে দিছিল চুমা ;
গাইছিল নৈয়ে
কুলুকুলু গান
মোৰেই লগত
ধৰি সম তান
নাছিল সুখৰ সীমা।

মোকেই চাই
হিয়া-বিয়াকুল
হাঁহিছিল কত
প্ৰভাতৰ ফুল,
নিশা কান্দিছিল তৰা
যেই পিনে চাওঁ
সেই পিনে দেখোঁ
মোৰেই সকলো
মোৰেই মাথোঁ ;
মোৰেই বসুন্ধৰা ।
যিদিন হস্তে
চকু ছাঁট মাৰি
তুমি উজলিলা
মোৰ,
সেইদিন ধৰি
যেন নিলা হৰি
তিল্‌তিল্‌ কই
সকলোবোৰ ।
তিল্‌তিল্‌ কই
হৰিলা বিশ্ব,
তিলোত্তমা হই
কৰিলা নিঃস্ব,
কাঢ়িলা জোনৰ
মুখ ;
আকাশৰ কোলা
কৰিলা উদং,

বতাহৰ নিলা
মনৰ ৰং,
নৈৰ নথলা
সুখ।
ফুলৰ হৃদয়
কৰিলা হৰণ,
লুটিলা তাৰ
লাৱণ্য-বৰণ,
তৰাক পেলালা
জ'য় ;
হৰিলা বেলিৰ
হিৰণ কিৰণ
কৰিলা বিৰাট
বিশ্ব-হৰণ
আৰু কি প্ৰাণত
সয় ?

## অমৃত

অমৃত হায়
আছে বা ক'ত
কোনে জানে তাৰ
বাতৰি ?
সি বই যায়
কোন সুদূৰত
নিজৰাৰ দৰে
বাগৰি।

সি হৰে নেকি ভোক
হৰে ৰোগ-শোক
হৰেনে প্ৰাণৰ
পিপাসা ?
সি কৰেনে অমৰ
জড়ক অজড
নিবাৰি আশাৰ
দুৰাশা ?
সি কৰেনে শান্ত
কীৰ্ত্তি ক্লিষ্ট
জীৱনৰ যত
বিননি ?
মই বিচাৰি পান্থ
ঘূৰিলোঁ অশেষ
গিৰি গুহা বন-
বননি ।
নাপালোঁ যে ক'তো
নাপালোঁ সন্ধান
পৰিলোঁ শেষত
ভাগৰি ;
এনেতে যে দেখোঁ
প্ৰিয়টিৰ বেশে
জুৰায় নয়ন
বাগৰি ।
ক্ষৰে যে অমৃত
ৰূপত প্ৰিয়াৰ

কথাৰ ধাৰেৰে
বাগৰে ;
ভোগ-শোক যত
পিয়াহ প্ৰাণৰ
নদ-নদী নিয়ে
সাগৰে ।
নোহে যে অমৃত
সৰগৰ মাথোঁ
আছে মৰততো
কাষতে ;
অধৰতে ধৰি
যুগল প্ৰাণৰ
মধুৰ চুমাৰ
লাসতে ।
ঝৰে যে অমৃত
প্ৰতি শিশুটিৰ
আধা ফুটা মধু
মাতে ;
জোনটিৰ বেশে
সাগৰ-বুকুত
জোৱাৰ উঠাৰ
সোঁততে ।
অমৃত ক্ষৰে
তৰুৱে-লতায়
প্ৰতি পুষ্পৰে
প্ৰাণতে ;

অমৃত সৰে
আকাশ ঢৌৱাই
প্ৰতি বিহগৰ
গানতে ।
ৰূপতে অৰূপ
লুকায় অমৃত
খেলিছে মেঘত
বিজুলী ;
প্ৰিয়টিৰ বেশে
দেখা দি বিলায়
প্ৰেম-অমৃতৰ
আঁজলি ।

---

## লক্ষ্মীনাথ ফুকন ( ১৮৯৭-১৯৭৫ )

### ব্ৰহ্মপুত্ৰৰ প্ৰতি

হে বিশাল ব্ৰহ্মপুত্ৰ, কত শত বৰষৰ কত শত বেদনাৰ কথা
তোমাৰেই অন্তৰত গঁথা,
কত প্ৰাণ মুঞ্জৰিলে তোমাকেই সাক্ষী ৰাখি, কত হিয়া উথলি উঠিলে
লুকুৱালে বিৰহৰ ব্যথা ;
জয়-জয়-জয়-ৰৱে দশোদিশ গুলজাৰি বিভৱৰ উৰালে নিছান
কত কিযে গীত হ'ল গান,
সোণোৱালী অতীতৰ পৰাণ পুলক কৰা সুধা-সনা কথাকে সুঁৱৰি
হ'লানেকি তুমি ম্ৰিয়মান ?

কুণ্ডিল-কুঁৱৰী সেই কুহকিনী ৰুক্মিণীৰ ৰূপৰাশি যেতিয়া উথলি
আপোনাতে পৰিল উচলি,
যেতিয়া মলয়ে দেহি তাৰে একণিকা লই বসন্তক দিলে উপহাৰ,
কুঞ্জবন উঠিলে উজলি ;
মধুময় ভঙ্গিমাৰে ললিত হিল্লোল তুলি শুনা গ'ল ৰি-ণি-ণি জি-নি-নি
শ্ৰীকৃষ্ণৰ নুপুৰৰ ধ্বনি,
অশিথিল প্ৰেম-পাশ, নুপুৰেযে হাৰিলাস, ৰুক্মিণীযে আকুল-উদাস,
কত আশ, কত হেন্দোলনি।

টলবল যৌৱনৰ সুকোমল পৰশত উষা হ'ল থউকি-বাথউ
অন্তৰত বাগৰিলে ঢউ,
সপোনত কোনে আহি পিয়লা ভৰাই আনি পিয়ালেহি মোহন মদিৰা
এনে মিঠা এনেনোযে মউ ;

শোণিতপুৰৰপৰা বায়ু-বেগে চিত্ৰলেখা পালেগই দ্বাৰকা নগৰী
উষাৰেই কথাকে সুঁৱৰি,
অনিৰুদ্ধ কোঁৱৰক থাপতে উৰাই আনি সখিয়াক দিলে উপহাৰ
নিজৰোযে স্বাৰ্থ পৰিহৰি।

ভগদত্ত নৃপতিয়ে কুৰুক্ষেত্ৰ সমৰত পূৰ্ণ কৰি বীৰৰ ধৰম
ৰাখিলেযে কীৰ্ত্তি অনুপম,
যুঁজি যুঁজি অবিৰল গজ-হস্তী সেনাদল গ'ল লয় হ'ল অন্তৰ্দ্ধান
দেখুৱাই আপোন বিক্ৰম ;
বিশ্বজয়ী অৰ্জ্জুনক হেলাৰঙে পৰাজয় চিত্ৰাঙ্গদা কুমাৰে কৰিলে,
মাতৃ-নিন্দা প্ৰাণে নসহিলে,
বভ্ৰুবাহনৰ ধ্বজা আকাশ থাকিল ছুই, পঞ্চ পাণ্ডৱৰ যত গৰ্ব্ব
খহি পৰি মাটিত লুটিলে।

তুপৰ-সুৰুজ দৰে কুমাৰ ভাস্কৰবৰ্ম্মা যেই গই হ'ল প্ৰতিভাত
শিলাদিত্য ৰজাৰ সভাত,
আদৰি কৰিলে মান উদ্দীপ্ত সৰাৰে প্ৰাণ দেখি এনে পুৰুষ প্ৰধান
সুমহান গুণ-গৰিমাত ;
হিৰেনচাঙেও আহি কটালে কতনো দিন কামৰূপ ৰাজ্যত নিৰলে
ৰজাৰে অতিথি হৈ থাকি,
সুঁৱৰি কতনো কথা কই গ'ল লিখি গ'ল বুৰঞ্জীৰ শুকুলা পাতত
সোণোৱালী ছবি দিলে আঁকি।

বামুনৰে চণ্ডালৰে নাই ভেদাভেদ বুলি শ্ৰীমন্ত শঙ্কৰে ৰাগ টানি
প্ৰচাৰিলে বিয়াকুল বাণী,
কবিতাৰ ছন্দে ছন্দে বোৱালে অমৃত-নদী মাধৱদেৱেৰে লগ লাগি
মুগ্ধ কৰি শত শত প্ৰাণী ;

বিচিত্র কাহিনী শুনি ভাবতে আপ্লুত হই ভকতিৰ অর্ঘ্য লই ব'ল
কোচ ৰজা নৰনাৰায়ণ,
ৰজাৰ দণ্ডিত কিয় প্রজাক বিলাব ধর্ম্ম, এই বুলি প্রজাপৰায়ণ
গুৰুজনে নিদিলে শৰণ।

কামত গাফিলী দেখি হুঙ্কাৰি লাচিত বীৰে ল'লে নিজে তৰোৱাল খুলি,
নসহিলে মোমায়েক বুলি,
নিমিষতে একেঘাপে তেজেৰে তুংৰলী হই কটা মূৰ উফৰি পৰিল,
সকলোৱে চালে চকু মেলি ;
জাগ্রত সিংহৰ দৰে যুঁজি মহাপৰাক্রমে স্বাধীনতা ৰাখিলে অক্ষুণ্ণ
ঘটুৱাই মোগল-সেনানী,
শৰাইঘাটত উঠা বিজয়-দুন্দুভি-ৰোল তাতে শেষ নিশ্বাস পেলাই
মহাবীৰে মাগিলে মেলানি।

আপোন প্রতিজ্ঞা পালি জয়াই বৰিলে মৃত্যু গদাপাণি কোঁৱৰক স্মৰি
নিতে ন ন শাস্তি সহ্য কৰি,
আঘাতে আঘাতে খহি, লতাডালি গ'ল জহি ছিগি-ভাগি যত ফুল পাত
পৰি ৰ'ল মাটিতে বাগৰি।
নিদিলেযে তথাপিতো নিদিলেযে প্রাণপ্রিয় পলৰীয়া স্বামীৰ বাতৰি
ভুলতোযে নক'লে এবাৰ,
নির্জ্জীৱ স্পন্দনহীন লুণ্ঠিত দেহাটি দেখি মূর্চ্ছা গ'ল জেৰেঙা পথাৰ
গছে হালি দিলে নমস্কাৰ।

এনে কত গীত-কথা এনে কত কবিতাৰ মূৰ্ত্তিমতী সুৰৰ ঝঙ্কাৰ
উঠিছিল কৰি তোলপাৰ,
আনন্দ-আৱেগে ভৰা উচ্ছ্বাসৰ কলৰোল সকলোটি দিলে লালকাল
আথেবেথে কোলাতে তোমাৰ ;

আকাশে-বতাহে মাথোঁ তাৰে এটি হুমুনিয়া তাৰে এটি হাহাঁকাৰ ধ্বনি
উঠে আজি গুজৰি-গুমৰি ;
হে বিশাল ব্ৰহ্মপুত্ৰ, আহিলে বাৰিষা তুমি দশোদিশে তুলি খলকনি
দিয়ানেকি তাৰেই বাতৰি ?

## সাক্ষী

দেখা পায়ে কিয়বা লুকালা
মণিটিয়ে সুলকি পৰিল ?
আঁচলৰ আগটিতে লাগি
ফুলৰোয়ে পাহিটি সৰিল।

নেভাবিবাঁ তুমি গুচি গ'লে
চিন তাৰ একো নেথাকিব ;
তুমি আজি আহিছিলা বুলি
কেৰে তাৰ প্ৰমাণ নিদিব।

এতিয়াও তুবৰি ডৰাত
পৰি আছে চৰণৰ চাব ;
এতিয়াও পখিলা শাৰীৰ
কিবা এটি সামোলন ভাব।

এতিয়াও গছৰ পাতত
লাগি আছে উলাহ তোমাৰ ;
এতিয়াও তোমাৰ সুৰাসে
মলয়ক দিছে সুধা-ধাৰ।

এতিয়াও লাজুকী বনৰ
গুচা নাই কুঁচি-মুচি ভাও
এতিয়াও মউ-মাখিবোৰে
কাটিয়ে ফুৰিছে হামৃৰাও

এতিয়াও তোমাৰ গানৰ
হোৱা নাই প্ৰতিধ্বনি শেষ ;
এতিয়াও নিৰলে পখীটি
গীত এৰি তন্দ্ৰাতে আৱেশ ।

কেনিবাদি তৰাটিয়ে আজি
ইয়াতেহে আছেহি লুকাই ;
তোমাৰেহে বাতৰি প্ৰচাৰি
আকাশত জ্বলিব তুনাই ।

## প্ৰতীক্ষা

তুমি আহঁা বুলি আছো বাট চাই
পুৱাৰে পৰা,
হিয়াত উঠিছে ভাবৰ লহৰি
আকুল কৰা ।
ইপিনি সিপিনে চাওঁ চাৰি পিনে
নেপাওঁ দেখা,
কেতিয়ানো জানো উজলি উথিব
মিলন-ৰেখা ?
ছবৰিডৰাত নিয়বৰ ঢউ
মালা নে মণি ?

কিজানি তোমাৰ চৰণৰে সাঁচ
সকলোকণি।
গছৰ ডালত পখীটিৰ গীত
নিৰলে শুনো,
কেনিবাদি তুমি আহিছা বুলি যে
কত কি গুণো।
ফুলে ফুলে পৰি চিকিমিকি কৰি
পখিলা উৰে,
মোৰেই কাৰণে তোমাক যে দেহি
বিচাৰি ফুৰে।
পদুম পাতত কঁপনি উঠিলে
চাওঁহি জুমি,
তাৰ আঁৰে আঁৰে কিজানি লুকাই
আহিছা তুমি।
খৰিকাজাঁইৰ সুগন্ধ এছাটি
বিয়পি পৰে,
তোমাৰে উশাহ এই ভাবে মোক
ব্যাকুল কৰে।
ৰিৱ্ ৰিৱ্ মলয়াৰ বাও
সুৰদি লাগে,
তোমাৰ কোমল পৰশ বুলিহে
প্ৰাণত জাগে।
তুমি অহা নাই দেখা দিয়া নাই
তথাপি কিয়?
চিৰজনমৰ সাধনাৰ ধন
হে মোৰ প্ৰিয়।

## লক্ষ্মীপ্ৰসাদ শৰ্ম্মা ( ১৮৯৮-১৯৩৪ )

## নাৰী

এহাতে কমল-দল সুন্দৰ প্ৰেমৰ
আনহাতে নৈবেদ্য সজাই,
যৌৱনৰ আগমনি বৰিছিলা নাৰী!
জগতত নন্দনৰ মহিমা বিলাই।
তেতিয়া আছিলা তুমি কেৱল মহান
কেৱল সৰলা দেৱী কেৱল সুন্দৰ,
উঠিছিল স্বৰ্গ ভেদি মোৰ হৃদয়ত
পৱিত্ৰ স্তৱৰ মন্ত্ৰ তোমাৰ পূজাৰ।
শুভ্ৰ সেই মাহাত্ম্যৰ পৱিত্ৰ স্মৃতিক
বুকুত সাৱটি পূজোঁ নাৰী জগতৰ—
দয়া, স্নেহ, ক্ষমা, ধৃতি তোমাতে আৰোপোঁ
তোমাকেই ভাবোঁ বুলি মাতৃ মৰমৰ।

আজি কিয় জীৱনৰ সন্ধিয়া পৰত
উপস্থিত হইছাহি মোৰ পদূলিত
নতুন মূৰতি ধৰি, ক'ত আজি সেই
সুন্দৰ মাহাত্ম্য তব চিৰ পৰিচিত!
লালসাৰ বহ্নিশিখা জ্বলিছে চকুত
বুকু যে তোমাৰ দেখোঁ, ধুৱলি ঈৰ্ষাত
পুৰুষৰ চিত্ত মাত্ৰ আকৰ্ষণ চেষ্টা
জগতক ক্ষুব্ধ কৰা অশান্তি চিন্তাত।
ক্ষুদ্ৰ স্বাৰ্থ আভৰণ দেহৰ তোমাৰ
হিয়াত পিন্ধিছা তুমি নিষ্ঠুৰতা হাৰ,

প্ৰতিহিংসা আজি তব শিৰৰ মুকুট
ভৰিৰ কিংকিনী তব অপাৰ ঘৃণাৰ।

পুৰুষে দেখিছে স্বপ্ন অপূৰ্ব্ব মহান
জগতত ভাতৃত্বৰ শুভ আগমন,
মুহূৰ্ত্তৰ পৰশতে চূৰ্ণ কৰি দিছা
পুৰুষৰ তপস্যাৰ পূৰ্ণতা মোহন।
কোনে কব সঁচাকৈয়ে কোন ৰূপ সত্য
প্ৰেমিকা, কল্যাণী তুমি, সতী, সাধ্বী, মাতা,
নাইবা নিষ্ঠুৰা তুমি ইন্দ্ৰিয়ৰ দাসী
ধ্বংসৰ পূজাৰী মাত্ৰ বিপদৰ হোতা?
অতীতৰ গৌৰৱৰ নাৰীৰ কল্পনা
সেই মাত্ৰ সত্য হোক মোৰ জীৱনত,
কামনাই কল্পনাই ঢাকি দিয়ে যেন
সীমাহীন কদৰ্য্যতা নাৰী স্বৰূপত।



## উমেশচন্দ্ৰ চৌধুৰী ( ১৮৯৮-১৯৫৩ )

### গীত

চেনেহী মোৰ মাতৃভাষা
তুমিযে মোৰ বুকুৰ বাণী,
তুমিযে মোৰ লীলাময়ী,
তুমি মোৰ-স্বপ্ন-ৰাণী।
বিলালা মোক ইমান বেথা,
শিকালা মোক ইমান কথা ;—
উল্লাসে উপচি পৰে
কি আনন্দ আকুলতা !
নধৰে মোৰ হৃদয়ত,
জৰি পৰে চকুৰ পানী।
তুমিযে মোৰ দীপ্তি-হীনা
অযত্ন-মলিনা দীনা ;—
কিহেৰে আই পূজোঁ, মোৰ
সম্বল মাথোঁ জীৰ্ণ বীণা।
তুমিযে মোৰ সুৰময়ী
প্ৰেম-পূত মন্দাকিনী।

লুইতৰ পাৰতে পৰ্ব্বতৰ আঁৰতে
ওখকৈ পাতিছিল গৰা,
চিকুণ চিকিমিকি বগী ঢকেঢকী
পৰিছিলে বালিডৰা ;

নকৈ চাপৰি পৰি লুইতত
নকৈ গজিলে ঘাঁহ,
মোৰ মন পখী
নকৈ সাজিলে বাহ ;
বলিলে পছোৱাৰ বা,
ওপৰে ওপঙিল ক'লী মেঘচমকা,
পানীতে জিৰালে ছাঁ ;
বালি তলে হ'ল, গৰা খহি গ'ল,
বৈ গ'ল লুইতৰ ঢল,
বুলি গ'ল বাহখন, উৰি গ'ল পখীকণ
কান্দি ৰ'ল দুখীয়া মন !

---

## নলিনীবালা দেৱী ( ১৮৯৮-১৯৭৭ )

### শেষ অৰ্ঘ্য

বৈ আছোঁ শেষ অৰ্ঘ্য লৈ
পূজোঁ বুলি তোমাৰ চৰণ ;
জীৱনৰ গধূলি পৰত
কৰোঁ বুলি তোমাক বৰণ।
অপূৰ্ণ সাধনা মোৰ
নহবনে জীৱনত পূৰ ;
তোমাৰ পোহৰে আৰু
নহবনে অমানিশা দূৰ ?
মনোময় মন্দিৰত
সযতনে নিৰলা কোণত ;
বিকশিত ফুল তুলি
জীৱনৰ কুসুম-বনত।
সজালোঁ চন্দন মালা
সুগন্ধিত অগৰু ধূপৰ ;
জোনাকৰ সুধা আনি
পূৰ্ণিমাৰ জ্যোতি মনোহৰ।
চন্দন শুকাই গ'ল
শুকাল মালতী কৰণিতে ;
ধূপগছি পুৰি গ'ল
শলাডালি পুৰিল বন্তিতে।
ৰচিলোঁ শুৱলা সুৰ
কত লয় কতনো তানত ;

শুনাম তোমাক বুলি
বীণখনি তুলিলোঁ হাতত।
বজালোঁ ব্যাকুল বীণ
দেউলৰ দুৱাৰ-দলিত;
আকুল গীতেও মোৰ
নপশিল চৰণ-তলিত।
জিৰালে ভাগৰি গীত
থমকিলে সুৰৰ ঝংকাৰ;
নিৰাশাৰ ছিগা তাঁৰ
কঁপি গ'ল বীণতেই মাৰ।
পুৱাৰ প্ৰতীক্ষা কত
দীঘলীয়া জোনাক যামিনী;
চাওঁতে চাওঁতে বাট
ভাগৰিলোঁ লাগিল আমনি।
ধীৰে ধীৰে জীৱনৰ
বন্তি গছি আহিছে নুমাই;
ধূপ দীপ পুৰি গ'ল
ব্যৰ্থতাৰ সৌৰভ বিলাই।
আজি যদি আহা তুমি
সন্ধিয়াৰ বিদায় পৰত;
কিহেৰে বৰিম প্ৰভু!
কিনো আছে শূন্য কুটিৰত?
সকলো আজৰি কৰি
মৰণ-পথৰ যাত্ৰী হৈ
আছো বাট চাই আজি
আশা কৰি শেষ দিনলৈ।

তুচকুৰে বৈ পৰা
হিয়া ভৰা তপত শোণিত ;
ভৰি থলোঁ অৰ্ঘ্য এই
অৰপিম পূজাৰ বেদীত।
এয়ে আজি প্ৰভু ! মোৰ
উপচাৰ তোমাৰ পূজাৰ ;
দীন আয়োজন মোৰ
হিয়াভৰা চিৰবেদনাৰ।
শুকাল কুসুম-অৰ্ঘ্য
জ্বলালা বুকুত জ্বলা জুই ;
ইবাৰ তোমাৰে মোৰে
দেখা হ'ব জানিলোঁ নিশ্চয়।
অনন্তৰ আৰাধনা
হ'ব জানো ব্যৰ্থ মোৰ সখা !
পোহৰাই হিয়া-পুৰী
নিদিবানে তুমি মোক দেখা ?
হে চিৰসুন্দৰ ! লবা
শেষ অৰ্ঘ্য ব্যথিত প্ৰাণৰ ;
অৱশেষ ভস্মশিখা
পুৰি যোৱা জীৱন-ধূপৰ ;
এই জীৱনত নতু
মৃত্যু লোক কৰি আলোকিত ;
অৰূপ অনন্তৰূপে
দিবা দেখা হে চিৰ-বাঞ্ছিত।
ৰচিম হোমৰ বেদী
চিৰ শেষ শ্মশান-চিতাত ;

নিবেদিত অৰ্ঘ্য মোৰ
পূৰ্ণ হ'ব হে পূৰ্ণ! তোমাত।
চিতাগ্নি হোমাগ্নি হ'ব
সমীৰণ মলয় চন্দন;
সিদিনা সাৰ্থক হ'ব
পূৰ্ণ অৰ্ঘ্য, পূৰ্ণ ই জীৱন।

## পৰম তৃষ্ণা

আজিৰ নোহোৱা মোৰ সুন্দৰ পৃথিৱী
জনমৰ যুগমীয়া তুমি,
অনন্ত কালৰ মোৰ শান্তিৰ জিৰণি
অতীতৰ স্বপ্নলীলা-ভূমি।

অতীত জন্মৰ কত অলেখ স্মৃতিৰ
গছে পাতে পৰি আছে ৰেখা,
অস্ফুট ভাষাৰ কত করুণ কাহিনী
প্ৰকৃতি-ৰূপত আছে লেখা।

কতবাৰ জনমিলে তোমাৰ কোলাত
গইছিলো আকউ উভতি,
অপূৰণ কৰমৰ ভাৰ বান্ধি লই
ঘূৰি ঘূৰি আহিছো উভতি

পৰ্ব্বতীয়া জুৰিটিৰ জিৰজিৰণিত
শুনো যেন বিননিৰ সুৰ,
আছে জানো হুচকুৰ চকুলো দুধাৰি
বই যোৱা কোনোবা যুগৰ?

নিয়ৰ মুকুতা পিন্ধি, হেঙুলি আঁচল মেলি
উষা আহে সোণালী ৰথত,
নিশাৰ ওৰণি ঠেলি অৰুণে মিচিকি হাঁহে
প্ৰকৃতিৰ ৰূপহী বনত।
দূৰণিৰ পখীজাক মিলি যায় দিগন্তত
মাতি যায় আকুল সুৰত
প্ৰতিধ্বনি বাজে সুদূৰত
জীৱন লগৰী মোৰ পিঁজৰাৰ পখীটিও
মিলি যাব খোজে অনন্তত
অসীমৰ অচিন বাটত।

পুৱঁতী নিয়ৰ সানি চেঁচা বাওছাটি
বই যায় কপাল তিয়াই
অজানিত বাতৰি বিলাই।
মুদখোৱা চকুযোৰ নৌ মেলোঁতেই,
সপোন-জড়তা মোৰ নৌ ভাগোঁতেই,
যুগান্তৰ ক্ষীণ স্মৃতি সপোন পাৰৰ
ভাহি উঠি ধীৰে মিলি যায়,
হিয়া মোৰ আৱেগে কঁপাই।
শুনি বিহগীৰ গীতি সুৱলা মাতৰ
ভাহি উঠে স্মৃতি যেন কোন অতীতৰ।
গাই যোৱা অতীজতে কুলি কেতেকীৰ স'তে
পাহৰা সুন্দৰ কত গীত প্ৰভাতৰ

সনা আছে শত স্মৃতি যুগান্তৰ প্ৰকৃতি-ৰূপত
জোনাকী জেউতি ঢলা সান্ধ্য পৰনত।

সেউজীয়া পথাৰৰ শ্যামল কোলাত
হঁহা-কন্দা বেজাৰৰ ঘাত-প্ৰতিঘাত।
মোৰ এই হৃদয়ৰ অসীম তৰঙ্গ ৰাশি
উথলিছে প্ৰকৃতি বুকুত,
অতীতৰ পূৰ্ণ আৱেগত।
গাঁথিছোঁ অনন্ত মালা লক্ষ জীৱনৰ
আধৰুৱাকই এৰা শত কৰমৰ,
মানস-মুকুতা লই কল্পনাৰ হাৰ
বোজা বান্ধি লই যোৱা অসীম ব্যথাৰ।
কিয় আহিছিলো বাৰু, গইছিলো কিয়নো উভতি ?
কিহৰ ই অভিলাষ, কিয় এই সীমাহীন গতি ?
সকলো পাইছো, তেও কিবা যেন নাই নাই,
মুখত নুফুটে ভাষা প্ৰাণে ভাব বিচাৰি নেপায় !

কোনে বাৰু দিলে তেনে মানুহৰ আতমাত,
বিশ্বগ্ৰাসী হেঁপাহৰ ক্ষুধা,
যদি তেওঁ থোৱা নাই আতমাৰ চিৰশান্তি
পৰশমণিৰ প্ৰেম-সুধা ?
কোনেনো সদায় মাতে আকুল উতলা মাতে
কোন দূৰ সুদূৰৰপৰা,
যদি তেওঁ থোৱা নাই বিয়াকুল জীৱনৰ
শান্তিময় সুখৰ নিজৰা ?

ভোগতেই মানুহৰ তৃপিতি পলোৱা হ'লে,
বাসনাও নোৱাৰে থাকিব ;
মানুহৰ বাসনাৰ সমাধি-শয়ন হ'লে
জীৱন মৰণো নেথাকিব।

মানুহৰ দুচকুৰ অসীম সৌন্দৰ্য্য-তৃষ্ণা
সুখ-আশা, হেঁপাহ বুকৰ
নহয় ই মৰতৰ ক্ষন্তেকীয়া জীৱনৰ
সুখ—আশা পৰম পদৰ,
ৰূপ-তৃষ্ণা চিৰসুন্দৰৰ।

## জনমভূমি

মেলিলোঁ প্ৰথম চকু তোমাৰ কোলাতে আই
জনমৰ আদিম পুৱাত
মুদিম আকৌ চকু তোমাৰ কোলাতে শুই
জীৱনৰ শেষ সন্ধিয়াত।
মৰাৰ পিচতো যেন পাওঁহি আকৌ ঠাই
চেনেহৰ শীতলী কোলাত
ভাগৰুৱা আতমাই শেষৰ জিৰণি লই
জিৰাবহি তোমাৰ ছাঁয়াত।
পখী হৈ আকাশৰ বুকুত ফুৰিম উৰি
বাহ লম ওখ বিৰিখত
পুৱতীৰ লগে লগে জগাম তোমাক নিতে
বনৰীয়া সুৱদি গীতত।
আকাশৰ তৰা হৈ ৰ লাগি চাই লম
সেউজীয়া শুৱনি জেউতি
জোনাকত মিল হৈ বিমান পথত বৈ
ওৰে ৰাতি কৰিম আৰতি।
হিমালয় পৰ্ব্বতৰ শুকুলা টিঙত গৈ
ফুৰি ৰম মানসী বিলত

মলয়াৰ চোঁৱৰত পাৰিজাত ৰেণু সানি
টুলাম তোমাৰ চৰণত।
নদী হৈ পখালিম দুখনি চৰণ নিতে
মাটি হৈ মিলিম বুকুত
সোণোৱালী মেঘ হৈ ৰঙা হাঁহি বিৰিঙাম
শেঁতা পৰা দুখনি ওঁঠত।
তোমাৰ ই ধুলি বালি তোমাৰ আকাশ বায়ু
আই মোৰ স্বৰগৰ বাস
তুমি মোৰ মৰমৰ পুণ্য মুকুতিৰ ভূমি
তুমি মোৰ তীৰ্থৰ প্ৰভাস।
অ' মোৰ চেনেহী দেশ তোমাৰ দুখীয়া পঁজা
ৰচা তাত শান্তিৰ স্বৰগ
ক'ত পাম এনে প্ৰীতি সৰল প্ৰাণৰ ভাষা
সেৱাৰ মহিমাময় ত্যাগ।
দুখীয়াৰ ভঙা পঁজা একোখনি তীৰ্থ তাত
একোখনি পুণ্যৰ আশ্ৰম
মৰিলে পুনৰ আহি দুখীয়া দেশতে মোৰ
লওঁ যেন পুনৰ জনম।

## যাত্ৰা

মাৰ গ'ল বেলি সৌ পশ্চিম দিশত
বৈ যায় জীৱনৰ স্ফূৰ্তি
দেউলত বাজে শুনা পূৰৱী ৰাগিণী
আৰতিৰ বন্দনাৰ গীতি।

বৈ আছে নাৱৰীয়া ঘাটৰ পাৰত
এইবাৰ খেৱা হওঁ শেষ
যি আছে তোমাৰ হেৰা ! লোৱা বান্ধি ছাটি
জীৱনৰ শেষ অৱশেষ ।
পথী উলটিল চোৱাঁ বাহমুৱা হৈ
বাটৰুৱা লৰে ঘৰলৈ
গধূলিৰ ভাগৰুৱা গৰু গৰখীয়া
গোহালিৰ কাষ পালেগৈ ।
শুইনত জিলিকিল ছুটি এটি তৰা
সন্ধিয়াৰ শীতল বাৱত
পাৰঘাট শুদা হ'ল সকলোটি গ'ল
পৰি ৰ'লা তুমিয়ে ঘাটত !
হোৱা নাই বন্ধাছটা যদিহে তোমাৰ
জীৱনৰ পাৰৰ সমল
থাক পৰি, তেনে তুমি যোৱা শুদা হাতে
শেষ যাত্ৰা নকৰি বিফল ।

---

## ভগৱতীপ্ৰসাদ বৰুৱা ( ১৯০০-১৯৩৩ )

### তোমালৈ

গোলাপৰ কোমল কোলাত
নিয়ৰৰ একণি টোপাল,
নীৰৱতে পাহি মেল খায়,
সকলোটি নিমাত-নিটাল।

তুপৰৰ সুৰুজে যেতিয়া
মেলিলেহি পোহৰৰ জাল,
হাঁহি-মুখে নিয়ৰৰ প্ৰাণ
গোলাপৰ বুকুতে লুকাল।

শুনা আজি তাহানিৰ মোৰ
জীৱনৰ প্ৰথম অধ্যায়,
ধীৰে ধীৰে ধীৰে মেল খাই
তেতিয়াও মাৰ যোৱা নাই।

পুৱঁতিৰ সেই পোহৰত
তুমি মোৰ ওচৰ চাপিলা,
পোহৰতে এন্ধাৰেৰে মিলি
তুমি মোক সাৰটি ধৰিলা।

পোহৰৰ এন্ধাৰৰ চাকি
চাঁট কৰে এবাৰ নুমালে,
কিবা এক নতুন পোহৰে
জগতৰ জেউতি চৰালে।

এয়ে পোহৰৰ এন্ধাৰৰ মেলা
তুমি দেখোঁ স্ফুৎ কৰে গই
মোৰ হৃদয়ৰ পৱিত্ৰ থাপনা,
তাতে বহি আছা, মাত-বোল থই।

তেতিয়াৰপৰা আৰু মোৰ
মাতিবৰ মন যোৱা নাই,
মাথোঁ ধূপ আৰু ধূনাৰ গোন্ধত
অন্তৰত নই বই যায়।

তেতিয়াৰেপৰা আৰু মোৰ
সকলোটি নিমাত-নিটাল,
নীৰৱতা সোণৰ সঙ্গীত,
নিৰৱতা স্ললিত তাল।

তোমাক বুকুত লই
নাও মোৰ নীৰৱে চলিছে,
এই মহাসিন্ধু নীৰৱতা ভেদি
ক'ত জানো-অন্ত পৰিছে।

---

## ডিম্বেশ্বৰ নেওগ ( ১৯০০-১৯৬৬ )

### শাপমুক্তা

'উঠাঁ হে উৰ্ব্বশী, উঠাঁ হে প্ৰেয়সী, উঠাঁ যৌৱনৰ সাদৰী সখা !'
কামত আতুৰ প্ৰেমিক সন্ন্যাসী এদিন সন্ধিয়া দিলেহি দেখা।
বুঢ়া লুইতৰ তৰঙ্গে-তৰঙ্গে, বিজুলীৰ যেন সোঁত অঙ্গে অঙ্গে
কিনো আচৰিত ! গছ-গছনিত জিলিকি উঠিল ৰূপালী লেখা,—
'উঠাঁ হে উৰ্ব্বশী, উঠাঁ হে প্ৰেয়সী, উঠাঁ যৌৱনৰ সাদৰী সখা।'

ই কি ! শৰতৰ পুৰ্ণ শশধৰ ! ওঁঠত কিহৰ মদিৰা ভৰা ?
কিহৰ কাৰণে মতলীয়া হই আহিছে সঙ্গী সহস্ৰ তৰা ?
নৱ কিৰণৰ শত পুষ্পবাণে, শতখনি হিয়া মদনেৰে হানে ;
নোসোমায় তাৰ এটি চোকা শৰো, এনেখনি কাৰ কঠিন হিয়া ?—
'উঠাঁ হে উৰ্ব্বশী, উঠাঁ হে প্ৰেয়সী, উঠাঁ যৌৱনৰ সাদৰী সখা !'

বজ্ৰৰ নিঠুৰ স্বৰে যেইদিনা ঋষি-অভিশাপ ঘোষিত হ'ল,
যেইদিনা সেই কুসুম-শয়ন পাষাণ নিদ্ৰালে, বাগৰি গ'ল ;
সিদিনাৰেপৰা কত প্ৰেমিকৰ পৰিছে আঘাত গীত-লহৰৰ !
নগলে পাথৰ, নজ্বলে আখৰ, নজ্বলে বুকুৰ জ্বলন্ত ভাষা,—
'উঠাঁ হে উৰ্ব্বশী, উঠাঁ হে প্ৰেয়সী, উঠাঁ যৌৱনৰ সাদৰী সখা !'

কত প্ৰভাতৰ অৰুণ অধৰে জীৱনৰ ৰস ঢালি দি যায়,
অতীতৰ কত বিপুল বেদনা নিচুকায় জুৰ মলয়া-বাই !
ঋষি-অভিশাপে পোৰা হিয়াখনি লুইত বুকুত লভিছে জিৰণি ;
তেও দেখোঁ আৰু সেই হৃদয়ত প্ৰতিধ্বনি কত এমুৰা আশা—
'উঠাঁ হে উৰ্ব্বশী, উঠাঁ হে প্ৰেয়সী, উঠাঁ যৌৱনৰ সাদৰী সখা !'

লুইতৰ শুভ্ৰ ৰূপালী বালিত পাৰিলে মদন-পিছলা শয্যা,
নীলাচল আৰু অশ্বক্লান্তে তাতে অক্লান্তে আৱৰি ৰাখিলে লজ্জা।
কেউপিনে উঠে গন্ধ-মধুৰিমা,—ই কি মিলনৰ প্ৰথম পূৰ্ণিমা।
ই কি পৃথিৱীত প্ৰেমিক-প্ৰেমিকা প্ৰথম সাক্ষাত জোনালী নিশা!
'উঠাঁ হে উৰ্ব্বশী, উঠাঁ হে প্ৰেয়সী, উঠাঁ যৌৱনৰ সাদৰী সখা!'

বুঢ়া লুইতৰ বুকুতো উঠিল জিলমিলকই প্ৰেমৰ ঢউ,
পাষাণী সুন্দৰী উৰ্ব্বশীৰ কিন্তু সাৰ-সুৰ একো হ'বৰ নউ।
কাম-কলঙ্কিত চন্দ্ৰদেৱ আজি, কাম-অলংকৃত হৈ আহে সাজি!
স্বৰগৰপৰা মৰতত আজি পিছলি পৰিছে মিলন-শিখা—
'উঠাঁ হে উৰ্ব্বশী, উঠাঁ হে প্ৰেয়সী, উঠাঁ যৌৱনৰ সাদৰী সখা!'

চুচুক-চামাক মদন-বিহ্বল নিশিৰাজ আহি চাপিল কাষ,
ভয়-চিন্তা কত আৱেগ-অগনি! নিব জানো মেলি প্ৰণয় পাশ?
নউ আহি সউ ৰথ আকাশৰ পায় উৰ্ব্বশীৰ মুখৰ ওপৰ,
পাষাণী দেৱীৰ কপালত দেখোঁ বিজুলী-ৰেখাৰে হ'লহি অঁকা—
'উঠাঁ হে উৰ্ব্বশী, উঠাঁ হে প্ৰেয়সী, উঠাঁ যৌৱনৰ সাদৰী সখা!'

কত যুগ গ'ল, যুগান্তৰ গ'ল, বই গ'ল কত মলয়া বায়!
কত নাৱৰীয়া নাও বাই বাই গ'ল—উঠাঁ হে উৰ্ব্বশী মায়।
ছয় ঋতু কত বিবিধ চৰায়ে, কত বিমোহন নৱ সূৰ্য্যোদয়ে
কৰি যায় সেই একে আৰাধনা, একেটি আহ্বান, একেটি কথা,—
'উঠাঁ হে উৰ্ব্বশী, উঠাঁ হে প্ৰেয়সী, উঠাঁ যৌৱনৰ সাদৰী সখা!'

হায় অভিশপ্তা, হায় অনুতপ্তা! পাষাণী বেশেৰে আছেহি শুই;
শত অনুৰোধ তেও কিয় শুনে, তেও কিয় জ্বলে সৌন্দৰ্য্য-জুই
যাৰ নয়নৰ এটি কটাক্ষৰে, তপোভঙ্গ হয় সকলো মুনিৰে,
তাৰ দুৰ্ব্বাসাৰ এটি দুৰ্ব্বাক্যত ৰ'ব চিৰকাল ইহেন দশা?
নহয়, নহয়,—'উঠাঁ হে উৰ্ব্বশী, উঠাঁ যৌৱনৰ সাদৰী সখা!'

ই কি! আকাশত দেৱতাসকলে কিবা আগন্তুক চাইছে জুমি?
কিৰণ-বেশেৰে অপ্সৰাসকলে চুমি পৰে কিয় মৰতভূমি!
ই কি অনাঘ্ৰাত কুসুম-মাধুৰী, ই কি পৃথিৱীত নৱ স্বৰ্গপুৰী?
ই কি অভিনৱ নতুন সৃষ্টিৰ নৱ পাতনিৰ নৱীন ৰেখা—
'উঠাঁ হে উৰ্ব্বশী, উঠাঁ হে প্ৰেয়সী, উঠাঁ যৌৱনৰ সাদৰী সখা!'

সহস্ৰ যুগৰ সহস্ৰ দেৱৰ মুক্তিবাণী লই শিৰত আজি
উৰ্ব্বশী-উদ্ধাৰ হেতু চন্দ্ৰদেৱ আহিল প্ৰেমিক সন্ন্যাসী সাজি।
শাৰদী পূৰ্ণিমা-ৰূপ কিৰণেৰে মুক্তিৰ প্ৰসাদ জোনায়ে বিতৰে;
তাৰে প্ৰেৰণাত চোৱাঁ, কি নতুন আশাই মেলিলে পোখা—
'উঠাঁ হে উৰ্ব্বশী, উঠাঁ হে প্ৰেয়সী, উঠাঁ যৌৱনৰ সাদৰী সখা!'

জাগৃত সউ যে ভাগ্যৰ উদয়-অচলত দিব্য জেউতি-ৰাজি,
জাগৃতা, জাগৃতা পাষাণী সুন্দৰী ভুৱন-মোহিনী বেশেৰে সাজি।
স্বৰগে মৰতে আজলী বিজুলী, কি যে নৱ আশা উঠিছে উজলি॥
কি যে মধুময়, পূত পৰিণয় উৰ্ব্বশী-চন্দ্ৰমা-মিলন-নিশা!
'উঠাঁ হে উৰ্ব্বশী, উঠাঁ হে প্ৰেয়সী, উঠাঁ যৌৱনৰ সাদৰী সখা!'

গ'ল শত যুগ, কালাভিশাপৰ সেই বিষ-কোপ কেনিবা গ'ল;
মুকলি স্বৰগ, মুকলি মৰত, বিশ্বৰ সকলো মুকলি হ'ল!
স্বদেশ-বিদেশ মুকলি মুকলি, ছিগিল লোহাৰ বন্ধন-শিকলি!
মুক্ত ঈশ্বৰৰ মুক্ত জগতত উজলিছে মুক্ত হোমৰ শিখা!
'উঠাঁ হে উৰ্ব্বশী, উঠাঁ হে প্ৰেয়সী, উঠাঁ যৌৱনৰ সাদৰী সখা!'

এই মিলনৰ পৱিত্ৰ অগনি জ্বলাঁ জ্বলাঁ আজি জগত জুৰি!
কাল-অভিশাপ পাহৰি পেলোৱাঁ, বাজা হে মুক্তিৰ অমৰ ভেৰী!
জয় হে জোনাক-জীৱন-যুক্তা, জয় হে উৰ্ব্বশী, হে শাপমুক্তা,
জয় জয় সৰে নন্দন ৰাজ্যৰ অধিবাসী এই জোনালী নিশা!!
'উঠাঁ হে উৰ্ব্বশী, উঠাঁ হে প্ৰেয়সী, উঠাঁ যৌৱনৰ সাদৰী সখা!'

## মিচিকি লাজেৰে কোনে হাঁহে?

মিচিকি লাজেৰে কোনে হাঁহে?
লাজৰ ওৰণি কোনেনো টানি
গোপন বেশেৰে আছে!
সঘনে কঁপিছে হৃদয়ৰ তাঁৰ,
ভাবৰ জুৰিটি ভৰি উঠে পাৰ;
টল্‌বল কৰি আৱেগ জনায়
সোণৰ কমল পাহে।

হাঁহিছে তৰাৰ থূল—
লাজৰ ডাৱৰে জোনাই আৱৰি
কৰি তোলে বিয়াকুল।
ভাবৰ জুৰিটি নেভেটিবা আৰু
জীৱনে-মৰণে ব'ব;
শুইনে-বিমানে মিলনে-লগনে
সুখৰ ছবিটি ভাহে॥

## মোৰ গাঁও

আজি এই যৌৱনৰ শেৱালি বনত পৰি
সুশীতল শেতেলিখনিত,
বনৰ ছাঁয়াৰ দৰে কত স্মৃতি আহে যায়
মনৰ মাজত মোৰ—
কত অশ্ৰু আনন্দজনিত!

কমাৰফদিয়া! এই সৰু গাঁওখনি মোৰ
ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ আভৰণ;
ইয়াতে শৈশৱলীলা ইয়াতে এদিন মোৰ
কোনোবা শৰত ৰাতি—
যৌৱনৰ ধীৰ জাগৰণ।
দুটি চকু মেলিয়েই ইয়াতে পোনতে দেখোঁ
বিনন্দীয়া সৃষ্টিৰ পোহৰ,
ইয়াতে পোনতে ভাগে আবেগৰ মূৰ মোৰ—
মোৰ আই, বাই, ভনী
সকলোটি কেনে চেঁপাহৰ!
লগৰ লগৰী স'তে ইয়াতেই পোনতেই
হইছিল হিয়া-দিয়া-দিই,
বুকুৰ বঙহে স'তে ডিঙিত সাৰটি ধৰি
হায়, কত চেনেহেৰে—
হইছিল কথা কোৱাকুই!
পুহৰ জাৰত থই গাৰ ছকঠীয়াখনি
মেজি-খৰি গোটালো কতনা;
পথাৰে পথাৰে লৰি গৰু-যুঁজ চাই চাই
কত ৰঙ লভিছিলো—
নাই আৰু আজি সেইদিনা!
সৰু গাঁওখনি! তোক কত ভাল পাইছিলো!
ভাল পাওঁ আজি শতবাৰ;
মোৰ জন্ম-জন্মান্তৰ কত স্মৃতি আজিও যে
কত যে যতন কৰি—
আছ লই, যেন আপোনাৰ!

সেই যে অযুৰ্ত কথা মোৰ হৃদি-শোণিতেৰে
ধুই ধুই নতুন নিতউ,
নতুন সি জোন-বেলি নতুন সি গছ লতা
সেই সকলোকে লই—
ন মোৰ শৈশৱ আকউ!
গহীন দিখউ নই আজিও বইছে ধীৰে—
কত দিন গইছে উকলি!
মোৰ কত লগৰীৰ চিতাৰ জুইৰে হায়
এদিন ইয়াৰ পাৰ—
হই গ'ল ধুৱলীকুৱলী!!
সেই গাঁও, সেই দিন গ'ল আজি সকলোটি
একেলগে সকলো হেৰাল;
আগৰ সকলো আছে তথাপিও কিবা যেন
কাঁহ পৰি জীন যোৱা—
সকলোটি নিমাত নিতাল!
ভাৱনা সবাহ পাতি ডেকা ল'ৰা সকলোটি
জুমে জুমে শুফুৰে বাটত,
চাপিলে বিহুৰ কাষ গাঁৱৰ গাভৰু-ডেকা
নহয় পুনৰ কিয়
মতলীয়া ঢোলৰ মাতত!
বিশ্বৰ সৌন্দৰ্য্য খনি! জন্মভূমি তই মাথোঁ
এচমকা ব্ৰহ্মাণ্ডৰ হিয়া;
ওলায় চকুলো মোৰ দেখিলে আগত তোৰ
বুকুৰ সৌৰভ হতে
কাল আহি কাঢ়ি লৈ যোৱা।

আগৰ নিচিনাকই গঞাৰ মাজত আৰু
নাই সেই বান্ধ সমাজৰ,
মিলা-প্ৰীতি-একভাৱ জঁকা মাত্ৰ অৱশেষ—
কুৰ্চ্চুট কপট মাথোঁ
সকলোৰে ৰজা হৃদয়ৰ।
জাতীয় উছৱ আদি কোনো-ৰঙ ধেমালিতে
নাই প্ৰাণ আগৰ সিদৰে,
ধনকে মাথোন চিনি মৰম নিচিনা হ'ল
ধনেই কেৱল হ'ল
দয়া স্নেহ মূলতে সবাৰে।
তাৰ লগে লগে হায় দাৰিদ্ৰই বিন্ধিছেহি
খাবলই বছৰ জোৰাই
নাটে দেখি, লাহে লাহে এঘৰ-দুঘৰ কই
উঠি গই গঞালোক
ফুৰিছে'গে অনাই-বনাই।
হয়তো দুদিন পাছে এই গাঁও, এই বাৰী
গুচি হ'ব নতুন পাতনি;
তেতিয়া, তেতিয়া মোৰ এই গাঁও, এই স্বপ্ন
হবনেকি সঁচাকৈয়ে
সকলোটি এথানি-এবানি!
চেনেহৰ গাঁও মোৰ যদি দুদনীয়া হই
বহুদিন আছোঁ প্ৰবসুৱা,
ব্ৰহ্মাণ্ডত চালি-জাৰি ক'তো হ'লে পোৱা নাই
এদিনৰ কাৰণেও
সৰলতা আজি তেনেকুৱা।

জগতৰ চাৰিফালে উন্নতিৰ উঠি ঢউ
দিছে আহি যিমান ধুৱাই,
সিমানে আঁতৰি যায় এই হেঁপাহৰ ধন !—
কোনে পুনু আনি তাক
দিব মোক ওচৰ চপাই ?
'আই' বুলি, 'ভাই' বুলি 'ককাই', 'দেউতা' বুলি
সকলোৱে ডিঙিত ওলমি,
যিবা সৰলতা শিক্ষা কৰিছিলা তাহানিয়ে
তোৰ বুকুৰেই বান্ধ—
সৰগৰ মৰমত পমি ;
সেই শিক্ষা আদি মোৰ সেই শিক্ষাতেই শেষ
সেই শিক্ষা সৰাৰে শিৰত ;
সভ্যতাৰ মুখা পিন্ধি মানুহক ভুৱা দিয়া
জগতৰ মিছা শিক্ষা
থক তাৰ চৰণ তলত !
আৰু এশবাৰ ক'ম, এশবাৰ পাম ভাল
তোক মোৰ চেনেহৰ গাঁও !
জনমে জনমে মোৰ তোৰ সৰলতা সানি
দে এই হুচকুত,
জগতক প্ৰাণভৰি চাওঁ ।

---

## প্ৰসন্নলাল চৌধুৰী ( ১৯০২— )

### পছোৱাৰ ডাক

পছোৱাৰ আগে দিছে ডাক
ৰক্তপত্ৰ দল উৰুৱাই,
প্ৰমত্ত দুৰ্বাৰ।
জাগ জাগ যৌৱনৰ উগ্ৰ ৰক্তৰাগ,
জগত জীপাল কৰা সাৰ।
নৱ যুগ সৃষ্টি কৰা জাগিছে নতুন জ্যুপিটাৰ,
তই সঙ্গী বজ্ৰনখী হিংস্ৰ ঈগলৰ দল,
তমোৰাশি কৰা বহিষ্কাৰ,
তীব্ৰ দৃষ্টি মুক্ত পক্ষ
ফালি ফুৰা
ব্যোম পাৰাবাৰ।
তোৰ বাবে জগতৰ দ্ৰাক্ষা কুঞ্জ
ৰসে ৰসময়,
তয়ে তীক্ষ্ণ কালকূটে কণ্ঠ পুৰ্ণ কৰি
হোৱা মৃত্যুঞ্জয়।
পশ্চিমৰ ৰণমত্ত জাতি
কৰে বিষ বাষ্প বৰিষণ
আত্মৰক্ষা শত্ৰুনাশ হেতু,
পৃথিৱীৰ আতংকৰ হয় অৱতাৰ
সাজি ধূমকেতু;
আছে তাৰ প্ৰতিকাৰ, প্ৰতি-আক্ৰমণ,
আছে তাৰো বাণী সাৱধান
মুহূৰ্ত্তত্তে মিলেছি মৰণ!

তোৰ বাবে বৈ আছে তাতোকে ভীষণ,
কাৰাগাৰ আখ্যা মই শৃংখলা শাসন,
অন্ধকাৰ কক্ষভৰা ৰুদ্ধ বাষ্প ঘন
তিলে তিলে বিলাব মৰণ,
জীৱনতে নৰকৰ যমৰ যাতন,
মনোবল প্ৰাণশক্তি কৰিব হৰণ ;
হে নিৰ্ভীক। হব তাতে
আত্মাৰ দীপ্ত জাগৰণ।
সিন্ধু মথনত উঠা বিষ অগ্নি স্ৰোত
শিৱ বিনে কোনে কৰে ৰোধ ?
নীলকণ্ঠ তোত বিনে অন্য আৰু নাই,
এই বাৰ্তা পছোৱাই আনিছে উৰাই
নতুন দিনৰ মন্ত্ৰ হৰিষে পূৰাই !
জগতৰ কোনো শক্তিধৰে
গঢ়া নাই এনে লোৰ বেৰী,
তই যাক সবলে মুচৰি
নোৱাৰ কৰিব গুড়ি
খণ্ড খণ্ড কৰি ;
গঁথা নাই এনে দুৰ্গ ষ্টীল কংক্ৰিটৰ
অনিৰুদ্ধ ৰাখে তোক ধৰি।
দুৰ্যোগৰ ৰুদ্ৰ তাণ্ডৱেও,
অভ্ৰভেদী গিৰি পৰ্বতেও,
পথ তোৰ নোৱাৰে ৰুধিব ;
শ্ৰাৱণৰ বিদ্যুত বিদীৰ্ণ বক্ৰ পথ
মুক্ত সদা তোৰ বাবে,
জ্যোতিৰূপে যুগে যুগে প্ৰকাশি উঠিব।

তোৰ বাবে পক্ষীৰাজ ঘোঁৰা আছে বৈ
অতীষ্ঠ উন্মাদ,
মন পবনৰ বেগ উত্ৰাৱল আজি
পৰম দুৰ্ম্মদ।
অগ্নিগড়-ৰূপ-দুৰ্গ-বন্দিনী উষাই
দেখিছে সপোন,
আকাশত চিত্ৰলেখা সখীয়ে কৰিছে
মায়াৰ সৃজন।
কৰ তোৰ যাত্ৰা আৰম্ভণ!
ৰুধিৰাক্ত বলিশাল খড়গ উঠে নামে
আৰু লাগে বলি
সশস্ত্ৰ অৰাতি দুৱাৰত উপস্থিত
খোজে গলাগলি
তোৰ বুকু উঠক উতলি।
আজি কাঠ ভেদি কুঁহিপাত ফুটি উঠিবৰ
উন্মেষ গোপন,
নিৰস ৰসত লাল ফুল ফুলিবৰ
তীব্ৰ জাগৰণ।
শীত আছে সুপ্ত হৈ কুঁৱলী নিহালী
মৃত্যু শয়নত,
অৱসন্ন অতীতৰ কঁপে কণ্ঠস্বৰ
নিদ্ৰা ময়নত।
লাগে এটি শক্তি মন্ত্ৰময়
কেন্দ্ৰীভূত প্ৰাণৰ পৰশ,
সম্মোহন লীলাময় আনন্দ উজান
ইঙ্গিত সৰস।

সকলোৰে সাৰ্থকতা আহিব চৰম
বিকাশৰ সুখ,
অধৰৰ আগত ফুলিব প্ৰিয়তমা
চুম্বন উন্মুখ!

## ফাকুৱা

পৰ্ব্বতত লাগিছে ফাকুৱা
আহে ৰোল অবিৰল
লাগে হুৰাহুৰা,
ঢাক-ঢোল বজাই বজাই
জাকে জাকে নামিছে পছোৱা,—
মতলীয়া কোন বনৰীয়া ?
কোন ক্ষুদ্ৰ সমুদ্ৰত, কোন ৰুক্ষ প্ৰান্তৰত,
যুগে যুগে পথভ্ৰান্ত উদ্ভ্ৰান্ত অশান্ত—
অগণন অঘৰী কাৱালী,
পছোৱা কুৰুৱা বা-মাৰলী,
সুৰৰ মদিৰা তুলি তুলি,
বাঁহী বাই বাই,
বৰ্ব্বৰ নাচোনে গান গাই
বসন্তক অকস্মাতে ধৰে আকোৱালি,
গাব ধৰে ফাকু ৰঙা হোলী,
কৰে কোলাকুলি—
আনন্দত উকৰাই ধুলি।
সৃষ্টি নাচে পিন্ধি কুঁহিপাত,
বতাহে মাতিছে মধুমাত—

সূৰুযে ৰঙৰ ৰং ঢালে—
ওপচায় সোণোৱালা বোলে।
আকাশত কালী পেঁপা বাজে
পাতালত তাৰে মন্ত্ৰ লাগে,
কপালত মণিমালা পিন্ধি
ফণিনী নাচনী বালা জাগে।
এই অঘৰীৰ সুৰে সুৰে
মন মোৰ ক'ত জানো উৰে।
ধৰঁলী-কুঁৱলী হোলী খেলে
নাচে-বাগে অৰণ্যে পৰ্ব্বতে
আপোন পাহৰি আলাসতে
মতলীয়া চকুকে নেমেলে
ঢৌৱে শিলে দিয়ে হাত তালি
মদাৰে পলাশে ফাকু মুঠি মুঠি লই
দিশে দিশে দিয়ে ঢালি ঢালি,
কাঞ্চনৰ তৰাই ধৰাত
পৰশন দিছে হালি-জালি।
বৰনৈৰ বালিচৰে
মোকে চাই চকু পিৰিকাই
চাকৈ চকোৱা যুৰি
মাতি মাতি কেনি উৰি যায়।
কোনোবা যুগৰ সেই গন্ধবোৰে
বয়স পাহৰি
বাহু দাঙি নাচি নাচি তোলে
কুঁহিব সুহুৰি।

উৰ্ব্বশীৰ ৰূপালী অঞ্চল বিচঞ্চল
কৰে পৰশন,
উমানন্দ ভৈৰৱৰ সংযত বুকুত
কঁপি কঁপি লাগে হৰষণ।
পালতৰী আছে জোনোৱালী
দূৰান্তৰ যাত্ৰী ফাকুৱাৰ,
সপোনৰ উচ্ছ্বাসত সন্ধ্যাত ওপচে
সুৰৰ জোৱাৰ!
সুখ সৌৰৰণীবোৰে পাখি মেলি আছে
মৰম সুঁৱৰি,
আৱেগৰ ঢৌৱে ঢৌৱে নাচে
কবিতা কুঁৱৰী।
মনে মোৰ কান্দিছে উচুপি,
সকলোতে লাগে উদাসীন,
উৰি যায় দূৰ দূৰলৈ
নিৰঞ্জন বিষাদ গহীন।
আজিৰ লগন দেখোঁ যাবই লাগিছে
কালিলৈ গৈয়েই ঢুকাব।
দুখ কিটো? গলেওতো হিয়াতে থাকিব
ঠাই নাই ক'তনো লুকাব?
মানুহৰ হিয়াৰ কোণত
হোলী লাগি উঠে আৱেগত
বৃন্দাবন জাগে জোনালীত;
চিৰন্তন ৰস তাৰ পান কৰি কৰি
জাগে মোৰ ৰোমাঞ্চিত চিত।

---

## পাৰ্ব্বতিপ্ৰসাদ বৰুৱা ( ১৯০২-১৯৬৪ )

## সোণৰ সোলেঙৰপৰা

### গীত

আহিছো ব'ৰাগী এন্ধাৰ বাটত জীৱনৰ জোৰ লৈ,
চিৰ-অভেদ্য মহাৰহস্য সন্মুখত আছে ৰই
দূৰণিত সৌ ক'লা যৱনিকা,
তাৰ সিপাৰত আছে কিনো লিখা,
কোনে জানে তাৰ সন্ধান, আজি কোনে মোক দিব কৈ ?
আহিছো ব'ৰাগী এন্ধাৰ বাটত জীৱনৰ জোৰ লৈ ॥

সিপাৰত সৌ নীৰৱতা-ভৰা গভীৰ এন্ধাৰ ঘোৰ
তাৰ তলতেই আছে হেনো যত সোণৰ সোলেঙবোৰ।
সোণৰ সোলেঙ সুখৰ সপোন,
চৰম প্ৰাণৰ হেঁপাহ গোপন,
তাকেই বিচাৰি আহিছো ব'ৰাগী জ্বলাই বুকুত জোৰ।
সিপাৰত সৌ ভৰা নীৰাৱতা এন্ধাৰ গভীৰ ঘোৰ ॥

মহাজীৱনৰ বন্তি জ্বলিছে চৌদিশ উজলাই
দূৰণিৰপৰা এফেৰি আভাস মাথোঁ দেখিবলৈ পায়।
জীৱনৰ চগা উৰা মাৰি যায়,
ধৰোঁ ধৰোঁ কৰোঁ, বিচাৰি নেপায় ;
যিমানেই যায় কাষ চাপি তাৰ সিমানেই আঁতৰি যায়।
মহাজীৱনৰ বন্তি জ্বলিছে চৌদিশ উজলাই ॥

দূৰণিত সেই ছাঁ-পোহৰৰ সপোন-মাধুৰী চাই,
মৰতৰ জীৱ হাবাথুৰি খাই বাটকুৰি বাই যায়।

কত বলিয়াই অনাই বনাই
সপোন দেখাৰ বাতৰি জনাই,
ফাগুন দিনত লিহিৰি বনত মিলন-ৰাগিণী গায় ;
দূৰণিৰ সেই ছাঁ-পোহৰৰ সপোন-মাধুৰী চাই ॥

কত সন্ধানী জেউতি বিচাৰি ফুৰে সংশয় ছেদি
কত ৰহস্যী বনাই ফুৰিছে ছাঁ-জুই খেদি খেদি ।
দেখি জীৱনৰ গতিৰ সপোন
ওপৰে উৰিছে তাৰকা তপন,
পাষাণ হিয়াত নিজৰা জৰিছে গিৰি-কন্দৰ ভেদি ।
কত সন্ধানী বিচাৰে জেউতি শত সংশয় ছেদি ॥

হয়তো সপোন সাফল হ'ব মায়াৰ কুঁৱলী যাব,
সপোনত যাক বিচাৰি ফুৰিছে দিঠকত দেখা পাব ।
লভি সপোনৰ গুপুত মৰ্ম্ম
সপোন দেখাতে সিজিব কৰ্ম্ম
বীণব'ৰাগী জীৱন-শেহত বীণৰ প্ৰাণটি পাব ।
হয়তো সপোন সাফল হ'ব মায়াৰ কুঁৱলী যাব ॥

## সোণৰ হৰিণা

সোণৰ হৰিণা তই
ক'ত দেখিলি ?
ছাঁ-জুইৰ পোহৰত
ধন লেখিলি ।

দূৰত ৰূপৰ ছাঁয়া
চকুত লাগিছে মায়া,
সমুখত উৰে জিঞা
নাচে পখিলী।

বননিত ৰঙা ফুটি
পলৰীয়া ভৰি ;
অ' বলিয়া খেদা মাৰি
পাবি জানো ধৰি ?

মায়াৰ ফান্দত পৰি
হৰিণে লুকাব ভৰি
জিঞাৰ পৰিব সৰি
পাখি ফুখিলি।

---

## মহেন্দ্ৰনাথ ডেকাফুকন ( ১৯০৩-১৯৭৩ )

### পুৰণি পুতলা

যুগে যুগে মোৰ এটি দুৰ্নাম—
মই হেনো আঁকো মোহিনী ছবি ;
মই হেনো গাওঁ সুমধুৰ গীতি,
মোকে হেনো বোলে বিশ্বকবি ।

মোৰ হেনো নাম কবি-কঙ্কণ,
ময়ে হেনো পালো বাণীৰ বৰ ;
মোক বোলে কেৱে শিল্পী শিপিনী,
কেৱে বোলে মোক চিত্ৰকৰ ।

ছবি জানো মই নিজে নিজে আঁকো ?
পুৰণি ছবিকে মচিহে যাওঁ ;
মচোঁতে মচোঁতে পাওঁ ন ন পট,
তাকে দেখুৱাওঁ, তাকেই চাওঁ ।

গীতো জানো মই নিজে নিজে ৰচোঁ ?
গীতৰ সঁফুৰা মুকলি কৰো,
তাকে দিওঁ থওঁ এটি দুটিকই,
তাৰে শুনোতাৰ চিত্ত হৰো ।

মই কি তুলিম সুৰৰ লহৰী ?
বোৱঁতী নিজৰা বোৱাই আনো ;
জুৰি ত্ৰিভুৱন সুৰধনী ৰূপ
যায় সেয়ে বই, ইমানে জানো ।

মই কি গাঁথিম ছন্দৰ মালা,
মই কি ৰচিম কবিতা-হাৰ ?
পুৰণিবোৰকে সজাই-পৰাই
আপোন পাহৰোঁ, নাপাওঁ পাৰ

মই কি গঢ়িম ৰূপহ মূৰতি ?
মইনো কি দিম নতুন ৰূপ ?
পুৰণি পুতলা ঘঁহি-পিহি লই
ধৰো সমুখত প্ৰদীপ-ধূপ ।

মই কি বাছিম আঁচলত ফুল
শিপিনী-লতাৰ সুৰদি ফল ?
পুৰণি চানেকি চকু ছাটি আছে
পাতি যাওঁ তাকে অবিকল ।

মইনো কি গাম, মই কি বজাম,
মই কি নাচিম নতুন কই ?
চিনি পাওঁ মানে সকলো পুৰণি
মইযে থাকিলো পুৰণি হৈ ।

নতুন নতুন নৱীন নৱীন
তৰুণ তৰুণ সকলে কয় ;
মই দেখোঁ সেই একে পুৰণিকে
সাজ-পাৰ মাথোঁ সলনি হয় ।

একে প্ৰকৃতিৰ একোটি স্বৰূপ
একোটি স্বভাৱ সদায় এক ;
চোৱাৰ দোষতে চিনাৰ ভুলতে
লিছে এককে বহু, অলেখ ।

ছবি একেখনি, গীতো একেটি,
সুৰো এটিহে, জানিছোঁ মই,
তাৰে একোফেৰি একোকণি আনি
লওঁ দি দি নাম সুকীয়াকই।

কি মহাচিত্ৰ কোটি বৰ্ণেৰে
কোন শিল্পীয়ে আঁকিলে জানো ;
চাওঁ মানে চাওঁ, অন্ত নাপাওঁ,
বিস্মিত হওঁ, তবধ মানো।

গ্ৰীষ্ম বৰষা শীত বসন্ত
হেমন্ত শৰৎ ছখিলা পাত,
কোনে লুটিয়ায়, কোনে আঁকি যায়,
কোন মোহিনীৰ মায়াবী হাত ?

কিযে অনুপম অঙ্কন-লীলা !
কিযে অপৰূপ ৰঙৰ খেলা !
কিযে আলো-ছায়া, কি গঢ়-গঠন,
কিনো বিমোহিনী মায়াৰ মেলা।

প্ৰতি ৰেখ কিযে মায়াৰ শিকলি !
প্ৰতি আঁচ কিযে মায়াৰ খনি
কিনো লেখনীৰে আঁকে কেনেকই,
কত চাওঁ জুমি নাপাওঁ মনি।

এই চিত্ৰতেই বিৰাট বিশ্ব
নিতে ন ন কই সজাই-পাৰি
কোন খনিকৰে পাতিব লাগিছে
'হৰ-মোহন'ৰ মোহন বাৰী ?

কোনে বায় বীণ এনে অনুদিন ?
এনে অনুক্ষণ এনুৱাকই ?
যত পাতোঁ কাণ পমি আছে প্ৰাণ,
বীণ-মায়াবীক নেদেখোঁ মই।

কোনে গায় গীত, হৰি নিয়ে চিত ?
আতমা শৰীৰ সকলো সপোন।
পাওঁ বুলি লগ আশাধাৰী হই
যুগ-যুগান্তত নিৰলে খপোঁ !

কালৰ বুকুত চৰণ চলাই
কোনে ৰুণ্ ৰণ্ নৃত্য কৰে ?
কোনে তোলে সুৰ, কোনে ধৰে তান,
কোনে লগে লগে সুঁহুৰি ধৰে ?

কোননো গায়ন, কোননো বায়ন,
নাচনীনো কোন, শিপিনী কোন ?
কোন শিপিনীয়ে ইন্দ্ৰ-জালত
বান্ধিলে বেলিক, বান্ধিলে জোন ?

মইনো কি গাম, মই কি বজাম,
মই কি নাচিম নতুনকই ?
গায়ন বায়ন সকলো প্ৰাচীন,
পুৰণি নাচৰে পুতলা মই।

---

## জ্যোতিপ্ৰসাদ আগৰৱালা ( ১৯০৩-১৯৫১ )

### মোৰে জীৱনৰে সখা কৃষ্ণ তই

মোৰে জীৱনৰে সখা কৃষ্ণ তই
মোৰে জীৱনৰে সখা কৃষ্ণ।
মোৰে জীৱনৰে সখা কৃষ্ণ তই,
বজাব কি সুৰে বেণু ?
কপালতে তোৰ কোনে আঁকি দিলে ইন্দ্ৰধনু ?
পুৰঁতি নিয়ৰে, সানে চৰণতে
শুকুলা মুকুতাৰ ৰেণু।
অ' তোৰ শ্যামল গাতে কোনে
চন্দন পিন্ধালে
অ' তোৰ ফুল-কুমলীয়া তনু
বজাব সোণৰে বেণু কৃষ্ণ তই
বজাব সোণৰে বেণু।
সুৰৰে জিঞ্জিৰি পিন্ধালি মোক
সুৰৰে জিঞ্জিৰি।

### জানো জানো জানো

জানো জানো জানো
বিফলে নাযায় মোৰ গানো।
মোৰ যত অশ্ৰুজল
তীৰ্থজলেৰে মিলি
উজলিব পূজাৰীৰ
কোষায় কোষায়

জানো জানো জানো
মোৰ যত অভিনৱ গান
বিকশিত কমলৰ গন্ধ সমান
জানো জানো
জগাব সি বিশ্বৰ প্ৰাণো।
অকলশৰীয়া সৌ পুঁৱতিৰ তৰা
আপোনাৰ গানতেই আপুনি বিভোৰ।
উষাৰ কোলাতে মাৰ যায়
পোহৰতে হাঁহিটি বিলাই
জানো জানো জানো
বিফলে নাযায় তাৰো গানো।

## সৌ আকাশত নীহাৰিকা উৰে

সৌ আকাশত নীহাৰিকা উৰে
কত জীৱনৰ কত ৰূপৰ
কত গুণৰ
বৰ্ণ গন্ধ গানৰ সুৰৰ
প্ৰকাশ-প্ৰেৰণা
মাটি পানীৰে ৰূপ ল'বলৈ
বিশ্ব-ভুৱন ঘূৰে।
তাত আশাই কান্দে
ভাষাই কান্দে
তাত হাঁহিয়ে
ওঁঠ বিচাৰি মৰে।

তাত ময়ো আছিলোঁ
মই হ'বলৈ বৈ,
তাতে তোকো দিছিল নসজাকৈ
নগঢ়াকৈ থৈ ।
তাত সুন্দৰেযে ফুলাৰ মন্ত্ৰ
অহোৰাত্ৰি মাতে ;
সেইহে আজি ইমান ফুল
প্ৰভাতে প্ৰভাতে ।
সেই মন্ত্ৰ শুনি ৰূপত পালোঁ সাৰ
সেই মন্ত্ৰ শুনি
মোৰ লগৰী,
হাঁহি জাগিল
মোৰ জীৱনৰ বাঁহী জাগিল
জাগিল সংসাৰ ।

## কবি

কল্পনাবিলাসী হৈ
কল্পনাৰ বগা ডাৱৰৰ
মাজে মাজে উৰি ফুৰা
সোণোৱালী পুৱা সন্ধিয়াৰ
ফুলে ফুল পাখি লগা
পখিলাটি হৈ

পাহৰিব খোজা নাই,
বাস্তৱৰ সমস্যা নিষ্ঠুৰ
পাহৰিব খোজা নাই
জীৱনৰ কৰ্ত্তব্য কঠোৰ
পৃথিৱীৰ মাটি পানী
ধূলি বালি এৰি থৈ
হ'ব খোজা নাই মাথোঁ
কল্পনাৰ সপোনৰ বাগীৰে বিভোৰ।

## এহাতেৰে মই বগা পহুমেৰে

এহাতেৰে মই বগা পচুমেৰে পূজা কৰোঁ সুন্দৰৰ
আনটি হাতেৰে চলাই অস্ত্ৰ ৰোধ কৰি যাওঁ
অবিচাৰ যত, অত্যাচাৰ যত, অন্যায় যত,
কদৰ্য্য অসুৰৰ স্বাৰ্থান্ধ মানুহৰ
পৃথিৱীলৈ অহা নতুন আলোক
ভেটা দিয়া বৰ্ব্বৰৰ।
অসত্যক মই শঙ্কা নকৰোঁ
প্ৰতিক্ৰিয়ালৈ মই সমুলি নডৰোঁ
জানো জানো জানো
পৃথিৱীত হব সত্যৰ সদা জয়।

---

## বিনন্দচন্দ্ৰ বৰুৱা ( ১৯০৫ )

### গড়গাঁও

গড়গাঁও, গড়গাঁও, কথা শুনি ভল যাওঁ
বাট দেখি পিছলেযে পাৰ ;
দিখৌৰ সোঁতত যোৱা, ভটীয়নী বল পোৱা
উভতিব খোজে মাৰ-নাও।
—ওচৰতে দেখি গড়গাঁও।

ওলট্-পালট্ দেশ, কথাৰে নহয় শেষ,
কটাৰীৰো ডাবে তাৰ কাটে ;
বাঘ-গৰু হালে, একে ঘাটে পানী খালে,
নগৰৰ দেও-লগা ঘাটে ;
—দেও তাতে ফুৰে হাটে-বাটে।

বিদেশীৰ চকু থিৰ, স্বদেশীৰ ওখ শিৰ,
দেও-লগা মানুহৰ দেশ ;
উজুটিত ভাগে দাঁত, কোঢ়ালত হৰে মাত,
অহা-যোৱা নাই তাত শেষ ;
জনে জনে ভিন্ ভিন্ বেশ।

মনত লুকাই কথা, মুখেৰে দেখাই বেথা
কামত ওলোটা পাক মাৰে ;
মুখে থাক থাক বুলি, নাৱত মিতিৰ তুলি
ভৰিৰেই ঠেলি দিয়ে নাও
গড়গঞা মিতিৰৰ ভাও।

সকলোৰে আছে কাম, নোহোৱাৰ নাই নাম,
কাপুৰুষে সদা পায় লাজ;
নাই দিন, নাই ৰাতি, নাই পানী, নাই মাটী,
আদেশ মাথোন হয় 'সাজ'
ইচ্ছা যেনে স্বৰ্গমহাৰাজ।

বিলত নগৰ হয়, নগৰত নৈ বয়,
ঢোদে তাত বান্ধে ৰাজআলি;
কাৰেঙৰ দেও ইটা, শিল্প যেন চটা চটা
গাঁথে তাতে হাঁহকণী ফালি,
—বমুৰাৰ নিছিগেই লালী।

শাৰী শাৰী চোংঘৰ, দাঁতিত মাটিৰ গড়,
আছে ভৰি সেনা জাকে জাক,
একেৰাহে দিন ৰাতি চন্তৰী বাব খাটি
নগৰত মাৰে ঘনে পাক;
—সৰু বৰ বুলিবানো কাক?

পূৰঠ ভীমৰ কায়, ভ্ৰান্তি অকণো নাই,
যুঁজৰ কুকুৰা যেন দেখি;
কুহুম-বুলীয়া পাগ, শিৰে স'তে কৰে আগ,
ৰজাক জীৱন দিলে লেখি;
—বৰ ভাল লাগে সাহ দেখি।

একে একে সকলোটি, বান্ধে গড়, খানে মাটি,
জঁাত জঁাত মাৰে বৰনাও;
ব'ঠা নাই, আছে হাত, দা নাই, আছে দাঁত,
এনে সেনা ৰাখে গড়গাঁও;
—সেই দেখি শুনি তল যাওঁ।

যুঁজৰ বাতৰি পালে, হেংদান তুলি ল'লে
জাকে জাকে বাঢ়ি গ'ল আগ,
ল'লে ঘোঁৰা, ল'লে হাতী, হিলৈ, বৰশা, যাঠি,
যাৰ যেনে আছে পত্তা ভাগ;
শাৰী শাৰী দেখি মাথোঁ পাগ।

গিৰিপ্ গিৰিপ্ কৈ, গড়গাঁও পাৰ হৈ
যায় সেনা হৈ-ধ্বনি কৰি
ভৰিত শুকায় নৈ, শিল যায় ধূলি হৈ,
বসুমতী যায় যেন লৰি;
—ৰণচালি কোবে কোবে চৰি।

ঢোলত চাপৰ মাৰে, দবাত একোব পৰে,
ভোৰতালে খাওঁ খাওঁ কৰে;
মূৰত মথুৰা-পাগ, বিষয়াটি বাঢ়ে আগ,
ৰণুৰাই ৰণচালি ধৰে;
গড়গাঁও টলমল কৰে।

বেৰে-ছালে আছে কাণ, গড়গাঁও নোহে আন,
দ্ৰোহীয়াৰ মূৰ কটা যায়;
ৰজাৰ কুশল হকে, প্ৰজা আহি বলি যাচে,
নিজ নিজ দেহাটি শোধাই;
—এনে ৰজা পাবলৈকে নাই।

ৰাজসভা কিনো চাবা, স্বৰগ হাতত পাবা,
চাই চকু জল্-মল্ কৰে;
পিত্তলৰ দাপোণত এটি মাথোঁ মানুহত
চাৰি-পাঁচ গোট হৈ পৰে;
—দেখি বুকু ঘনকৈ লৰে।

জালি-কটা সুকুণ্ডাই ভয়ে ভয়ে ঘুমুৰাই
বেলিয়েও পোহৰৰ ছাটি
বাৰৰ ফুলত পৰি, বতাহত লৰি লৰি
ওৰে দিন দিয়ে ভাগ খাটি ;
—যাব পাৰে আহিলেহে ৰাতি।

শাৰী শাৰী থাকে পৰা পাটী-খেৰ-খণ্ডা-ঢৰা,
মানে মানে বহে মান-খোৱা ;
কটকী ছুৰবী থাকে ডাংধৰা জাকে জাকে,
ৰাজসভা চালে চকু-ৰোৱা ;
—আছে কত অহা আৰু যোৱা।

স্বৰ্গদেৱ মহাৰাজ, পিন্ধিলে ৰজাৰ সাজ
সোণ-চৰা সিংখাপ চোলা,
হাতে তুলি হেংদান, দেশৰ ৰাখিব মান,
জুৰি বহে আসনৰ কোলা ;
—সুকোমল কপাহৰ জোলা।

দেশৰ বাতৰি লৈ, কটকী চোৱাৰী গৈ
আঁঠু কাঢ়ি সেৱাৰে জনালে ;
মন্ত্ৰণা-সভা কৰি, দণ্ড হাতত ধৰি
ৰাজ-কাজ সকলো কৰিলে ;
—ৰাজ-সভা জিলিকি উঠিলে।

সপোনৰ শেষ ৰাতি, গড়গাঁও গ'ল উটি,
কাল-সাগৰত ঢৌ খেলি ;
কোনো জনে সাৰ পায়, কোনোৱে উভতি চায়,
একেথৰে আছে চকু মেলি ;
ভাগে মোহ দিলে লোকে ঠেলি।

গড়গাঁও আজি তাত, জিলীৰ শুনিবা মাত,
ভাবি চালে পিছলিব পাৱ,
নোলটেও, ভয় নাই, দিখৌৰেদি যোৱা নাই
ভটীয়নী সোঁতে মাৰ-নাও ;
ভাবি ভাবি বিচুত্তিয়ে খাওঁ।

নাই সেনা, নাই হাট, নাই পানী, নাই বাট,
নাই ৰজা, ৰাজসভা তাত ;
কাৰেঙৰ চিন আছে, দেৰে তাত ৰাতি নাচে,
মৰণৰ মেলা আছে হাত ;
গড়গাঁও পৰি গ'ল শাঁত।

শ্মশান-বলিয়া কবি, শোকৰ বিচাৰি ছবি,
আছে তাত বহি ৰাতি-দিন ;
হুমুনিয়া এটা পাই, বতাহেও লৈ যায়,
তাকে আনি দিয়ে মাথোঁ চিন ;
বাকী সকলোটি কালে লীন।

পগলা কবিৰ গাত, মাৰে যেন চাট্ চাট্,
কাৰেঙৰ ইটা খহি আহি ;
শ্মশান বিচাৰি ফুৰা, লগে মাথোঁ জুইকুৰা,
থাকিবযে নোৱাৰে সি নাহি ;
—শ্মশানতো ফুলে ফুল পাহি।

## শৰতৰ আহ্বান

আদৰি আনিব কোনে তোক শাৰদী
আদৰি আনিব কোনে ?
আদৰি আনিব শেৱালিৰ পাহিয়ে
আদৰি আনিব জোনে।
শেৱালিৰ তলতে সেউজী দলিছা
ফুলেৰে ফুলাম কৰা,
তাতে বহিবিহি ৰূপহী শাৰদী
উজলি উঠিব ধৰা।
মেঘ আপদীয়া যাব ঘৰাঘৰি
নীলা চন্দোৱাৰ এৰি,
দিনত বেলিয়ে ৰাতি জোনবায়ে
মুৰত ধৰিব তৰি।
পথাৰৰ ৰঙীয়া বগা ধকেধকী
মিনাকৰা দাঁতি তাৰ,
পাৰি থোৱা আছে তই যাবি বুলি
চাবলৈ লুইতৰ পাৰ।
ৰূপহ লুইতৰ ৰূপহ পানীত
ৰূপহী শাৰদী গই,
মিলিলে চৰিব ৰূপত ৰূপহ
জগত বিভোল কই।
তই দুখ পাৱ বুলি ঐ শাৰদী
মেঘেও এৰিব পানী,
বেলিয়ে পেলাব সুৱদী কিৰণ
তোৰ আগমণি জানি।

সাদৰী শৰীৰ পথালিব তোৰ
নিয়ৰে আদৰ কৰি,
মিচিকি হাঁহিৰে বেলিৰ কিৰণে
মলছিব হাত ভৰি
পছমৰ পাহিৰে ফুল বাছি গাত
বুটা বাছি চকা পাতে,
ভোমোৰা সাৰথি লৈ আহ শাৰদী
বসন্ত সোমোৱা বাটে।
তোৰেই লগত মোকো বহুৱাবি
শেৱালি দলিচা পাৰি,
সেউজী পথাৰৰ আলিয়ে যাওঁতে
মোকো লৈ যাবি ধৰি।
নীলা চন্দোৱাৰ তলত এফেৰি
মোকো ঠাই দিবি তই,
লুইতত ৰূপহ ৰূপহী মিলন
চাম এখন্তেক ৰই।
ৰূপত বলিয়া চকুযুৰি মোৰ
সদায় বিচাৰে তাকে,
তহতেই যদি ৰূপ নিবিলাৱ
মৰতত কোন থাকে।

## ভাৰতবৰ্ষ

কোন অনাদিৰ আদিত সিদিন
বিদাৰি সুনীল সিন্ধু বক্ষ,
উঠিল জননী পণ্ডিত পাৱনী
হৰষিত কৰি দেৱতা লক্ষ!

কত তপস্যাৰ মুৰত স্ৰষ্টা
সৃজিলে জননী ভাৰতবৰ্ষ,
ইকি অপৰূপ! শুভ্ৰ শিৰেৰে
সুনীল গগন কৰিলে স্পৰ্শ।
নিজেই সৰজি নিজে আচৰিত
বিধাতাই দেখি মহান সৃষ্টি,
সন্তোষে দেৱ অমৃত নেত্ৰে
জননী বয়ান কৰিলে দৃষ্টি।
সুজলা সুফলা শস্য শ্যামলা
সেয়েহে জননী ভাৰতবৰ্ষ,
নিজ মহিমাৰ গুণ গৰিমাৰে
কোটি মানৱৰ বিধানে হৰ্ষ।
চৰণত ৰাজে সুনীল সিন্ধু,
বক্ষ শ্যামল শস্যে ভৰা,
শুভ্ৰ-কিৰীটি হিমাদ্ৰী চুড়াৰ
ওপৰত নীলা চন্দোৱা তৰা।
উদাৰ বক্ষ শোভিছে লক্ষ
দেৱতা দানৱ অসুৰ নৰ,
নাই ভেদাভেদ মহা মিলনৰ
পাহৰে ইয়াতে আপোন পৰ।
ব্ৰহ্মপুত্ৰ গঙ্গা যমুনা
শোভিছে সিন্ধু কণ্ঠ হাড়,
দেৱ-বাঞ্চিত ৰঙ্গ ভূমিত
উজলি শতেক ফটিক ধাৰ।
দক্ষিণে ৰাখে অপাৰ সিন্ধু
উত্তৰে গিৰি হিম অচল—

ৰাখিছে লঙ্ঘি আকাশ মাৰ্গ
বিশাল দেহৰ প্ৰকাশি বল।
মধু বসন্তৰ মধুৰ চাৰন
শান্ত সুৰদী শাৰদী সুখ,
দুয়োয়ে মধুৰ, সুমধুৰ ৰূপে
হৰে জগতৰ দৈন্য দুখ।
নৰ-সূৰুযৰ প্ৰথম কিৰণে
সাৰতে শুৱনী লৱনী কায়,
মলয়া বতাহে বৈ ধীৰে ধীৰে
ফল, ফুল, লতা পৰশি যায়।
দিনৰ বেলিৰ সোণালী কিৰণ
ৰাতি চন্দ্ৰমাৰ ৰূপালী আভা—
জেউতি চৰাই দিয়ে সোঁৱৰাই
বিধি বিধাতাৰ বিমল প্ৰভা।
কত শতাব্দীৰ কোটি কোটি নৰে
স্বৰ্গতো শ্ৰেষ্ঠ জননী বুলি,
বন্দিলে আই হিয়াৰ ছন্দে
উদাৰ ভাবেৰে দুহাত তুলি।
বুকুত জ্বলাই জ্ঞানৰ শলিতা
আদিম মানৱে যেতিয়া চালে,
প্ৰথমে তোমাতে বিধাতাৰ থিতি
জড়, চেতনত বিচাৰি পালে।
সিন্ধু নদীৰ পাৰত সিদিন
জ্ঞানৰ বিন্দু বুকুত বান্ধি,
আচৰিত হৈ প্ৰথম মানৱে
অন্ত নেপাই পেলালে কান্দি।

সেই কান্দোনৰ আকুল হেঁপাহে
ব্যাকুল কৰিলে ভাৰতবাসী,
জ্ঞান-পোহৰৰ সঁফুৰা ফুটিল
অজ্ঞান আন্ধাৰ বিপদ নাশি।
ব্যাপিলে ধৰণী জয় জয় ৰবে
আমোল মোলাই গন্ধ জ্ঞান,
আন্ধাৰ জগত উজলি উঠিল
সঞ্চাৰি জীৱত নতুন প্ৰাণ।
জন্ম-মৃত্যু, গোপন তথ্য
সেই পোহৰত উদ্ভাসি,
উঠিলে চমক লগাই বিশ্ব
নতুন ভাৰত উল্লাসি।
প্ৰচাৰি কৰ্ম্ম মহান মন্ত্ৰ
দেখালে জগত কৰ্ম্মময়,
কৰ্ম্ম সত্য ব্যাপিলে ধৰাত
ঘোষিলে "জননী ভাৰত জয়"।
আকাশ লঙ্ঘি অহিংসা মন্ত্ৰ
কৰিলে প্ৰচাৰ তিয়াগী বুদ্ধ,
ত্যাগ অৱতাৰ গুৰু গৌতমৰ
ললে ধৰাধামে শিক্ষা শুদ্ধ।
এই ভাৰতৰ উদাৰ কোলাত
কত যে মানৱে লভিলে শান্তি,
মাতৃ-বুকুত ভ্ৰাতৃৰ দৰে
অচিনেও মিলি নাশিলে ক্লান্তি।
আৰ্য্য ভূমিৰ মহাপুৰুষৰ
দিক্ষিত জন, বিজয়ী বিশ্ব,

ক্ষমা-অৱতাৰ প্ৰেমিক গুৰুৰ
শত সহস্ৰ উদাৰ শিষ্য।
সবাৰে মিলন মন্দিৰ পূত
ভাৰত জননী শতেক ধন্য ;
নিজ মহিমাৰে প্ৰকাশে নিজক
বসুধাৰ প্ৰিয় তীৰ্থ পুণ্য।
বিশ্ব বিয়াপি মিলন গৰিমা
উঠে ভাৰতত গগন ভেদি,
আহিছে লক্ষ পুত্ৰ ধৰাৰ
স্বাৰ্থ-জড়িত সংশয় ছেদি।
ভ্ৰাতৃ ভাৰত হিংসা তিয়াগি
ক্ষমাৰ মন্ত্ৰে বিনাশি ভয়,
কৰ্ম্ম পথত মিলিত যাত্ৰী
ঘোষিছে "জননী ভাৰত জয় !"

---

## গণেশ গগৈ ( ১৯০৭-১৯৩৮ )

### নাৱৰীয়া

অমানিশা, নাৱৰীয়া ! নইৰ পাৰত বহি
লেখোঁতে অলেখ তৰা তধা লাগি চাই,
ভাব জানো কেতিয়াবা লুইতৰ বুকুৰেদি
কত ঢউ খলকনি আহি মাৰ যায় ?
পূবেৰুণে দিয়ে দেখা শেষ হয় তৰা লেখা
নাৱৰ টিঙত বহি নাও মেলি দিয়,
এছাটি ক'লীয়া মেঘে ছাটিলে আকাশখনি
কিয় তোৰ নাৱৰীয়া বুকু কঁপে কিয় ?
মনত তেতিয়া তোৰ নপৰে কালিৰ কথা
নপৰে মনত আৰু নাচোন তৰাৰ,
সোণালী দীপালী সজা একেখনি আকাশত
একেই চকুৰে দেখা ছবি ধুমুহাৰ।
গুচি গ'লে ধুমুহাৰ বলিয়া বতাহ আহি
মাৰ গ'লে আপদীয়া ঢউ লুইতৰ,
পাল তৰি নাও তোৰ ভয়ে যাৱ ভটিয়াই
গৰখীয়া গীত গাই ল'ৰালি কালৰ।
নাৱৰীয়া, তোৰ দৰে ময়ো ভোল গইছিলোঁ
লেখি লেখি আকাশৰ ৰাতি ফুলা ফুল,
লুইতৰ সোঁতে সোঁতে ময়ো উটি ফুৰিছিলোঁ
চাই চাই সন্ধিয়াৰ সোণোৱালী বোল।
ময়ো চক খাইছিলোঁ মেঘৰ গাজনি শুনি
মোৰো বুকু কঁপিছিলে বিজুলী ছাটিত ;

মিলনৰ মউকোঁহ মেয়ো চুহি নাৰবীয়া
টুকিছিলোঁ চকুপানী বিৰহী পাটিত।
নাপালোতো ক'তো লগ সুখৰ দিনত মোৰ
উলাহে নধৰা কাৰো কুমলীয়া হিয়া,
নেদেখিলো নাৰবীয়া মোৰ চকুপানী চাই
কাঢ়িলে যি এটিবাৰো এটি হুমুনিয়া।
আদিহীন অনন্তত দে তোৰ নাও মেলি
বিশাল বিশ্বত তই অকলশৰীয়া,
পুৰাৰ শীতল বা আজি আহে আজি যায়
সুখে-দুখে তয়ে মাথোঁ তোৰ লগৰীয়া।

## ৰূপজ্যোতি

ৰূপৰ জেউতী সখী নাশিব নোৱাৰে কেৱে
নিজৰ ৰশ্মিতে মাথোঁ নিজে মাৰ যায়,
এন্ধাৰে আঁঠুৰা তৰি বাধা দিয়ে অৰুণক
তেওচোঁ পুৱাতে আহি পোহৰ বিলায়।
কুঁৱলীয়ে ছাটি ধৰে উষাৰ লাহৰী আভা
তথাপি মলয়া বয় বলিবৰ হ'লে;
ঘোপ মৰা ডাৱৰৰ মাজেদি সুৰুঙা ফালি
মেঘত দীপালী সাজি জোন-তৰা জ্বলে।
জালি কটা বিহাৰেই ঢাকিলে কি হ'ব সখী
পাহি মেলি ফুলি অহা পদুমৰ কলি?
আৱেগৰ বা লাগি দুৰিবনে ৰেণু তাৰ
নাহিবনে কাষ চাপি মতলীয়া অলি!

কেঁচা-সোণ-বৰণীয়া তোমাৰ লৰণু তনু
দহি বটা থনিয়াৰে নোৱাৰা ঢাকিব,
বিৰিঙি বিৰিঙি সখী মনোৰম ৰূপ-ৰেখা
জোনাকী পৰুৱা হই জিলিকি আহিব।
ওৰণি তলত থই অধৰৰ ৰহঘৰা
মোহ লগা মুকুতাক নোৱাৰা ৰাখিব ;
নিলাজী সমীৰে সখী ওৰণি গুচাই লই
কমনীয় কমলিৰ কবিতা গাঁথিব।
আকুলতা-আলসুৱা আজলী বুকুৰ সখী
পাৰা জানো লুকুৱাব পলসুৱা পণ ?
অভিমানে আঁকি দিব তোমাৰ গোপন ছবি
লাজুকী লতাৰে ঘেৰা ঘন উপবন।
নোৱাৰা ঢাকিব সখী, নোৱাৰা ৰাখিব সখী,
দেৱতাই দান কৰা জীৱন-দাপোণ ;
যদিওবা জীৱনেই সৃষ্টিৰ বিমল ছায়া
যদিওবা জনমেই অনন্ত সপোন।

---

## আনন্দচন্দ্ৰ বৰুৱা ( ১৯০৭- )

### ভাৱী প্ৰিয়া

কোন্ তুমি কেনি আছা, কতেবা লুকাই
মাজে মাজে মাৰিছা ভুমুকি ?
নেদেখি দেখিছোঁ যেন, নুশুনি শুনিছোঁ
তোমাৰেই দীঘলীয়া উকি।
প্ৰতিধ্বনি আহি যেন মোৰ মৰমত
ঠেকা খাই নিনাদি উঠিছে ;
বসন্ত-বায়ুৰ দৰে তোমাৰ কথাটি
হৃদয়ত বিয়পি পৰিছে।
নৱ-পল্লৱিত মোৰ মানস কুঞ্জৰ—
সেউজীয়া পাতৰ তলত
শুনিছোঁ তোমাৰ যেন অমিয়া কণ্ঠৰ
সুধা-সুৰ মৃদু পঞ্চমত।
কুসুম-কানন জিনি আছা যেন তুমি
আৱেগত বিয়াকুল হৈ ;
বৰণৰ মালাধাৰি মোৰ ডিঙিতেই
হেঁপাহেৰে দিও দিওকৈ।
আশা-মলয়াত উটি আহিছে তোমাৰ
প্ৰণয়ৰ পূত-পৰিমল ;
তাতে মোৰ মউপিয়া মতলীয়া মন
ভাৱী তৃপিতিত টলমল।
নিচিনো নাজানো হায়, তোমাৰ ৰূপৰ
লেশমানো মূৰ্ত্তি নাইকিয়া ;

তথাপিও আছা যেন হিয়াতে লুকাই
মূৰ্তিমতী তুমি প্ৰাণপ্ৰিয়া।
তোমাৰ বুকুত যেন ৰেণু ৰেণু কই
মউপিয়া জনৰ কাৰণে;
এথুপি স্নুৰদী মো সাঁচিছা সদায়
নিজানত অতিকে গোপনে।
তৰঙ্গ-কল্লোলপ্ৰায় তোমাৰ কথাটি
উটি যায় দূৰ দূৰলই;
চন্দ্ৰমা-শীতল যেন তোমাৰ ছবিটি
চাপি আহে মোৰ কাষলই।
পৰিছে বিয়পি যেন হাঁহিটি তোমাৰ
মোৰ ছুটি চকুৰ আগত;
বাজিছে কেনিবা যেন তোমাৰ সঙ্গীত
আজি মোৰ হিয়াৰ মাজত।
শুনিছোঁ, শুনিছোঁ, যেন লাগিছে মনত
প্ৰণয়ৰ থোকাথোকি স্বৰ;
ওচৰতে আহি যেন দিছাহি সঁহাৰি
তোমাৰ-মোৰ ভাবী মিলনৰ।
ৰিণিকি ৰিণিকি যেন দেখিছোঁ দূৰত
সউ মোৰ গভীৰ গৰিমা;
কেনি যাওঁ, কেনি যাওঁ, কেনি গ'লে পাম
মোৰ সেই মানসী প্ৰতিমা।
কোনে জানে, ক'ত তুমি, কেনিনো লুকাই
ফুলি আছা, মধুৰ হাঁহিটি;
আঁৰে আঁৰে ফুলনিত কেনি আছা তুমি
নাই পোৱা একো গম-গতি।

সোণালী সপোন এটি উটি ভাহি আহি
লাগিছেহি মোৰ হুচকুত ;
কলাঘুমটিয়া মোৰ সুখৰ আবেশ
জাগিছেহি নিজান বুকুত।
কত যায় মেঘমলা চকুৰ আগেদি
উৰি যায় কত শত পখী ;
নিদিয়ে কোনেও ঠিক তোমাৰ বাতৰি
কয় মাথোঁ—আছে তোৰ সখী।
মানস মাধুৰী মোৰ মাধৰী মূৰতি
কোনে জানে কেনি আছা প্ৰিয়া ?
তোমাৰ সুৰতে বাজে মধুৰ বাঁহীটি
তোমাতেই নাচে মোৰ হিয়া।

## হাফিজ আৰু মই

মনত পৰিছে যেন ময়েই এদিন
পাৰস্যৰ পৰিমল মদিৰাৰ ধাৰ—
অতৃপ্ত ৰসনা লই কৰিছিলোঁ পান,
কুল্‌কুল্ সঙ্গীতেৰে মোহিছিলোঁ প্ৰাণ !
খায়েম-হাফিজ যেন আছিলোঁ ময়েই,
দীঘল-দৰীয়া বেশ, মুদা মুদা চকু—
সপোন কুঁহেলি সনা মুখৰ বৰণ,
প্ৰেমময় আৱেগত উল্লাসিত মন ?
'ছোৰাই' বাগৰি থকা আঙ্গুৰ ৰসৰ
গুলপীয়া ৰহণত মতলীয়া হৈ,
গছে-পাতে, বনে-বনে দেখিছিলো যেন
এই যায়-আৱেগৰ এনে এটি খেন ?

আনাৰ-কলিৰ যেন গঠন এটিত
দেখিছিলো ৰহস্যৰ সাগৰ এখন!
অদৃশ্য জনৰ যেন কথাটি মনৰ
আছিল একোটি ৰে'শ প্ৰিয়া সঙ্গীতৰ?
মযে যেন চিৰাজীত ৰাগী মিহলাই
কবিতাৰ কোমলতা দিছিলোঁ বিলাই।

## জগজ্জ্যোতি অমিতাভ

আজিৰ দৰেই ব'হাগৰ পূৰ্ণিমা তিথিত
কপিলাবস্তুৰ ৰাজ উদ্যানত
পলাশ গছৰ তলত
ভৰ দুপৰীয়া
ভূমিষ্ঠ হলাহি আহি বুদ্ধ তথাগত।
জকমক কৰি থকা উদ্যানত
ফুলৰেণুবোৰে
জনালে তোমাক "স্বাগত! স্বাগত!"......
গছে পাতে বৈ গ'ল সঞ্জীৱনী বতাহ এছাটি
কৈ গ'ল, "মৃতসকলে পাব
নতুন জীৱন,
পৃথিৱী ঢৌৰাই যাব
জ্যোতিৰ কিৰণ—
আহিছে বুদ্ধ
নিৰ্ম্মল শুদ্ধ।"......
নৱজাত শিশুক প্ৰণাম কৰি
অসিত মুনিয়ে ক'লে,

"হে শিশু, প্ৰাৰ্থনা জনাওঁ মই
জানিছো নিশ্চয় তুমিয়েই তেওঁ,
তোমাৰ দেহত
অমিত-আভা
গোলাপ বৰণ,
সুকোমল চৰণৰ তলুৱাখনিত
জিলিকিছে স্বস্তিকাৰ চিন,
তোমাৰ পৱিত্ৰ জন্মই
আনিছে নতুন এটি
জ্যোতিৰ্ম্ময় দিন।"......
আৰু এটি নিশা......
আকাশত ৰূপোৱালী তৰাবোৰে
শাৰী পাতি বৈ বৈ
থৰ লাগি চাই আছে,
ৰাজপুত্ৰ সিদ্ধাৰ্থৰ বিলাস কক্ষত
সহচৰী সমন্বিতে সকলোটি
নিদ্ৰাত মগন—
কোনোবাই সিদ্ধাৰ্থক ক'লে কাণে কাণে,
"এয়েই সেই নিশা,
সিদ্ধাৰ্থ,
বাছি লোৱা ত্যাগৰ মহান পথ,
জগতৰ কল্যাণ সাধন হেতু
আজিয়েই ত্যাগ কৰা
মায়াৰ বন্ধন।
সময় আহিল
উঠা, এৰা এই মিথ্যাৰ সপোন!"...

সিদ্ধাৰ্থৰ সংকল্প কঠোৰ—
"প্ৰাণী-জগতৰ দুখময় কৰুণ বিননি
পথৰ সম্বল লৈ
গুচি যাম আজি নিশা
মানুহৰ মঙ্গল বিচাৰি
পুনৰ্জন্ম দুখৰ সমাধি ৰচি
মৃত্যুক কৰিম জয়।
হে শোকাতুৰা পৃথিৱী!
জীৱন, যৌৱন, আনন্দৰ
অধিষ্ঠাত্ৰী প্ৰিয়তমা ভাৰ্য্যা মোৰ
যশোধাৰা আৰু সুকোমল
ৰাজপুত্ৰ ৰাহুলক এৰি
গুচি যাম সত্যৰ সন্ধানত
মহা অৰণ্যলৈ!"
……কোনো কালে সুখৰ শয্যাত
ৰাজপুত্ৰ সিদ্ধাৰ্থই
নকৰিলে শয়ন দুনাই!……
এটি মাত্ৰ বাণী দিলে—
বহুজন সুখৰ কাৰণে
বহুজন হিতৰ কাৰণে,
বিচাৰিম এটি পথ—নতুন সদায়।
আকৌ ব'হাগী-পূৰ্ণিমা তিথি
পৰিষ্কাৰ জোনাকৰ ঢল
ছবছৰ কঠোৰ সাধনা কৰি
ক্ষীণ দেহা হ'ল তলবল,

নৈৰঞ্জনা নদীৰ তীৰত
বোধিবৃক্ষজুপি
স্বৰ্গীয় জ্যোতিৰে হ'ল বিকশিত।
বোধিসত্ত্ব লাভ হ'ল
গৌতম বুদ্ধৰ
সেইজুপি মৃত্যুহীন গছৰ তলতে
থিয় হৈ তথাগত
বুদ্ধই শুনালে বিশ্বক
এই বাণী—
"হে গৃহ কাৰক
তোমাক বিচাৰি এই দুখময় সংসাৰত
বাৰে বাৰে জন্ম লৈ বহুজন্ম কৰিছো নিপাত,
তোমাৰ সন্ধান ক'তো নাপালোঁ বিচাৰি,
এইবাৰ দেখা পালোঁ
তোমাৰ বাবেই সংসাৰত দুখৰ জনম—
আৰু তুমি দুখৰ বেৰ দি
প্ৰৱঞ্চনাৰ চাল তৰি
নতুন মাটিৰ লেও দি দি
এই ঘৰ নোৱাৰা তৰিব।
তোমাৰ এই ঘৰৰ মুধচ
ভাঙিলোঁ চুৰমাৰ কৰি
মিছাঘৰ মাটিত মিহলি হ'ল
তৃষ্ণা মোৰ ক্ষয় হ'ল—মুক্ত হ'লোঁ আজি।"...
এনে এটি ব'হাগৰ পূৰ্ণিমা তিথিতে
নশ্বৰ মানৱী দেহা
এৰি থৈ এজুপি গছৰ তলত

অবিনাশী মৃত্যুহীন বোধিসত্ত্ব
থাকি গ'ল অমৃতৰ আভা
জগতৰ জ্যোতি
কৈ গ'ল শেষ-কথা
"যিহৰে উৎপত্তি আছে
তাৰেই বিনাশ আছে।"
হে প্ৰভো!
হে পৰিত্ৰাতা!
হে প্ৰেমিক! পথ প্ৰদৰ্শক! নিয়মৰ জ্যোতি!
তোমাৰ নাম আৰু
তোমাতেই আশ্ৰয় লভিছো
তোমাৰ কুশল পথত আশ্ৰয় লৈছো—
পদুম পাতত নিয়ৰৰ টোপাল আছে—
উঠা মহান সূৰ্য্য
আমাৰ জীৱনৰ পাতখিলা দাঙি ধৰা
আমাক ঢৌৰ লগত মিলাই দিয়া
সূৰ্য্য উদয় হৈছে—
নিয়ৰৰ উজ্জ্বল টোপাল
সাগৰত টুপ্ কৰে সৰি পৰিছে।
ওঁ
মণিপদ্মে হুং।

## ঢৌ

ঢৌ ! ঢৌ !! ঢৌ !!!
ঢৌৰ উপৰি
উঠিছে ঢৌ
কেৱল ঢৌ !
মহা আকাশৰ
মহা শূণ্যত
দিব্য জ্যোতিৰ ঢৌ
উঠিব লাগিছে
অনাহত গতি
তাল, মান, যতি
একো নাই ;
কেৱল ঢৌ
উঠিছে নামিছে
বৰষিছে মৌ !

*

থৌকি বাথৌ
সেই
চকুৰে নেদেখা
জ্যোতিৰ ৰেখা
তৰঙ্গৰ মহাসোঁত
বৰই লাগিছে
অনাদি কালৰপৰা
বৈয়েই থাকিব

অসীম কাললৈ
সৌ
ঢৌ ! ঢৌ !! ঢৌ !!!
উঠিছে নামিছে
ঢৌৰ উপৰি ঢৌ ।

*

চিন্তাতো দেখো
সেই একে ঢৌ
মোহৰ টোপনি ভাঙি
ওৰে নিশা মোৰ
হিয়াৰ মাজত
বৰষিছে মৌ
ঢৌ ! ঢৌ !! ঢৌ !!!
কেৱল ঢৌ !

*

এই ঢৌবোৰেই
মহাসত্যৰ ৰূপ
অপৰূপ ।
বাকী সকলোটি মিছা ।
সেইহে সদায়
কিহবাই
নিতে ৰিঙিয়াই—
'হ'ল নে নৌ ?'
ঢৌ ! ঢৌ !! ঢৌ !!!
কেৱল ঢৌ !

## সোণটিহঁতৰ ঘৰ

সৌটি বেঁকা বাটৰ মূৰত সোণটিহঁতৰ ঘৰ,
তাৰে, দুৱাৰমুখত বহি থাকে সোণটি মৰমৰ।
সন্ধ্যা দেখোঁ সোণটিহঁতৰ চোতাল আগৰ জুই,
ত-তয়াই জ্বলি থাকে মোৰে মৰম ছুই।
সামাজিকত দেখি তাকে হেৰায় মনৰ থৰ,
একে মনৰ মানুহ আকৌ কিহৰ আপোন পৰ ?

ডিহাৰ সাঁকো ভাগোঁ ভাগোঁ হেঁতাৰ মাৰিও নাই,
সিপাৰেদি সোণটি থাকে সুৱাগমণি দাই।
থৌকি বাথোঁ ঢৌৰ কোবত মৌ-মেলৰ জ্বৰ,
নিতৌ উঠে ডিহাৰ বুকুত পানী পৰে তৰ্।

নাও নচলা সোঁতত উটি সিও যে গুচি যায়,
এটি পঁজাৰ ৰজাৰ কাষত সোণটি ৰাণী নাই।
সপোন হৈয়েই থাকিল লুকাই সোণটিহঁতৰ ঘৰ
দুৱাৰমুখত থাকিল বহি সোণটি মৰমৰ।
সৌটি বেঁকা বাটৰ মূৰত সোণটিহঁতৰ ঘৰ।

---

## সীতানাথ ব্ৰহ্মচৌধুৰী ( ১৯০৮-১৯৮২ )

### অন্বেষণ

নিজ মনে গাই গাই বিৰহৰ করুণ সঙ্গীত
সমস্ত জগত ঘূৰি নিজ মনে ফুৰিছোঁ বিচাৰি,
ক'তা সি প্ৰেমৰ ৰাণী, নিৰুপমা সৌন্দৰ্য্য-প্ৰতিমা,
মোৰ পূৰ্ব্ব জনমৰ যৌৱনৰ প্ৰথম লহৰী !
ক'তা সি লাহৰী মোৰ, যাৰ সেই লৱণু দেহাত
সহস্ৰ বসন্ত নাচে, হালি-জালি ফুলে যত ফুল,
প্ৰেম ভৰা এটি চুমা, এটি মাত্ৰ আলিঙ্গনে যাৰ
উন্মত্ত যৌৱন আনি কৰি দিয়ে অধীৰ আকুল।

মোৰ পূৰ্ব জনমৰ জীৱনৰ সঙ্গিয়া পৰত
'চকুৰ পানীৰে কত তুজনাৰ স'তে এৰা-এৰি ;
ই জন্মত ক'ত আছে, কেনে আছে, কোনে জানে হায়,
তথাপি হিয়াই খোজে হৃদয়ৰ একান্ত লগৰী !
বিৰহ-কাতৰ মই, বিৰহত মৰোঁ দেই-পুৰি,
অ' মোৰ প্ৰাণৰ প্ৰিয়া, ক'ত যাম তোমাক বিচাৰি।

---

## হেম বৰুৱা ( ১৯১৫-১৯৭৭ )

### পোহৰতকৈ এন্ধাৰ ভাল

সময়ৰ বালুকাৰাশিত পদচিহ্ন ৰখা
উন্মাদ বাসনা আমাৰ নাই। আমি
বুৰঞ্জীৰ শিলাখণ্ডৰ জীৱন্ত ফছিল।

হেৰা শকুন্তলা, তোমাৰ চকুৰ শেৱালিপাহিত
দুষ্মন্তৰ চুমাৰ চেকা। কোৰিয়াত জৰাসন্ধৰ কঙ্কাল।
এছিয়াৰ আকাশত আগুৰি শগুণৰ জাক!
আমি জীয়াই আছো যুগৰ সীমান্তত
প্ৰাচীন নাৱিকৰ জঁকা। কালিদাস, তুমি কোন
অলকাৰ পলাতক কবি? ডাৱৰ দেখি উন্মাদ?
তোমাৰ কাব্য-বেদীত আমাৰ জীৱন-অৰ্চ্চনা
সৰি পৰা মদাৰৰ ফুল! (…গুৰুতো নেলাগ,
গোসাঁইতো নেলাগ, থাক তলে ভৰি সৰি…।)

ৰজাই ৰজাই ৰণ-বিগ্ৰহ, তীখাৰ আস্ফালন। আমি খাণ্ডৱ-দাহ
অগ্নি-শিখাৰ পুৰি ছাই হোৱা বিৰিঙাৰ ফুল: আমাৰ
পিৰামিড্, হিৰোশ্বিমা, নাগাছাকি।
হেৰা শকুন্তলা তোমাৰ আঙুলিৰ অগ্নি-কণাৰে জুমাই দিয়া
ৰাজকাৰেঙৰ শলিতাৰ জুই। দুষ্মন্তৰ ভাগক স্বপ্ন।
পোহৰতকৈ এন্ধাৰ ভাল।
জীৱনৰ অগ্ৰগতিত ৰামেশ্বৰৰ সেতুৰ বান্ধ।
শঙ্কা কিহৰ?
নতুন পুৰাৰ কেঁচা পোহৰত আশাৰ জুই
আমাৰ চকুত তীখাৰ শান।

---

## ভবানন্দ দত্ত ( ১৯১৯-১৯৫১ )

### ৰাজপথ

ব্লেক্ আউটৰ অন্ধকাৰময় হে ৰাজপথ,
কত ট্ৰাম, বাছ, টেক্সি, ৰিকশ্ব চলে
তোমাৰ উদাৰ বুকুৰ ওপৰেদি।
কত ব্যগ্ৰ ৰজনীৰ উদ্‌ভ্ৰান্ত প্ৰেমৰ
গোপন অভিসাৰ চলে
তোমাৰ প্ৰশান্ততাৰ সুবিধা লৈ।
কত অফিচ-ফেৰত হোটেল-বাকী কেৰাণী আদিৰ
শ্ৰান্তি গুচোৱা ৰূপ-বজাৰৰ
আমোদখিনিৰ সুবিধা দিয়া
আন্ধাৰ ৰাতিৰ সুযোগ লৈ
সমাজৰ চকুত ধুলি দিয়া
জীৱিকা-সন্ধানী ভদ্ৰ-বনিতাৰ
চৰণাঘাত লভিছা কত!
বিচিত্ৰ তোমাৰ লীলা,
ঢুকাযে তোমাৰ দালানৰ শাৰি,
পাঁচতলাৰ ওপৰত শুনা যায় ৰেডিওৰ গান,
অৰ্গেনত ৰবীন্দ্ৰ সঙ্গীত;
ডবল তলিচা পৰা মেহগনি পালেঙত
বিৰহ-কাতৰা কলেজ গাৰ্লৰ
অলসায়িত দেহা।

আৰু তাৰ তলতেই ফুটপাথত
( ধন্য তোমাৰ দয়া ! )
শূন্য ভিক্ষা-পাত্ৰ লৈ শুই পৰা
মৃতপ্ৰায় কঙ্কালৰ শাৰি ;
গৃহহীন যিসকল,
ভগ্নপ্ৰায় সমাজৰ দস্যুতাৰ ছাইন-পোষ্ট যেন
অৰ্থহীন অধিকাৰহীন
বঞ্চিতৰ বাঁচিবৰ বাঞ্ছা
তোমাৰ কোলাত পায় সিযে নিঃশ্ৰেয়স মোক্ষ ।

## অমূল্য বৰুৱা ( ১৯২২-১৯৪৬ )

### বিপ্লৱী

আমাৰ আছে মানুহৰ ওপৰত বিশ্বাস,
আমাৰ আছে ভৱিষ্যতৰ সুস্থ ৰঙা সূৰ্য্যৰ পিনে চকু।
বৰ্ত্তমানৰ নিৰালম্ব নিৰাসক্তিৰ
বিকৃত জঞ্জাল লই
জীয়াৰ বুকুত
আমাৰ দুৰু দুৰু স্পন্দমান অন্তৰতো আছে
শতেক ভৰসা।
গেলা, দুৰ্গন্ধ, অস্বাস্থ্যকৰ
হিংসুক পাৰিপাৰ্শ্বিকতাৰ ওপৰত নিৰ্ভৰ
এই ভঙ্গু পঙ্গু নৰক কেন্দ্ৰিত দেহৰ দুৰ্ভোগ
আমি
অন্তৰৰ গতিশীল শক্তিৰ
পৰম তৃপ্তিত
দিনে দিনে গঙ্গা স্নান কৰি
লভিছোঁ মুক্তি।
আমি গঢ়িছোঁ নিজৰ ৰূপ,
সমাজৰ, বিশ্বমানৱৰ সুগভীৰ দৃঢ় সভ্যতা,
আমাৰ সংস্কৃতিৰ নৱ সাম্য মন্দিৰ।
বিশ্বৰ জনসভাত
ৰুদ্ধ আত্মৰতি মননশীলতাৰ অন্ধ কাৰাগাৰ গঢ়ি
আমি নহওঁ 'নিঃসঙ্গ সুদূৰ'
স্বৰ্গৰ কোনোবা নন্দন বনত

আমাৰ বাবে নাই
মৃত্যুঞ্জয়ী অমৃতৰ গোপন ভাণ্ডাৰ।
আমি মানুহ—
জাগতিক পঞ্চভূত-জাত আমাৰ
দীপ্তিমান শৰীৰক লাগে
নতুন মুকলি নীলা আকাশত হোৱা অৰুণোদয়ৰ
আল্‌ট্ৰা ভায়লেট ৰশ্মি,
পুষ্টি-সাধক অন্নৰ
তৃপ্তিদায়ক ভৰা থাল।
তাৰ বাবে আমি
উৰ্বৰা মাটিৰ কৰ্ম্মনিষ্ঠ পূজাৰী।
আমি যুগ পৰিস্থিতিৰ প্ৰতীক
বস্তু আৰু আদৰ্শৰ
দ্বন্দ্বাত্মক গতি
সংগ্ৰাম লিপ্ত বিপ্লৱী।

## আন্ধাৰৰ হাহাকাৰ

হেমন্তৰ সেমেকা সন্ধিয়া
পশ্চিমৰ আকাশৰ এক প্ৰান্তত জ্বলা
শেহৰ পোহৰে চুমে
কোলাহল ধৰণীৰ মৌন অন্ধকাৰ।
শীতল পৰশ পাওঁ পাওঁ
পাত-সৰা গছবোৰ
পৃথিৱীৰ ওপৰত থিয় হই

হা-হতোস্মিৰ সুৰে আৰ্ত্তনাদ কৰি
প্ৰকাশিছে অন্তৰত গভীৰ হতাশা।
সিহঁতৰ হতভন্ত জীৱনৰ কৰুণ ট্ৰেজেডি,
দুদিন পিছতে যেন মৃত্যুৰ কৰাল গ্ৰাসে ধৰিব আৰৰি।

আকাশৰ পুব প্ৰান্তৰত
কিবা এটা চাঞ্চল্যৰ মৃদুল স্পন্দন,
জীৱন-সৃষ্টিৰ এটা নতুন উল্লাস।
নীলিম আকাশ
দূৰ-দূৰান্তৰ জিনি নীলা ৰং ঢলা।
তাৰ মাজে মাজে
ইপিনে সিপিনে
এটুকুৰা দুটুকুৰা ছিগা-ভগা ক'লা ডাৱৰৰ
শক্তিহীন চাব।
অদূৰতে ডাৱৰৰ অলপ পিছতে
আঁৰ লই লই জ্বলে ৰূপালী জ্যোতিৰ শিখা—
জনহীন প্ৰান্তৰৰ
দেশহীন, মাটিহীন
শূন্যৰ কোলাত উঠা
নৰমীৰ নতুন জোনটো।
হাঁহি হাঁহি পাৰ ভাঙি ঢালি দিব খোজে তাৰ
জোনাকৰ ঢল।
তলৰ পৃথিৱী হয়
অলপ পোহৰ।
খাল বিল
নৈ জান, জুৰি

ঘিণ লগা গোন্ধত অংকাৰ
মহানগৰীৰ দাঁতিয়েদি বৈ যোৱা যত
ড্রেইন্ আৰু নৰ্দ্দমাৰ জল।
খন্তেক উজলি উঠে
নিজ ৰূপ ঢাকি আন্ধাৰৰ আঁচলত
জিল্ জিল্ কৰি।
আকাশৰ মহোৎসৱ—
অকল জোনেই নহয়,
ৰাশি ৰাশি তৰাবৃন্দ
ৰাশি ৰাশি নক্ষত্ৰৰ আলোক-উৎস;
সজায় দীপালী যেন
সৰ্ব্বব্যাপ্ত মহাদিগন্তৰ
কক্ষে কক্ষে
উকি মাৰি মাৰি;
মই যাওঁ পৃথিৱীৰ মাটিৰ মানুহ
মাটিয়েদি খোজ কাঢ়ি কাঢ়ি
বাস্তৱৰ বিকৃত বিপদে ঢকা
মোৰ প্ৰতিকৃতি
সেই অন্ধকাৰ বাটটোত
অকলে অকলে,
শান্তিহীন, শ্ৰান্তিহীন
মহাসমৰৰ দাৱানলে পোৰা
পৃথিৱীৰ শ্মশানত
ভয় লগা স্পিৰিটৰ দৰে।
শক্তিৰ কঁপনি উঠে
অন্তৰৰ আঁহে আঁহে,

বিদ্ৰোহ-অগনি জ্বলে চকুৰ শিখাত,
বিদগ্ধ বিধ্বস্ত স্তূপত মোৰ
নতুন সৃষ্টিৰ
প্ৰতিজ্ঞাৰ অটল বিশ্বাস থাপি ;
ভাবৰ বুকুত
মুহূৰ্ত্তৰ ভিতৰতে গুৰি কৰি
লক্ষ লক্ষ শতাব্দীৰ so-called সভ্যতাৰ
বিলাস-বৈভৱ।

এবাৰ জোনটো ঢাকে।
পৃথিৱীৰ বুভুক্ষিত, হতভগা দলে
চেপি ৰখা হাই-উৰুমিৰ
নাকত লাগেহি মোৰ তপত নিশ্বাস
বিকৃত গোন্ধৰ কিবা নৱ আৱিষ্কাৰ !
সিহঁতৰ খকা-খুন্দা লাগি যায়
আন্ধাৰৰ আৰালত গছৰ তলত
—কোনোবা মানৱৰ প্ৰাসাদৰ
উচ্ছিষ্ট যচা প্ৰসাদৰ বাবে
দানৱৰ হিংস্ৰ তীব্ৰ ক্ষুধা !

মোৰ ভৱিষ্যৰ সমাজৰ সংস্কাৰ কৰা,
নতুন জগত গঢ়া
বিদ্ৰোহ কল্পনা যায় মিলি
সিহঁতৰ জৰাকীৰ্ণ কায়াৰ ছায়াত।
হায়,
সৰু সৰু অশৃংখল
মানুহৰ জীৱনৰে সিহঁতো এজাক।

নিষ্পেষিত, ৰুক্ষ, শুষ্ক অনাথৰ দল।
সিহঁতে হাঁহে
বিকৃত চিয়ঁৰ মাৰি
আন্ধাৰৰ শূন্যতাত
সিহঁতৰ বগা দাঁতবোৰ নিকটায়।
তাৰ পিছত—অসম্ভৱ!
ধূলিৰ জোঁৱাৰ তুলি
মুঠি মুঠি জাবৰৰ হোলি খেলি খেলি
প্ৰচণ্ড ধুমুহা তোলে
'মাৰ কাট্ খা'ৰ
ভয়ঙ্কৰ হুলস্থূল।

এনেতে
জীৱনৰ অতিৰিক্ত মমতাৰ অন্ধতাত
জোনৰ পোহৰে সানে চেকা।
জোনটো ওলায়।
সিহঁত নিস্তব্ধ হই যায়!!
সিহঁতৰ আন্ধাৰ
হাঁহিৰ হুঙ্কাৰ
নৃত্য-প্ৰহেলিকা?

সিহঁতৰ জীৱনৰ অধিকাৰ
আন্ধাৰৰ আসুৰিক বৰ্ব্বৰতা,
নীচতা, দীনতা,
প্ৰেতাত্মাৰ গোপন অভিসন্ধি
তল পৰি যায়।

ধৰণীৰ আনন্দৰ পোহৰত যেন
এইখন মৰা দানৱৰ সাৰশূন্য দেশ।
জোনৰ পোহৰে
সিহঁতৰ নিৰ্ম্মম নগ্নতা ঢাকি
মাৰ যোৱা বাস্তৱৰ আন্ধাৰত তৰে
সৌন্দৰ্য্যৰ মৰীচিকাময় জিলমিল চিকুন সপোন।
আৰু মই ?
থাকোঁ চাই
সিহঁতৰ ক'লা লেতেৰা জীৱনবোৰ
সিহঁতৰ আন্ধাৰৰ হাহাকাৰ
আৰু
জোনাকৰ পৰিহাস।

---

# কবিতাৰ প্ৰথম পংক্তি সূচী

পৃষ্ঠা

পৃষ্ঠা

## কবি পৰিচয়মূলক চমু টোকা

### ( ক )

**শঙ্কৰী আৰু প্ৰাক্-শঙ্কৰী যুগৰ কবিসকল** ( ১৪-১৭ শতিকা )

অসমীয়া পুৰণি মূলশাস্ত্ৰ—ৰামায়ণ, মহাভাৰত, ভাগৱত, কীৰ্ত্তন, দশম ঘোষা আৰু ৰত্নাৱলীয়েই উল্লেখযোগ্য। প্ৰাক্-শঙ্কৰী কবি মাধৱ কন্দলিৰপৰা মহাপুৰুষ শঙ্কৰ মাধৱকে ধৰি অনন্ত কন্দলি পৰ্য্যায়ক্ৰমে আৰু তেৰাসৱৰ উত্তৰপুৰুষ ভট্টদেৱ আৰু আন সমসাময়িক কবি-পণ্ডিতসকলৰ ভিতৰত এই পুথিবিলাকৰ নানাভাৱে চৰ্চা আৰু ৰচনা কৰা হয়। শ্ৰীশঙ্কৰদেৱৰ পিছত ভাগৱত পঢ়াশালিৰ প্ৰধান আচাৰ্য্য আছিল কথাভাগৱতৰ ৰচক ভাগৱত ভট্ট ( ভট্টদেৱ )। তেওঁৰ সমসাময়িক বা অলপ পিছৰ ভাগৱতী পণ্ডিতসকলৰ মাজৰ কেশৱচৰণ কায়স্থ, গোপালচৰণ দ্বিজ, জয়ৰাম, কলাপচন্দ্ৰ, শ্ৰীহৰি আদি। প্ৰথম তিনিজনে বেহাৰতে থাকি ভাগৱত ৰচনা কৰিছিল। শ্ৰীহৰি পাটবাউসীত আছিল। চন্দ্ৰভাৰতী ওৰফে অনন্ত কন্দলিয়ে হাজোতে থাকি গুৰুজনাৰ দিনতে ভাগৱতৰ ৪ৰ্থ, ৬ষ্ঠ আৰু ১০মৰ মধ্য ও শেষ ভাগৰ অসমীয়া পদ ৰচনা কৰিছিল। অনন্ত কন্দলিৰ মূল নাম হৰিচৰণ, "তন্তীকুল কমলৰ প্ৰকাশক দিৱাকৰ ৰত্নপাঠক"ৰ পুত্ৰ। তেওঁৰ আন আন ৰচনাৰ ভিতৰত বৃত্ৰাসুৰ বধ, কুমৰহৰণ, ৰামায়ণ প্ৰখ্যাত। এইযুগৰ বহু কবি-পণ্ডিতে নিজকে বেলেগ বেলেগ উপাধিৰে ভনিতা দি পদপুথি ৰচনা কৰাত একেজনে ৰচনা কৰা পদ-পুথিও বেলেগ বেলেগ পণ্ডিতে কৰা যেন লাগে। যেনে অনন্ত কন্দলিয়ে নানা ঠাইত নিজকে সুকবিশেখৰ, চন্দ্ৰভাৰতী, মধুভাৰতী, ভাগৱত আচাৰ্য্য উপাধিৰে চিনাকি দি গৈছে।

**ৰামায়ণ ঃ**

বাল্মিকী সপ্তকাণ্ড ৰামায়ণৰ অসমীয়া পদ পয়াৰ ৰচনা কৰিছিল শঙ্কৰদেৱৰ "পূৰ্ব কবি অপ্ৰমাদী" কবি চূড়ামণি মাধৱ কন্দলিয়ে, গুৰুজনাৰ

আবিৰ্ভাৱৰ প্ৰায় শতেক বছৰ আগেয়ে মধ্য চতুৰ্দশ শতাব্দীত বৰাহীৰজা মহামাণিক্যৰ অনুৰোধক্ৰমে।

"কবিৰাজ কন্দলি যে আমাকেসে বুলিৰয়
কৰিলোহোঁ সৰ্বমন বোধে।
ৰামায়ণ সুপয়াৰ শ্ৰীমহামাণিক্য যে
বৰাহ ৰাজাৰ অনুৰোধে॥"

তেতিয়াৰ দিনত বৰাহী জয়ন্তাপুৰৰ ৰজাৰ ৰাজ্য বৰ্তমান নগাঁও জিলাজুৰি আছিল। তেওঁৰে প্ৰজা নগাঁওৰ সুপ্ৰসিদ্ধ পণ্ডিত মাধৱ কন্দলিয়ে তেওঁৰ আদেশত মূল সপ্তকাণ্ড ৰামায়ণ অসমীয়া পদলৈ ভাঙনি কৰে। পিছে কছাৰী ৰজাৰ উপদ্ৰৱ আৰু আহোম ৰজাৰ লগত লানি নিচিনা ৰণত নগাঁৱত খলক লগাত কেনেবাকৈ মাধৱ কন্দলি ৰামায়ণখনিৰ প্ৰথম আৰু শেষ দুই কাণ্ড লুপ্ত হৈ পৰিল। বিচাৰি নেপাই গুৰুজনাই নিজে ৰামায়ণৰ উত্তৰাকাণ্ড পদ পুনৰ ৰচনা কৰে আৰু মাধৱদেৱক আদিকাণ্ড ৰচনা কৰিবলৈ কয়। ৰামায়ণৰ বাকী পাঁচ কাণ্ড—অযোধ্যাকাণ্ড, অৰণ্যকাণ্ড, কিষ্কিন্ধ্যাকাণ্ড, সুন্দৰাকাণ্ড, লঙ্কাকাণ্ড মাধৱ কন্দলিৰে থাকে। এইদৰে মাধৱদেৱৰে সৈতে গুৰুজনাই পুনৰ অসমীয়া সপ্তকাণ্ড ৰামায়ণখনি সম্পূৰ্ণ কৰে। বৰ্তমান অসমীয়া ৰামায়ণ তিনিজন প্ৰধান অসমীয়া কবিৰ দ্বাৰাই ৰচিত। অনন্ত কন্দলিয়েও নিজভাৱে ৰামায়ণ এখনি ৰচনা কৰিছিল। কিন্তু সি সমাদৰ নোপোৱাত লুপ্ত হ'ল।

অনন্ত কন্দলি পূৰ্বে নগাঁৱৰে মাধৱ কন্দলিৰ বংশধৰ আৰু তেওঁলোকৰ থকা ঠাই আৱৰি নগাঁৱৰ কন্দলি পাহাৰে তেওঁলোকৰ নাম চিৰস্মৰিত কৰি ৰাখিছে। কন্দলি বংশৰে মহেন্দ্ৰ কন্দলিৰ টোলত শ্ৰীশঙ্কৰদেৱে শিক্ষালাভ কৰিছিল (১৪৬২-৬৬)। কন্দলিসকল কছাৰী উপদ্ৰৱত তিষ্ঠিব নোৱাৰি নগাঁও এৰি ক্ৰমে ভটিয়াই গৈ হাজোত থিতাপি লয়গৈ আৰু তাৰপৰাই অনন্ত কন্দলিয়ে শ্ৰীশঙ্কৰ গুৰুৰ লগলাগি তেৰাৰ "অনুগ্ৰহ লভিয়া সৰ্বথা"—নানা শাস্ত্ৰ ৰচনা কৰে। তেওঁৰ শক্তিশালী ও মধুৰ ৰচনাত মুগ্ধ হৈ কন্দলি ৰচিত "সহস্ৰ নাম বৃত্তান্ত" গুৰুজনাই নিজৰ কীৰ্তন পুথিৰ অন্তৰ্গত কৰি লয় আৰু ভাগৱতৰ মধ্যদশম আৰু শেষ দশম সম্পূৰ্ণ কৰিবলৈ কয়।

## ভাগৱত ঃ

অসমীয়া ভাগৱতৰ ৰচক শ্রীশঙ্কৰদেৱ, গোপাল চৰণ মিশ্র, জয়নাৰায়ণ, কেশৱচৰণ, কলাপচন্দ্র, বিষ্ণুভাৰতী, শ্রীচন্দ্রদেৱ, অনিৰুদ্ধদেৱ, কমললোচন আৰু অনন্ত কন্দলি।

প্রথম স্কন্ধ ৰচনা কৰে শ্রীশঙ্কৰদেৱে নিজে।

২য় স্কন্ধৰ ৰচক—শ্রীশঙ্কৰদেৱ
অনিৰুদ্ধদেৱেও ২য় স্কন্ধৰ পদ ৰচনা কৰিছিল।

৩য় স্কন্ধৰ ৰচক—শ্রীগোপালচৰণ মিশ্র
১ম চাৰি অধ্যায় অনাদি—
পাতন শ্রীশঙ্কৰদেৱৰ লিখা।

৪র্থ স্কন্ধৰ ৰচক—১। কবি জয়নাৰায়ণ ( জয়ৰাম )
জয়ৰাম গোপাল চৰণৰ সৈতে বেহাৰত
দামোদৰ দেৱৰ লগত আছিল
২। কলাপচন্দ্র
৩। শ্রীচন্দ্রভাৰতী,(কবিৰত্ন সুত ৰত্নাকৰ অনন্ত কন্দলি)
৪। শ্রীচন্দ্রদেৱ

৫ম স্কন্ধৰ ৰচক—অনিৰুদ্ধদেৱ।

৬ষ্ঠ স্কন্ধৰ ৰচক—১। শ্রীশঙ্কৰদেৱ, ( অজামিল উপাখ্যান )
২। শ্রীচন্দ্র ভাৰতী ( অনন্ত কন্দলি )।

৭ম স্কন্ধৰ ৰচক—শ্রীকেশৱচৰণদেৱ।

৮ম স্কন্ধৰ ৰচক—১। শ্রীশঙ্কৰদেৱ
২। গোপালচৰণ
৩। কেশৱচৰণ
৪। কমললোচন

৯ম স্কন্ধৰ ৰচক—শ্রীকেশৱচৰণদেৱ।

১০ম স্কন্ধৰ ৰচক—আদি দশম—শ্রীশঙ্কৰদেৱ
মধ্য দশম—} অনন্ত কন্দলি
শেষ দশম—} (শ্রীচন্দ্রভাৰতী, ভাগৱত ভট্টাচাৰ্য্য)।

একাদশ স্কন্ধ—শ্ৰীশঙ্কৰদেৱ।

দ্বাদশ স্কন্ধ—শ্ৰীশঙ্কৰদেৱ।

**কীৰ্ত্তন ঃ**

"পৃথিৱীত যতবোৰ ধৰ্মগ্ৰন্থ আছে, আমাৰ শঙ্কৰদেৱ বিৰচিত কীৰ্ত্তন সেই সকলৰ ভিতৰত শিৰৰ মুকুট" (তত্ত্বকথা—লক্ষ্মীনাথ বেজবৰুৱা)। তিনিও ৰাজ্যৰ ভক্তসকলে (উজনী, নামনি, বেহাৰ) কীৰ্ত্তন পুথি থাপনাত ৰাখি শ্ৰীশঙ্কৰদেৱ জ্ঞান কৰি সেৱা কৰে। এনে অনুপম ৰস, অলঙ্কাৰ, ছন্দ সৌন্দৰ্যৰে ভৰা, ভাগৱতৰ সাৰ কীৰ্ত্তন পুথিখনি অসমীয়া পুথিৰ শিৰোমণি আৰু মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ বিৰচিত প্ৰধান শাস্ত্ৰ। কীৰ্ত্তনৰ অন্তৰ্গত সহস্ৰনাম বৃত্তান্তৰ ৬ অধ্যায় শ্ৰীশঙ্কৰদেৱৰ নিৰ্দেশ মতে সুকবিশেখৰ অনন্ত কন্দলি বিৰচিত।

"পদ্মপুৰাণৰ মাজে নামধৰ্ম পাবা।
কীৰ্ত্তনৰ ছন্দে তুমি তাহাক কৰিবা।"

অনন্ত কন্দলিয়ে পদ্মপুৰাণৰ সহস্ৰনাম বৃত্তান্তৰ অনুক্ৰমে ৬ অধ্যায় পদ ৰচনা কৰি গুৰুজনাৰ হাতত দিয়েহি। গুৰুজনাই পঢ়ি চাই অপাৰ সন্তোষ লভি নিজৰ কীৰ্ত্তনৰ অন্তৰ্গত কৰি সুমাই ললে।

"দেখিয়া শঙ্কৰে অতি আনন্দ লভিলা,
কীৰ্ত্তনৰ সঙ্গে তাক মিলাই ৰাখিলা।"

**নামঘোষা ঃ**

শ্ৰীশঙ্কৰদেৱৰ নিৰ্দেশক্ৰমে গুৰুজনাৰ ছাঁৰসদৃশ মাধৱদেৱ পুৰুষে এহেজাৰ ঘোষাৰে নামঘোষা ৰচনা কৰে। গুৰুজনা শেষবাৰ বেহাৰলৈ বুলি যাত্ৰা কৰাৰ পূৰ্বে মাধৱদেৱক নিৰ্দেশ দিয়ে—

"বোলন্ত মাধৱ মই কহো সাৰতত্ত্ব
ঘোষা নামে এক পুথি কৰিবা পাচত।"

নিৰ্দেশ হ'ল, এনে এখনি শাস্ত্ৰ ৰচনা হ'ব লাগে যিখনি সৰ্বাঙ্গসুন্দৰ পকা-বগৰীটিৰ দৰে হ'ব। তাত মাথোঁ এহেজাৰ ঘোষা থাকিব, যাক ঘুৰি লোকে সংসাৰ তৰিব। মহাপুৰুষৰ বৈকুণ্ঠ প্ৰয়াণৰ (১৪৯১ শক)

ভালেমান দিনৰ পিছতহে মাধৱদেৱে এই শাস্ত্র সুন্দৰাদিয়া থানত প্রণয়ণ কৰে। "সুন্দৰীত গৈয়া ঘোষা নামে শাস্ত্র কৈলা"—( গুৰুচৰিত )।

"চাৰি বেদ পুৰাণ, যত ভাৰত, গীতা ভাগৱত চাই
ওহি সাৰ বিচাৰ কয় ভাষত......
পৰম মুৰুখ মতি কহয় মাধৱ দীন
শঙ্কৰ গুৰু উপদেশং।"

**ৰত্নাৱলী ঃ**

কাশীত ব্রহ্মানন্দ পণ্ডিতৰ টোলত পঢ়িবলৈ গৈ ব্রহ্মানন্দৰ নির্দেশত বিষ্ণুপুৰী কৃত ভাগৱতসাৰ ৰত্নাৱলী শাস্ত্রখনি ৰামৰাম গুৰুৰ জোৱায়েক কণ্ঠভূষণে ( পিছলৈ মহাৰাজ নৰনাৰায়ণৰ ৰাজপণ্ডিত ) বাৰাণসীৰপৰা পাটবাউসীলৈ আনি গুৰুজনাৰ হাতত দিয়েহি। গুৰুজনাৰ আদেশক্রমে মাধৱদেৱে নানাছন্দেবন্ধে ৰত্নাৱলী শাস্ত্রৰ জ্ঞানগর্ভ পদ-পয়াৰ ৰচনা কৰিছিল। ৰচনাৰ শেষত শ্রীমাধৱদেৱৰ উক্তি—

"শ্রীমন্ত পুৰুষোত্তম চৰণ পঙ্কজ-কৃপা
মকৰন্দ বিন্দু প্রসাদত।
বিষ্ণুপুৰী বিৰচিত শ্রীভক্তিৰত্নাৱলী
এহিমানে ভৈলা সমাপত॥"

**মহাভাৰত ঃ**

মহাভাৰতৰ কবি অনিৰুদ্ধ দ্বিজ। পিছলৈ তেওঁ ৰামসৰস্বতী নামেই প্রখ্যাত হয়। ৰামসৰস্বতীয়ে মহাভাৰতৰ ১৮০০০ শ্লোকৰ ভিতৰত ১৫০০০ শ্লোক নিজেই অসমীয়ালৈ তর্জমা কৰে মহাৰাজ নৰনাৰায়ণৰ আদেশত কোচবেহাৰত। ৰচনাকাল ষোড়শ শতিকাৰ শেষ ভাগ শ্রীশঙ্কৰদেৱৰ বৈকুণ্ঠ প্রয়াণৰ কিছুকাল পিছতেই। ৰামসৰস্বতী ( কবিচন্দ্র, ভাৰতচন্দ্র, ভাৰতভূষণ উপাধিধাৰী ) কামৰূপৰ কবি শুক্লধ্বজ ৰজাৰ পাঠক ভীমসেন দ্বিজৰ পুত্র।

**বৰগীত ঃ**

অসমীয়াৰ ঐতিহ্য বৰগীতৰ আখ্যা সুকঠিন। আধ্যাত্মিক ভাব, মাৰ্জিত ভাষা আৰু স্বৰ্গীয় ৰাগ থকা প্ৰাচীন গীতকে বৰগীত আখ্যা দিয়া হয়। যদিওবা মহাপুৰুষ গুৰুদ্বজনাৰ পিছত বহু আধ্যাত্মিক ভাবপূৰ্ণ গীত ৰচনা কৰা হৈছে, তথাপিও বৰগীত বুলিলে শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ প্ৰণীত গীতকহে বুজায়। পোনপ্ৰথম বৰগীতটি ৰচনা কৰি গায় মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে বদৰিকাশ্ৰমত নাৰায়ণৰ স্তুতি কৰি। "মন মেৰি ৰাম চৰণহি লাগু" গীতটিয়েই জনা মতে প্ৰথম বৰগীত। এই গীতটি গাই উঠাৰ পিছতেই গুৰুজনাই পৰম আপ্লুতভাৱে কৈছিল যে এই মুহূৰ্ত্ততে তেওঁৰ পৰম বান্ধৱ মাধৱৰ আৱিৰ্ভাব হৈছে—"চৌদ্দশ এঘাৰ অব্দ জ্যৈষ্ঠ মাস নিশি" ( ১৪১১ শক জেঠ )। গুৰুজনাই নিজে বাৰকুৰি বৰগীত ৰচনা কৰা বুলি উল্লেখ আছে। "গীত কৰি গোটাই লিখিলে বাৰেও কুৰি। কমলা বায়নে নিলে আৱৰাবলৈ। চ'ত মহা বনপোৰা বতাহত ঘৰ পুইলে। গুৰুজনাই খেদ কৈ বোলে বৰা পো, অনেক শ্ৰমকৈ গীতখানি কৈলো। পুইলে। গীত কিছু কৰা, আমি নকৰো। ছোট আতাই গীত কৈলে নকুৰি এঘাৰটা বৰগীত, ছয় ৰসে।" ( কথাগুৰুচৰিত )

এতিয়া মাত্ৰ শ্ৰীশঙ্কৰদেৱ ৰচিত ৩৪টি বৰগীতহে পোৱা যায়। শ্ৰীহৰিনাৰায়ণ দত্ত বৰুৱা সম্পাদিত বৰগীত পুথিত ( ১৯৫০ ইং ) গুৰুজনাৰ ৩৪টি আৰু মাধৱদেৱ পুৰুষৰ ১৮৩টি বৰগীত সন্নিবিষ্ট আছে।

মহাপুৰুষ গুৰুদ্বজনাৰ সমসাময়িক অনন্ত কন্দলিৰ পিছতেই শ্ৰীধৰ কন্দলি প্ৰখ্যাত। শ্ৰীধৰ কন্দলি ৰচিত ঘুনুছা কীৰ্ত্তন আৰু কাণখোৱা জনাজাত। তাৰ পিছত গুৰুনাতি পুৰুষোত্তম ঠাকুৰৰ ( ১৫৬১-১৬১৯ ) থান বৰ্ণনাৰ গীত ভক্ত বৈষ্ণৱৰ মুখে মুখে। যদিওবা থান বৰ্ণনাৰ গীতত হুবহু থানৰ বৰ্ণনা আছে পুৰুষোত্তম ঠাকুৰে নিজে বৰদোৱা থান দেখা নাছিল। গুৰুজনাৰ নাতিবোৱাৰী কনকলতাই গুৰুজনাৰ তিৰোভাৱৰ প্ৰায় ডেৰশ বছৰৰ পিছতহে পুনৰ বৰদোৱা থানৰ উদ্ধাৰ কৰেহি। গুৰুনাতি পুৰুষোত্তম ঠাকুৰ আৰু মাধৱদেৱৰ ভাগিন ৰামচৰণ ঠাকুৰ দুয়ো মাধৱদেৱ পুৰুষৰ তত্ত্বাৱধানত শিক্ষা লাভ কৰে। ৰামচৰণৰ হতুৱাই সিঁচৰতি হৈ থকা কীৰ্ত্তন

পুথিখনি মাধৱদেৱে গোটাই আনি একেলগ কৰে আৰু পিছলৈ ৰামচৰণে গুৰুচৰিত পুথি প্ৰণয়ন কৰে। এইখনি গুৰুচৰিত অতি আদৰণীয় পুথি বুলি ভকত বৈষ্ণৱসকলে বৰচৰিত পুথি আখ্যা দি মান্য কৰে। ৰামচৰণ ঠাকুৰৰ পুত্ৰ দৈত্যাৰী ঠাকুৰেও গুৰুচৰিত প্ৰণয়ন কৰিছিল। দৈত্যাৰী ঠাকুৰৰ সমসাময়িক ৰামানন্দ দ্বিজ। ৰামানন্দ দ্বিজই গোপালদেৱৰ চৰিত প্ৰণয়ন কৰিছিল আহতগুৰি সত্ৰত।

"অসমৰ বৈষ্ণৱযুগৰ মধ্যাহ্ন মাৰ্ত্তণ্ড শ্ৰীশ্ৰীশঙ্কৰদেৱ ( ১৪৪৯-১৫৬৮ ) আৰু পূৰ্ণচন্দ্ৰ শ্ৰীশ্ৰীমাধৱদেৱৰ ( ১৪৮৯-১৫৯৬ ) অমৰ কীৰ্ত্তি গীতাভাগৱত আৰু উপনিষদৰ সাৰ কীৰ্ত্তন আৰু নামঘোষা অসমীয়া সাহিত্যৰ একেবাৰেই মুধত। কীৰ্ত্তন নামঘোষা মহাপুৰুষ গুৰুদ্বজনাৰ মূৰ্ত্তিস্বৰূপ। গুৰুজনাৰ বৰ্ণনাৰ প্ৰাঞ্জলতা, শক্তিমত্ততা, ওজস্বিতা আৰু গভীৰ আধ্যাত্মিক ভাৱৰ সংক্ষিপ্ততাৰ নমুনা।" ( লক্ষ্মীনাথ বেজবৰুৱা )। গুৰুজনাৰ কীৰ্ত্তনৰ প্ৰতিটি পদ, প্ৰতিটি অধ্যায় অতি মনোলোভা। তাৰপৰা কোনটি পদ, কোনটি ৰচনা বেছি ভাল বিচাৰি উলিওৱা অসম্ভৱ। প্ৰত্যেকটিৰে কেনে সুন্দৰ ধৰ্ম্মভাৱ, কেনে সুন্দৰ ছন্দবান্ধনি। সেইদৰে মাধৱদেৱৰ ৰচনাও যেনে গভীৰ আধ্যাত্মিক ভাৱপূৰ্ণ তেনে প্ৰাঞ্জল আৰু সুৱলা।

**জিকিৰ ঃ**

ভাটিৰপৰা অহা পীৰ ছাহ মিলনে ( স্বাহ মিৰাণ ) ইছলাম ধৰ্মাদেশ প্ৰবৰ্ত্তন কৰিবলৈ আহি অসমীয়া ভাষা ভালকৈ শিকি লৈ শিৱসাগৰৰ আশে-পাশে বৈষ্ণৱ নামকীৰ্ত্তনৰ আহিৰে জিকিৰবোৰ ৰচনা কৰিছিল ১৭/১৮ শতিকাত। পোনপ্ৰথমেই আজান দি মুছলমানসকলক নামাজ পঢ়িবলৈ আহ্বান কৰা কাৰণে কালক্ৰমত এওঁ আজান ফকীৰ নামে জনাজাত হয়।

কূট লগনিয়াৰ কথাত আহোম ৰজাই আজান ফকিৰৰ চকু কঢ়াই। পিছত ৰজাই নিজৰ ভুল বুজিব পাৰি দিখৌ নৈৰ পাৰৰ হুৰাগুৰি চাপৰিত তেওঁক মাটি বাৰি দি পাতিছিল আৰু তাতে পিছলৈ পীৰ চাহাবৰ দৰগাহ প্ৰতিষ্ঠিত হয়গৈ।

জিকিৰ মানে জপ বা ধ্যান। জিকিৰ জাৰীৰ মাধ্যমেৰে ইছলামৰ আচাৰ নীতি ও ধৰ্মতত্ত্ব সহজ সৰলভাৱে অসমীয়াত প্ৰকাশ কৰা হয়।

জিকিৰ গোৱা পদ্ধতিতো মহাপুৰুষীয়া নামকীৰ্ত্তনৰ পোনপটিয়া প্ৰভাৱ পৰা যেন দেখা যায়।

**বৰফুকনৰ গীত ঃ**

বৰফুকনৰ গীত গুৱাহাটীৰ বৰফুকন বদনচন্দ্ৰৰ বিষয়ে লিখা গীত। বদনচন্দ্ৰ বৰফুকন গুৱাহাটীত স্বৰ্গদেওৰ বৰফুকন পদত অধিষ্ঠিত আছিল ১৮১৭—১৮২৫ চনত।

বৰফুকনৰ গীতত ১৭৩৭ শকৰ ভাদ মাহৰপৰা ১৭৪৬ শকৰ মাঘলৈকে ( ১৮১৫—১৮২৪ ) যিবোৰ ঘটনা ঘটে সেই সকলো কথা অতি সুৰলাকৈ পদ্যত বৰ্ণনা কৰি বৰফুকনৰ গীত ৰচিত হৈছে। অধ্যাপক সূৰ্য্যকুমাৰ ভূঞাৰ অশেষ যত্নত প্ৰায় লুপ্ত হোৱা লোকগীতখিনি পুনৰুদ্ধাৰ কৰা হয় ইং ১৯২৪ চনত।

ৰঙাচিলা দুৱৰাৰ ঘৰৰ হৰনাথৰ পুতেক ঘিনাই ওৰফে বদনচন্দ্ৰ। ৰজাৰ বৰফুকন হৈ তেওঁ গুৱাহাটীত আছিল আৰু তেওঁৰ নামেৰে জড়িত বুলি এই লোকগীতবিলাকক বৰফুকনৰ গীত বোলা হয়।

মানৰ আক্ৰমনৰ আৰু অত্যাচাৰৰ নিচিনা জাতীয় বিপ্লৱত অসমীয়াৰ অন্তৰত যি বেদনাৰ সোঁত বৈছিল তাৰ এটি উজ্জ্বল আঁক এই গীতত ৰৈ গৈছে। কোনো এটি জাতিৰ প্ৰাণেদি ওলোৱা এনে স্বতঃস্ফূৰিত গীত জগতৰ লোক সাহিত্যত বিৰল। গীতৰ ভাষা মৰ্মভেদী, নিভাজ অসমীয়া। ৰচনাকাল ঊনৈশ শতাব্দীৰ ত্ৰিশ চল্লিছ দশকৰ।

১৭৩৭ শকৰ আহিনৰ ২২ তাৰিখে পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াৰ সৈন্যৰ হাতৰপৰা সাৰি বদন বৰফুকন গুৱাহাটীৰপৰা লুইতেৰে ভটিয়াই পলায় গৈ ১৮ মাহৰ পিছত লগত মান-সৈন্য লৈ পুনৰ অসম সোমায়হি। ১৭৪৬ শকৰ মাঘৰ ২৩ তাৰিখে মানসেনাপতি বৃটিছৰ হেছাত অসম এৰি যাবলৈ বাধ্য হয় আৰু ইং ২৪ ফেব্ৰুৱাৰী ১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধিমতে অসমৰ স্বাধীনতা সূৰ্য্য চিৰকাললৈ ডুব যায়। লগে লগে আহোম স্বৰ্গদেও সকলৰ ৬শ বছৰীয়া ৰাজত্বৰ ওৰ পৰে।

**মণিৰামৰ গীত ঃ**

১৮৫৭ চনৰ প্ৰথম জাতীয় সংগ্ৰামৰ বলি চাৰিংৰ মণিৰাম দেৱানৰ নামেৰে নানা গীত-মালিতা প্ৰচলিত হৈ আছে।

মণিৰাম দেৱানৰ জন্ম চাৰিংত। পোন প্ৰথম স্বাধীনতা যুঁজৰ স্বাধীনতাব বাণী দি অসমীয়া প্ৰজাক ইংৰাজৰ বিদ্ৰোহী কৰি তোলাৰ অভিযুক্তত, অতি প্ৰভাৱশালী আৰু ক্ষমতাপন্ন হোৱা সত্বেও ইংৰাজে মণিৰাম দেৱানক কলিকতাৰপৰা ধৰাই আনি ১৮৫৮ চনৰ ২৮ ফেব্ৰুৱাৰী তাৰিখে ফাঁচী কাঠত তুলি দিয়ে যোৰহাটৰ টোকোলাইৰ পাৰত।

মণিৰাম দেৱান যে অকল বিচক্ষণ ৰাজনীতিজ্ঞহে আছিল এনে নহয়, তেওঁ বুৰঞ্জীবিদো আছিল। তেওঁৰ লিখা বুৰঞ্জী বিবেকৰত্ন তাৰ প্ৰমাণ। দেৱানেই প্ৰথমে চেংলুং আৰু চেনিমৰাত চাহ বাগিচা খুলি প্ৰথম অসমীয়া চাহখেতিয়কৰ সন্মান আৰ্জন কৰে।

**বলদেৱ সূৰ্য্যখড়ি দৈৱজ্ঞ ( ১৮ শতিকা )**

১৮ শতিকাৰ শেষভাগত দৰঙ্গীৰজা সমুদ্ৰনাৰায়ণৰ নিৰ্দেশক্ৰমে এওঁ ৰাজবংশাৱলী ৰচনা কৰিছিল অসমীয়া পদ্যক্ৰমত। জন্ম মঙ্গলদৈৰ কাষৰ ছিপাঝৰ অঞ্চলৰ 'বলদেৱ পাৰা' গাঁৱত। সংস্কৃতজ্ঞ পণ্ডিত হিচাপে তেওঁৰ বেছ সুখ্যাতি আছিল আৰু সংস্কৃতত 'ৰাজমাৰ্ত্তণ্ড' নামে জ্যোতিষ গ্ৰন্থৰ টীকা ৰচনা কৰিছিল। দৰং ৰজাৰ অনুগ্ৰহৰ ওপৰিও তেওঁৰ পাণ্ডিত্যৰ স্বীকৃতি-হিচাপে আহোম স্বৰ্গদেৱেও তামৰ ফলিৰে দৈৱজ্ঞক মাটি-বৃত্তি দান দিছিল ( ১৭২০ শক )।

**নিধি লেভাই ফেয়াৰউৱেল ( ১৮২৩-১৮৭৩ )**

তেজপুৰ মহকুমাৰ গহপুৰত জন্মগ্ৰহণ কৰা নিধিৰাম কেঁওট ১৮৪১ চনত ব্ৰনছন চাহাবৰ হাতত বুটীদিহিঙত "বুৰপোৱা" প্ৰথম অসমীয়া খ্ৰিষ্টিয়ান নিধি লেভাই ফেয়াৰউৱেল হৈ অসমত এমেৰিকান বেপ্‌টিষ্ট মিছনৰ প্ৰচাৰ কাৰ্য্যত দেহেকেহে খাঁটিছিল আৰু অৰুণোদইৰ মাধ্যমেৰে অসমীয়া খ্ৰিষ্টিয়ান সাহিত্যলৈ যথেষ্ট দানবৰঙনি আগবঢ়াই। অৰুণোদই বাতৰিখন মাহেকীয়া হিচাপে ১৮৬৪ খৃঃৰ জানুৱাৰীৰপৰা ১৮৮২ খৃঃ লৈকে প্ৰকাশিত হৈছিল। বৰ্তমান গীৰ্জাঘৰত প্ৰচলিত অসমীয়া যীচু ভক্তি গীতৰ বহুখিনিয়েই নিধি লেভাই ফেয়াৰউৱেলৰ দান। তেওঁ বাইবেলৰো নানা অংশ অসমীয়া পদ-পুথিলৈ তৰ্জমা কৰে। ১৮৬১ চনলৈকে ফেয়াৰউৱেল অৰুণোদইৰ সক্ৰিয় লিখক আছিল। সমাধি-ফলি মতে ১৮৭৩ চনৰ ২৮ জানুৱাৰী তাৰিখে ৫০ বছৰ বয়সত নিধিৰামৰ দেহাৱসান হয় শিৱসাগৰত।

**দয়াৰাম চেতিয়া ( ১৯ শতিকা মধ্যভাগ )**

অৰুণোদইৰ সক্ৰিয় লেখক দয়াৰাম চেতিয়াৰ ঘৰ আছিল শিৱসাগৰত। নিজৰ পৰিচয়ঃ

"খেলত চেতিযা মই আহোম কুলত
সততে বসতি কৰোঁ শিৱসাগৰত।"

তেওঁৰ উনবিংশ শতিকাৰ মাজভাগত ৰংপুৰ নগৰৰ বিৱৰণ পদ্যৰচনা ৮ম বছৰ ১৮৫৬ চনৰ জানুৱাৰী মাহৰ অৰুণোদইত ছপা হৈ ওলায়।

**গোবিন্দৰাম ভূঁঞা ( ১৯ শতিকা মধ্যভাগ )**

নগাঁও জিলাৰ "জুডিসিয়াল" বিভাগৰ পেস্কাৰ শ্ৰীগোবিন্দৰাম ভূঁঞা ১৮৭৭ চনৰ ৫ জানুৱাৰী তাৰিখে জিলাৰ নাজিৰ নিযুক্ত হয়। এওঁ অৰুণোদই কাকতৰ লিখক আছিল আৰু ১৮৫৭ চনৰ অক্টোবৰ মাহৰ অৰুণোদই সংখ্যাত 'নগাঁও জিলাৰ বৰ্ণন' শীৰ্ষক পদ্যটি প্ৰকাশ পাইছিল।

**বলিনাৰায়ণ বড়া ( ১৯ শতিকা শেষভাগ ):**

উনবিংশ শতাব্দীৰ শেষভাগৰ "মৌ" আলোচনীৰ অন্যতম প্ৰতিষ্ঠাতা সামাজিক ব্যঙ্গ কবি ইঞ্জিনীয়াৰ বলিনাৰায়ণৰ কেইবাটিও কবিতা মৌ আলোচনীত প্ৰকাশ পাইছিল।

**কমলাকান্ত ভট্টাচাৰ্য্য ( ১৮৫৩—১৯৩৬ )**

জন্ম বিশ্বনাথ ঘাটৰ বৰাহাগী গাঁৱৰ বিখ্যাত শিৰোমণি ভট্টাচাৰ্য্যৰ বংশত ১৮৫৩ চন। পিতৃ বাণেশ্বৰ ভট্টাচাৰ্য্য। অগ্নিঋষি কমলাকান্তৰ কবিতা ক্ষুব্ধ স্বদেশচিন্তাৰ দলিল। অৰুণোদইৰপৰা আৱাহনলৈকে জুৰি তেওঁ সক্ৰিয় লিখক আছিল। দেশপ্ৰেমৰ জুই একুৰা বুকুত দিনে ৰাতি জ্বলাই ৰাখি যিজনে গোটেই জীৱনটোকে অসম আৰু অসমীয়াৰ জাতীয় যুঁজত আহুতি দিছিল, সেইজনেই 'চিন্তানলৰ' প্ৰখ্যাত কবি অগ্নিঋষি কমলাকান্ত ভট্টাচাৰ্য্য ভাঙৰীয়া। তেওঁ কৈছিল—

"চিন্তানল মোৰ বুকুৰ জুইৰে লিখা"

জাতীয় চৈতন্য সজিৱীত কৰি ৰখাই কমলাকান্তৰ অন্তৰৰ একান্ত হেঁপাহ আছিল।

ৰচনা—চিন্তানল—আগছোৱা—১৮৯০
চিন্তানল—শেহছোৱা—১৯২২
চিন্তাতৰঙ্গ —১৯৩৩

সভাপতি—অসম সাহিত্য সভা, যোৰহাট ১৯২২।
মৃত্যু : ১৪ ডিচেম্বৰ ১৯৩৬।

**ভোলানাথ দাস** ( ১৮৫৮—১৯২৯ )

উনবিংশ শতিকাৰ ৰুটিছ আমোলৰ কবি ভোলানাথ দাসৰ জন্ম হয় নগাঁৱত—জুলাই ১৮৫৮। পিতৃ বাথৰ বৰাৰ ঘৰৰ বালীৰাম। চৰকাৰী কামত মেজিষ্ট্ৰেট হৈ অৱসৰ লয় ১৯১২ চনত। অসমীয়াত তেওঁ পোনপ্ৰথমে অমিত্ৰাক্ষৰ ছন্দত সীতাহৰণ কাব্য ৰচনা কৰে ( ১৮৭৮ ) বঙ্গ কবি মাইকেল মধুসূদন দত্তৰ ( ১৮২৪-৭৩ ) আর্হিত। কাব্যখনি পুস্তকাকাৰে প্ৰথমে প্ৰকাশ পায় ১৯০২ চনত। তেওঁৰ নিজৰ কথাৰেই—

……ৰামায়ণ গীত
গাইবে বাঞ্ছিছো আমি মূঢ় আকিঞ্চন
অমিত্ৰ অক্ষৰ ছন্দে, হে মাতঃ বাগ্দেবী ;
যি ছন্দে গাইলা বহু মধুময় গীত
তব অনুগ্ৰহে, অতি প্ৰিয় পুত্ৰ তব
শ্ৰীমধুসূদন বঙ্গ কবিকুল মণি।

সীতাহৰণ কাব্যৰ ওপৰিও তেওঁৰ প্ৰচলিত আন আন ৰচনাৱলীৰ ভিতৰত কবিতামালা ( ১৮৮২-৮৩ ) আৰু চিন্তাতৰঙ্গিনী ( ১৮৮৪ ) প্ৰখ্যাত।
মৃত্যু : গুৱাহাটী ১৯২৯ জুলাই।

**লক্ষ্মীনাথ বেজবৰুৱা** ( ১৮৬৪—১৯৩৮ )

অসমীয়াৰ গৌৰৱৰ প্ৰতীক, আধুনিক অসমীয়া সাহিত্যৰ কৰ্ণধাৰস্বৰূপ, সাহিত্যৰথী, ৰসিক, তাত্ত্বিক বেজবৰুৱাদেৱ ১৮৬৪ চনৰ নৱেম্বৰ লক্ষ্মীপূৰ্ণিমাৰ দিনা তেওঁৰ পিতৃদেৱ ডাঙৰীয়া দীননাথ বেজবৰুৱা 'মুনচুফ' নগাঁৱৰপৰা বৰপেটালৈ বদলি হৈ যাওতে নাৱঁতে কলংৰ বুকুত নগাঁৱৰ আহতগুৰিৰ কাষত 'নৌকাস্থ' হয়।

আহোম স্বৰ্গদেৱসকলৰ ৰজাঘৰীয়া বেজৰ বেজবৰুৱা বিষয় বাবৰ নিজে ভাৰ লব লগীয়া নহ'ল যদিও অসমীয়া জাতিৰ নাড়ীজ্ঞান কৰি তেওঁ ৰোগৰ জইন মাৰিব পৰা দৰৱ-জাতি দি থৈ গৈছে। অসমী আইৰ গুণী সন্তান

বেজবৰুৱাৰ গুণাৱলী, তেওঁৰ আদৰ্শ ও সাহিত্য প্ৰতিভা কোনো ভৌগোলিক পৰিধিৰে বান্ধি ৰাখিব নোৱাৰি। বেজবৰুৱাৰ মৌসনা ৰচনা যিমানে ওঁঠেৰে চুহিব সিমানে সোৱাদ বাঢ়িব। তেওঁৰ ৰচনাৱলীয়ে চিৰকাল অসমীয়াৰ কাণত ৰিঙিয়াই কৈ থাকিব—"আমি অসমীয়া নহওঁ দুখীয়া, কিহৰ দুখীয়া হ'ম ?"

বেজবৰুৱাদেৱৰ একমাত্ৰ কবিতাপুথি 'কদমকলি' ( ১৯১৩ )। নিজে কৈ থৈ গৈছে "কেতিয়াবা হয় যদি হওক, নহয় যদি নহওক বুলি মাজে সময়ে লিখা পদ্যবোৰ গোটাই একে ঠাই কৰি কিতাপখন কৰা হ'ল। কবি হবৰ দুৰাশা কৰি নহয়......যাৰ মন যায় পঢ়িব, যাৰ মন নেযায় নপঢ়িব।" নপঢ়ি কোনোবা থাকিব পাৰিব জানো ? নাই লক্ষ্মীনাথৰ 'বাঁহীৰ' সুৰ বা কৃপাবৰী ভঙ্গি আৰু ভাবৰ বুৰবুৰণি বা শঙ্কৰ-মাধৱ গুৰু দুয়োজনাৰ পুনৰাবিষ্কাৰক দান অসমীয়াই কেতিয়াবা পাহৰিব পাৰিব জানো ?

সভাপতি—অসম সাহিত্য সভা ১৯২৫ গুৱাহাটী।

'ৰসৰাজ' উপাধিৰে অভিনন্দিত ১৯৩১ শিৱসাগৰ।

মৃত্যু—ডিব্ৰুগড়, মাৰ্চ ১৯৩৮।

**চন্দ্ৰকুমাৰ আগৰৱালা** ( ১৮৬৭—১৯৩৮ )

প্ৰতিমাৰ খনিকৰ বিখ্যাত ব্যৱসায়ী চন্দ্ৰকুমাৰৰ জন্ম তেজপুৰ ব্ৰহ্মজানত ২৮ নৱেম্বৰ ১৮৬৭। পিতা হৰিবিলাস আগৰৱালা। হৰিবিলাসৰ পিতাক নৱৰঙ্গ আগৰৱালা ৰাজস্থানৰপৰা অসমলৈ আহিছিল ১৮ বছৰ বয়সতে ভাগ্যান্বেষণৰ কাৰণে ১৮২৯ চনত। নৱৰঙ্গ আগৰৱালাৰ দ্বিতীয় পক্ষৰ পুত্ৰ স্বনামধন্য আনন্দচন্দ্ৰ আগৰৱালা। চন্দ্ৰকুমাৰে পিতৃ ব্যৱসায়ৰ ওপৰিও নিজে চাহ আৰু ছপাখানাৰ ব্যৱসায় আৰম্ভ কৰে। লগে লগে অসমীয়া সাহিত্যৰ চৰ্চাৰ যোগেদি অসমীয়া সাহিত্যলৈ নানান দান বৰঙনি যোগায়। তেওঁ 'জোনাকী' আলোচনীৰ প্ৰতিষ্ঠাতা, সম্পাদক আৰু লগে লগে অসমীয়া বাতৰি কাকতৰ প্ৰতিষ্ঠা কৰে গুৱাহাটীৰ খাৰঘুলিত পতা নিউপ্ৰেছৰ জৰিয়তে ১৯২৯ চনত।

কলিকতাৰ প্ৰেচিডেন্সি কলেজত পঢ়াকালতেই এওঁ লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামীৰ লগলাগি ASL ক্লাব ( Assamese Students Literary Club ) আৰম্ভ কৰে। বেজ-মাজু-হেম ( বেজবৰুৱা, মাজু

চন্দ্ৰকুমাৰ আৰু হেম গোস্বামী) ত্ৰিমূৰ্তিয়েই কলিকতাৰ মিৰ্জাপুৰ ষ্ট্ৰীটত ২৫ আগষ্ট ১৮৮৮ত ASL Club সংস্থাপন কৰে।

ৰচনা—প্ৰতিমা ১৯১৪

বীণৰ'ৰাগী ১৯২১

মৃত্যু—মাৰ্চ ১৯৩৮ গুৱাহাটী।

**মফিজুদ্দিন আহমদ হাজৰিকা** ( ১৮৭০—১৯৫৮ )

শৰাইঘাটৰ বীৰ বিখ্যাত বাঘ হাজৰিকাৰ বংশধৰ মফিজুদ্দিন আহমদ ডাঙৰীয়াৰ জন্ম ডিব্ৰুগড়ত ১৮৭০ চন। শিক্ষা লাভো ডিব্ৰুগড়তে হয়। তেওঁৰ মতে "চৰকাৰী হিচাপে জন্ম ১৮৭০ চনত। কিন্তু মোৰ আচল বয়স তাতোকৈ তিনি চাৰি বছৰ বেছি হ'ব।" তেওঁৰ অমৰ লিখনীৰ কবিতা পুথি 'জ্ঞানমালিনী' (১৮৯৬)। ডিব্ৰুগড 'কেছাৰীৰ'পৰা চিৰস্তাদাৰ হৈ অৱসৰ লয়।

সভাপতি—অসম সাহিত্য সভা, গোলাঘাট ১৯২৯।

মৃত্যু—২৯ অক্টোবৰ, ১৯৫৮।

**পদ্মনাথ গোহাঞিবৰুৱা** ( ১৮৭১-১৯৪৬ )

জন্ম ১৭৯৩ শকৰ ৯ আঘোণ—উত্তৰ লক্ষীমপুৰৰ ন-কাঁৰি গাঁৱত। পিতৃ ঘিণাৰাম বৰুৱা।

ৰচনা—জুৰণি ১৯০০

লীলাকাব্য ১৯০১

ফু'লৰ চানেকি ১৯৪১

ঔপন্যাসিক, নাট্যকাৰ আৰু সম্পাদক গোহাঞিবৰুৱাৰ আন আন ৰচনা—ভানুমতী, লাহৰী, গদাধৰ সিংহ, লাচিত বৰফুকন, গীতাসাৰ আদি।

সভাপতি—অসম সাহিত্য সভা ১৯১৭ শিৱসাগৰ।

মৃত্যু—তেজপুৰ ১৯৪৬।

**হেমচন্দ্ৰ গোস্বামী** ( ১৮৭২-১৯২৮ )

জন্ম ১৮৭২ চনত গোলাঘাটৰ অন্তৰ্গত ঢেকিয়াল মৌজাৰ গৌৰাঙ্গ সত্ৰত। পিতৃ ডম্বৰুধৰ গোস্বামী।

'অসমীয়া সাহিত্যৰ চানেকি' গোস্বামীদেৱৰ অধ্যৱসায় আৰু জাতীয়

সাহিত্যৰ প্ৰতি প্ৰগাঢ় স্নেহৰ ফল। পুৰণি সাহিত্য আৰু পুথি পোহৰলৈ অনাত হেমচন্দ্ৰ গোস্বামীৰ দান অপৰিসীম।

কবিতা পুথি—ফুলৰ চানেকি ১৯০৭। হেমচন্দ্ৰ গোস্বামীয়েই প্ৰথম অসমীয়া 'ছনেট' প্ৰেমৰ কবিতা 'প্ৰিয়তমাৰ চিঠি'ৰ কবি।

মৃত্যু—গুৱাহাটী মে ১৯২৮।

**বেণুধৰ ৰাজখোৱা** ( ১৮৭২-১৯৫৫ )

জন্ম ১১ ডিচেম্বৰ ১৮৭২, দিহিং পাৰৰ খোৱাংত। পিতৃ জয়পুৰৰ মৌজাদাৰ সুচান্দৰাম ৰাজখোৱা। ৰাজকাৰ্যত শিৱসাগৰ জিলাৰ জিলাধিপতি পদলৈ উধাইছিল।

ৰচনা—পঞ্চকবিতা ( ১৮৯৫ )
জীৱনসন্ধিয়া
দেহাৰ প্ৰণয়
সিপুৰীৰ বাতৰি আদি

এইজন অসমীয়া সাহিত্যৰ পূজাৰীৰ কবিতাৰ প্ৰতিপাদ্য বিষয় মৃত্যু আৰু তাৰ পৰৱৰ্তী অৱস্থাৰ বিষয়ে কবিৰ ধাৰণা। আন আন ৰচনাৰ ভিতৰত "অসমীয়া খণ্ড বাক্যকোষ"।

সভাপতি—অসম সাহিত্য সভা—ধুবুৰী ১৯২৮।

মৃত্যু—২২ জুন ১৯৫৫।

**আনন্দচন্দ্ৰ আগৰৱালা** ( ১৮৭৪-১৯৩৯ )

ভাঙনী কোঁৱৰ আৰু প্ৰত্নতত্ত্ববিদ আগৰৱালাৰ জন্ম তেজপুৰ কলংপুৰ মৌজাৰ বৰঙাবাৰীত—ভাদ ১৮৭৪ চন। ৰায়বাহাদুৰ আনন্দচন্দ্ৰ আগৰৱালা পুলিচ চুপাৰিণ্টেণ্ডেণ্ট হিচাপে চৰকাৰী চাকৰিৰপৰা অৱসৰ লয়—১৯২৯ চনত। এওঁ 'জোনাকী' আৰু 'বিজুলীৰ' প্ৰধান কবি লেখক। তেওঁ ইংৰাজীৰপৰা কৰা ভালেখিনি অনুবাদ কবিতা আছে। অনুবাদ যেন নেলাগে। মূল কবিতা পঢ়া যেনহে লাগে।

ৰচনা—কবিতা পুথি—জিলিকনি ( ১৯২০ )।

মৃত্যু—তেজপুৰ ১৯৩৯।

**চন্দ্ৰধৰ বৰুৱা** ( ১৮৭৪-১৯৬১ )

জন্ম যোৰহাট ১৮৭৪। পিতৃ দুৰ্গাধৰ বৰুৱা, ব্যৱসায় ওকালতি। এছেম্বলিৰ সভ্য—১৯২৮ ঘূৰণীয়া মেজমেলৰ সভ্য ১৯৩০-৩১।

অমিত্ৰাক্ষৰ ছন্দত 'মেঘনাদ বধ' নাটকৰ লেখক হিচাপে খ্যাত।

| | |
|---|---|
| ৰচনা—মেঘনাদ বধ | ১৯০৫ |
| ৰঞ্জন | ১৯২৭ |
| ৰাজৰ্ষি | ১৯৩৭ |
| ভাগ্যপৰীক্ষা | ১৯১৫ |
| তিলোত্তমা সম্ভৱ | ১৯২৪ |
| ৰত্নকোষ | ১৯৬০ |

চন্দ্ৰধৰ বৰুৱাই সামাজিক ব্যঙ্গৰ কবিৰূপেই বিশেষ খ্যাতি লাভ কৰিছিল।

সভাপতি—অসম সাহিত্য সভা গোৱালপাৰা ১৯১৮।

মৃত্যু—১৯৬১।

**নবীনচন্দ্ৰ বৰদলৈ** ( ১৮৭৫-১৯৩৬ )

কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ ডাঙৰীয়া ৰাজনৈতিক জীৱনত দেশনেতা হিচাপেই বেছি প্ৰখ্যাত।

বৰদলৈ ৰচিত প্ৰথম কবিতা পুথি—তীৰ্থযাত্ৰী। আন আন ৰচনাৰ ভিতৰত গৃহলক্ষ্মী ( নাটক )।

মৃত্যু—গুৱাহাটী ১৯৩২।

**হিতেশ্বৰ বৰবৰুৱা** ( ১৮৭৬-১৯৩৯ )

জন্ম ১৮৭৬। কিছুদিন শিক্ষকতা কৰাৰ পিছত কামত সোমায় আৰু তাৰপৰা অৱসৰ লয় ১৯৩৬ চনত। বৰবৰুৱা অসমীয়া সাহিত্যত পোনপ্ৰথম অমিত্ৰাক্ষৰ ছন্দৰ বুৰঞ্জীমূলক কাব্য প্ৰণেতা; চতুৰ্দশপদী কবিতাৰ কবি।

| | |
|---|---|
| ৰচনা—ঢোপকলি | ১৯০২ |
| আভাস কাব্য | ১৯১৪ |
| মালিতা | ১৯১৪ |

| | |
|---|---|
| মূলাগাভৰু | ১৯১৮ |
| মালচ | ১৯১৮ |
| চকুলো | ১৯২২ |
| কমতাপুৰ ধ্বংশ | |
| যুদ্ধক্ষেত্ৰত আহোম ৰমণী | |
| জয়মতী আদি | |

সভাপতি—অসম সাহিত্য সভা ( বুৰঞ্জীশাখা ) নগাঁও ১৯২০।

মৃত্যু—ফেব্ৰুয়াৰি ১৯৩৯।

**ৰঘুনাথ চৌধাৰী** ( ১৮৭৯-১৯৬৮ )

বিহগী কবি ৰঘুনাথ চৌধাৰীৰ জন্ম কামৰূপৰ লাউপাৰা গাঁৱত ১৮৭৯। পিতৃ ভোলানাথ চৌধাৰী।

চৌধাৰীয়ে প্ৰথমে জোনাকীতে লিখিবলৈ আৰম্ভ কৰিছিল। প্ৰথম কবিতা পুথি 'সাদৰী' ১৯১০ চনত প্ৰকাশ হয়।

আন আন ৰচনাৰ ভিতৰত—

| | |
|---|---|
| কেতেকী | ১৯২৩ |
| কাৰবালা | ১৪২৩ |
| দহিকতৰা | ১৯৩২ |
| নৱমল্লিকা | ১৯৫৮ |

বিহগী কবিৰ বিষয়বস্তু প্ৰকৃতি—লগতে কবিৰ নিজস্ব জীৱনৰ নিঃসঙ্গতাৰ বেদনা।

সভাপতি—অসম সাহিত্য সভা, তেজপুৰ ১৯৩৫।

মৃত্যু—১৯৬৮

**নীলমণি ফুকন** ( ১৮৮০-১৯৭৮ )

জন্ম ডিব্ৰুগড় জুন ১৮৮০। পিতৃ তুৱৰা বংশৰ লম্বোদৰ খাৰঘৰীয়া ফুকন। অসমৰ ৰাজনৈতিক, সামাজিক আৰু সাংস্কৃতিক জীৱনৰ লগত নিবিড়ভাৱে জড়িত, বক্তা, লেখক, সম্পাদক 'ককা' নীলমণি ফুকনৰ প্ৰথম কবিতাপুথি জ্যোতিকণা ( ১৯৩৮ )।

আন আন ৰচনা—

সাহিত্যকলা ১৯৪০
জয়া তীৰ্থ ১৯৪১
চিন্তামণি ১৯৪২
মানসী ১৯৪৩
গুটিমালা ১৯৫০ আদি।

সভাপতি অসম সাহিত্য সভা—শিৱসাগৰ ১৯৪৪
ডিব্রুগড় ১৯৪৭

দিল্লীৰ সাহিত্য অকাডেমীৰ ফেলো ১৯৭৩

মৃত্যু—১৯৭৮।

**দুৰ্গেশ্বৰ শৰ্মা** ( ১৮৮৫-১৯৬১ )

জন্ম যোৰহাট পটীয়া গাঁও, ফেব্ৰুৱাৰী ১৮৮৫। পিতৃ কমলেশ্বৰ শৰ্মা। চৰকাৰী চাকৰি জীৱনত বহুদিন ধৰি উচ্চপদৰ অধিকাৰী হৈ ১৯৪০ চনত অৱসৰ গ্ৰহণ কৰে।

ৰচনা—অঞ্জলি ১৯৩০
পাৰ্থ পৰাজয় ১৯০৯
বলি বধ ১৯১২
নিবেদন ১৯১৫ আদি।

মৃত্যু—গুৱাহাটী ১৯৬১।

**অম্বিকাগিৰি ৰায়চৌধুৰী** ( ১৮৮৫-১৯৬৭ )

'অসমকেশৰী' অম্বিকাগিৰি ৰায়চৌধুৰী ৰামৰায়ৰপৰা বঢ়া ৰায়চৌধুৰী বংশৰ বৰপেটাৰ কৃষ্ণৰাম ৰায়চৌধুৰীৰ পুত্ৰ। জন্ম ১৮ ডিচেম্বৰ ১৮৮৫।

অম্বিকাগিৰিৰ সঙ্গীত চৰ্চাৰ প্ৰতি অশেষ ধাউতি আছিল। ১৯১৭ চনত গুৱাহাটীৰ পানবজাৰত কামৰূপী সঙ্গীত বিদ্যালয় স্থাপন কৰে। তেওঁৰ ৰচনা 'বন্দো কি ছন্দেৰে' আৰু 'সমাগত বিৰাট নৰনাৰায়ণৰূপ' অসমৰ পাণ্ডু হোৱা কংগ্ৰেছৰ ৪৫তম অধিবেশনত ( ১৯২৬ ) ৰাইজক তেজস্বী ৰচনাৰে চমক লগাই দিছিল। তেওঁৰ সাহিত্য ৰচনা আৰু নিজৰ

ৰাজনৈতিক ভাৱনাৰ প্ৰতি ইমান সজাগ আছিল যে সেই সময়ত প্ৰেছৰ অভাৱত নিজে বহু আৰ্থিক কষ্ট সহ্য কৰি ছপাখানা এটি খুলি লৈছিল। তেওঁ নিজৰকৈ খোলা ছপাখানাৰ বিষয়ে কৈছিল—“প্ৰেছ এখন নাপলি মোৰ জীৱন বাচি নাথকিব।” নিজে ‘ডেকা অসম’ আৰু ‘চেতনা’ সম্পাদনা কৰিছিল। জীৱনৰ ভালেখিনি কাল তেওঁ ৰাজনৈতিক কাৰণত কাৰাগাৰতেই কটাব লগিয়াত পৰিছিল আৰু তাতে বহু ৰচনা কৰিছিল দেশবাসীক স্বাধীনতাৰ কাৰণে উদ্দীপনা দি।

| | |
|---|---|
| ৰচনা—তুমি ( কাব্য ) | ১৯০৭ |
| বীণা | ১৯১৬ |
| বেদনাৰ উল্কা | ১৯২০ |
| আহুতি | ১৯৫৩ |
| অনুভূতি | ১৯৫৪ |

ৰায়চৌধুৰী অসম সাহিত্য সভাৰ লগত সৰ্বদা জড়িত আছিল আৰু ইয়াৰ স্থাপনাৰ ( ১৯১৭ শিৱসাগৰ ) এগৰাকী মুখৰ ঘাইখুটা বিশেষ আছিল।

মৃত্যু—২ জানুৱাৰী ১৯৬৭।

## সিংহদত্ত দেৱ অধিকাৰী ( ১৮৮৯-১৯২৫ )

জন্ম কামৰূপ জিলাৰ নহিৰা সত্ৰ—১৮৮৯। কিছুদিন ছিলংৰ পুলিচ অফিচত কাম কৰি ইস্তফা দিয়ে ১৯২২। গুৱাহাটীৰ অৰুণা প্ৰেছত ‘অৰ্ঘ্য’ আলোচনী আৰম্ভ কৰে আৰু সম্পাদনা কৰে। অধিকাৰীৰ প্ৰথম কবিতা পুথি কবিতা লহৰী।

| | |
|---|---|
| ৰচনা—কবিতা লহৰী | ১৯১৮ |
| সাধু চৰিত | ১৯০৬ |
| ৰেণু | ১৯১৮ |
| গুটিমালিকা | ১৯১৯ |
| মণিমালা | ১৯২০ |

মৃত্যু—১৯২৫।

**ভৈৰৱচন্দ্ৰ খাটনিয়াৰ** ( ১৮৮৯-১৯৩১ )

জন্ম বৰপেটাৰ কাষৰ কালজিৰাপাৰ গাঁও—১৮৮৯। শিক্ষক নৰ্মাল স্কুল যোৰহাট।

ৰচনা—সেৱা ১৯২৭

অসমীয়া সাহিত্যত খাটনিয়াৰৰ 'মানি মুনিশাক' নামৰ কবিতাটিৰ বিশেষ খ্যাতি। অপ্ৰকাশিত ৰচনা কেবাখনো আছে।

মৃত্যু—কালজিৰাপাৰ ৩১ ডিচেম্বৰ ১৯৩১।

**দণ্ডিনাথ কলিতা** ( ১৮৯০-১৯৫৫ )

জন্ম তেজপুৰৰ কেতেকীবাৰী গাঁও—২৬ ফেব্ৰুৱাৰী ১৮৯০। পিতৃ মঙ্গলৰাম কলিতা।

ঔপন্যাসিক আৰু ব্যঙ্গ কবি দণ্ডিনাথৰ জন্ম, শিক্ষা ও কাৰ্যক্ষেত্ৰ খাইকৈ তেজপুৰতেই আছিল। তেজপুৰৰ হাইস্কুলতে শিক্ষকতা কৰি অৱসৰ লয়। তেওঁৰ প্ৰথম কবিতাপুথি ৰহঘৰা ( ১৯১৬ )।

| | |
|---|---|
| আন আন ৰচনা—ফুল | ১৯০৮ |
| প্ৰদীপ | ১৯১৯ |
| ৰগৰ | ১৯২২ |
| বহুৰূপী | ১৯২৩ |
| সাধনা | ১৯২৮ |
| অগ্নিপৰীক্ষা | ১৯৩৭ |
| অসম সন্ধ্যা | ১৯৪৯ |
| কীচক বধ | ১৯৫০ ইত্যাদি। |

মৃত্যু—১৯৫৫।

**শৈলধৰ ৰাজখোৱা** ( ১৮৯২-১৯৬৮ )

জন্ম ডিব্ৰুগড় চিবিংচাপৰি, ডিচেম্বৰ ১৮৯২, পিতৃ চন্দ্ৰধৰ ৰাজখোৱা। কিছুদিন চৰকাৰী চাকৰি কৰাৰ পিছত গুৱাহাটী বিশ্ববিদ্যালয়ৰ ট্ৰেজাৰাৰ হিচাপে কাম কৰে ( ১৯৪৮-৫৪ )। কবি, নাট্যকাৰ ৰাজখোৱাদেৱৰ প্ৰথম কবিতা পুথি নিজৰা ( ১৯৩৫ )।

আন আন ৰচনা—বিষ্ণুভাৰতী ১৯১৮
স্বৰ্গদেও প্ৰতাপ সিংহ ১৯৫৩
ৰঞ্জিত সিংহ ১৯১৫
দেৱযানী ১৯২৮ আদি।

মৃত্যু—১৯৬৮।

**ধৰ্মেশ্বৰী দেৱী বৰুৱানী** ( ১৮৯২-১৯৬০ )

জন্ম গুৱাহাটী, পঞ্চৱটী আশ্ৰম—১৮৯২। পিতৃ কন্দৰ্পেশ্বৰ সিংহৰ মোক্তাৰ যজ্ঞেশ্বৰ দেৱশৰ্মা। আগ জীৱনতে বাতৰোগত বাহিৰ-জীৱন পঙ্গু হোৱাত কবিতা জীৱন আৰম্ভ হয়। ধৰ্মপ্ৰাণা বৰুৱানীৰ প্ৰথম ভাব-সৰল কবিতা পুথি 'ফুলৰ শৰাই' ( ১৯২৮ )।

আন আন ৰচনা—প্ৰাণৰ পৰশ ১৯৫১
অশ্ৰুধাৰ ১৯৬৩
জীৱন তৰী ১৯৬৩

অসম সাহিত্য সভাই বৰুৱানীক 'কাব্যভাৰতী' উপাধিৰে সন্মানিত কৰে ১৯৫৬।

মৃত্যু—১৯৬০।

**যতীন্দ্ৰনাথ দুৱৰা** ( ১৮৯২-১৯৬৪ )

জন্ম শিৱসাগৰ—মাৰ্চ ১৮৯২। পিতৃ শ্যামসুন্দৰ দুৱৰা। কলিকতা আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়াৰ অধ্যাপক।

ৰচনা—ওমৰ তীৰ্থ ১৯২৫
কথা কবিতা ১৯৩৩
আপোন সুৰ ১৯৩৮
বনফুল ১৯৫২
মিলন সুৰ ১৯৬০

দুৱৰা প্ৰেমৰ কবি, সৌন্দৰ্য্যৰ উপাসক। তেওঁ প্ৰেমৰ সপোন দেখে, প্ৰেমৰ কবিতা লেখে। দুৱৰাৰ কবিতা ব্যক্তিগত বিষাদৰে মণ্ডিত। ওমৰখায়ামৰ ৰুবায়াতৰ ভাঙনি, 'ওমৰ তীৰ্থ' দুৱৰাৰ শ্ৰেষ্ঠ কাব্যকীৰ্তি।

তেওঁৰ ভাষাৰ জটিলতা, শব্দৰ দুৰ্বোধতা আৰু অৰ্থৰ অস্পষ্টতা নাই। তেওঁৰ ভাষা স্বভাৱসুন্দৰ সৰল। তেওঁৰ প্ৰতিভাৰ স্বীকৃতিত দিল্লীৰ সাহিত্য অকাডেমিয়ে পুৰস্কাৰ দি সন্মানিত কৰে ১৯৪২।

সভাপতি—অসম সাহিত্য সভা—গুৱাহাটী—১৯৫৫।

মৃত্যু—১৯৬৪।

**কমলাকান্ত শইকীয়া** ( ১৮৯৩-১৯৬৯ )

জন্ম নগাঁও জাজৰি ১৮৯৩। পিতা শিশুৰাম শইকীয়া। শিক্ষক—যোৰহাট, গোলাঘাট, নগাঁও গভৰ্ণমেণ্ট হাই স্কুল। নগাঁৱৰেপৰা অৱসৰ লৈ পুনৰ ড-চন হাইস্কুলত ৫ বছৰকাল কাম কৰে। প্ৰথম অসমীয়া পাঠ্যপুথি 'ভাৰত বুৰঞ্জী' আৰু 'অসম বুৰঞ্জী', শিশুৰ আদিপাঠ আদিৰ লিখক হিচাবে জনাজাত। শেষ জীৱনৰ ৰচনা গুৰু চৰিত ( ১৯৬৮ )।

কবিতাৰ পুথি—চিন্তাতৰঙ্গিনী ( অপ্ৰকাশিত )

মৃত্যু—নগাঁও, ১৯৬৯।

**কমলানন্দ ভট্টাচাৰ্য্য** ( ১৮৯৪-১৯৫১ )

জন্ম নগাঁও আমোলাপট্টি, ১৮৯৪। সঙ্গীতানুৰাগী ভট্টাচাৰ্য্যদেৱ কেবাটাও মনোৰম গীতৰ কবি আৰু নাট্যকাৰ।

একমাত্ৰ কবিতাৰ পুথি-বাউলী।

মৃত্যু—১৯৫১।

**সূৰ্য্যকুমাৰ ভূঞা** ( ১৮৯৪-১৯৬৪ )

নগাঁও জিলাৰ ফৌজদাৰীপট্টিৰ ৰবিলাল ভূঞা চিৰস্তাদাৰৰ জ্যেষ্ঠপুত্ৰ সূৰ্যকুমাৰ ভূঞাৰ জন্ম ২৭ জানুৱাৰী ১৮৯৪। অসমৰ সূৰ্য্যস্বৰূপ সূৰ্য্যকুমাৰৰ অধ্যাপনা গুৱাহাটীৰ কটন কলেজৰ চাৰি সীমাৰ ভিতৰতে আৱদ্ধ নাছিল। তেওঁ সোমাৰৰপৰা কমতাপুৰ আৰু কুণ্ডিলৰপৰা জয়ন্তালৈকে এইবিলাক ক্ষেত্ৰ জুৰি অধ্যাপনা গৱেষণা কৰি, অসমৰ পুৰণি গৌৰৱ উদ্ধাৰ কৰি নিজৰ জীৱন মহিমামণ্ডিত কৰি গৈছে। তেওঁৰ সুকৃতিৰ স্বীকাৰ্য্যত লণ্ডন বিশ্ববিদ্যালয়ে তেওঁক দুবাৰকৈ ডক্টৰেট উপাধি প্ৰদান কৰে—এবাৰ পি. এইচ. ডি. ( ১৯৩৮ )

আৰু এবাৰ ডি. লিট. ( ১৯৫১ )। অধ্যাপক ভূঞা ডাঙৰীয়াৰ শিক্ষাক্ষেত্ৰতো এনে এটি বাব নাছিল যিটো তেওঁৰ চুকিৰ আতৰত আছিল। কটন কলেজৰ পোনপ্ৰথম অসমীয়া অধ্যাপক নিযুক্ত হোৱাৰপৰা ( ১৯১৮ ) সেই কলেজৰ অধ্যক্ষ পদ আৰু পিছলৈ ডি. পি. আই. হৈ গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য হোৱা লৈকে। কামৰূপ অনুসন্ধান সমিতি আৰু নাৰায়ণী সন্দিকৈ পুৰাতত্ত্ব বিভাগ আৰু অধ্যাপক সূৰ্য্য ভূঞা কোনোবাই কবৰ দৰে "এক প্ৰাণ এক টিকেট" আছিল। যদিওবা তেওঁ কটন কলেজত ইংৰাজীৰ হে অধ্যাপনা কৰিছিল সকলোৱে ভূঞা ডাঙৰীয়াক বুৰঞ্জীবিদ বুলিয়েই জানে। তাৰ লগতে তেওঁৰ কোমল মনত স্বতঃস্ফূৰিত কবিতাৰাশিৰ জন্ম—প্ৰথম কবিতা পুথি নিৰ্মালি ( ১৯১৮ ) আৰু পিছত 'পঞ্চমী' প্ৰকাশ হয় ১৯২৭ চনত। পুৰণি বুৰঞ্জী সাহিত্য আৰু বুৰঞ্জীৰ উদ্ধাৰ কাৰ্য্যত সূৰ্য্য ভূঞা অগ্ৰণী আৰু তেওঁৰ এই বিষয়ৰ ৰচনাও অগণন। ( সভাপতি : অসম সাহিত্য সভা, নগাঁও ; ইণ্ডিয়ান হিষ্টৰি কংগ্ৰেছ গোৱালিয়ৰ ১৯৫২ )।

সভাপতি—অসম সাহিত্য সভা, নগাঁও।

মৃত্যু—গুৱাহাটী, ৫ জুলাই ১৯৬৪।

**পদ্মধৰ চলিহা** ( ১৮৯৫-১৯৬৮ )

জন্ম শিৱসাগৰ, অক্টোবৰ ১৮৯৫, পিতৃ চলিহা কাকতি বংশৰ ৰায়বাহাদুৰ ফণীধৰ চলিহা।

ওকালতি—শিৱসাগৰ, ডিব্ৰুগড় ১৯২০-১৯৪৪, ৰাজনৈতিক বন্দী ১৯৪২, শিৱসাগৰ কলেজৰ অধ্যক্ষ ১৯৪৭, গীতিকাৰ-নাট্যকাৰ চলিহাৰ প্ৰথম কবিতা-পুথি 'ফুলনি' ( ১৯১৫ )

আন আন ৰচনা—নিমন্ত্ৰণ ১৯১৭
ৰোমিও জুলিয়েট ১৯২০
গীতি লহৰী ১৯২৩
শৰাই ঘাট ১৯২৮ আদি

সভাপতি—অসম সাহিত্য সভা, তিনচুকিয়া ১৯৫৮।

মৃত্যু—১৯৬৮।

**মিত্ৰদেৱ মহন্ত** ( ১৮৯৫-১৯৮২ )

জন্ম যোৰহাট সৰ্‌াইবন্ধা লেটুগাঁও সত্ৰ ১৮৯৫। সহকাৰী শিক্ষক যোৰহাট চৰকাৰী হাই স্কুল, এছিষ্টেন্ট ছুপাৰিন্টেডেন্ট যোৰহাট নৰ্মাল স্কুল আৰু ছুপাৰিন্টেডেন্ট ( ১৯৪৭ )। শেষত গোলাঘাট গুৰুট্ৰেইনিং স্কুলৰপৰা অৱসৰ লৈ ( ১৯৫০ ) পিতৃ-সত্ৰৰ সত্ৰাধিকাৰ হয় গৈ।

নাট্যকাৰ যশস্বী মঞ্চশিল্পী মহন্ত ডাঙৰীয়াৰ একমাত্ৰ গীতৰ পুথি "গীতি-শতদল" ১৯৫১।

আন আন ৰচনা—কুকুৰী কণাৰ আঠমঙ্গলা ১৯১৬

| | |
|---|---|
| চন্দ্ৰহাৰ | ১৯২০ |
| জ্ঞান লহৰী | ১৯২৪ |
| মৌ-মহাভাৰত | ১৯২৫ |
| টিপচহী | ১৯৩১ |
| বলিছলন | ১৯৫৩ |
| চৰণধূলি | ১৯৫৫ |

সভাপতি—অসম সাহিত্য সভা, ডিগবৈ ১৯৬৪।

মৃত্যু—১৯৮২।

**গণেশলাল চৌধুৰী** ( ১৮৯৬-১৯৩২ )

জন্ম—১৮৯৬।

এওঁৰ প্ৰায়ভাগ কবিতাই প্ৰকাশ পাইছিল 'আসাম বান্ধৱ' 'বাঁহী' আৰু 'চেতনা'ত।

মৃত্যু—১৯৩২।

**ৰত্নকান্ত বৰকাকতি** ( ১৮৯৭-১৯৬৩ )

'শেৱালি'ৰ কবি ৰত্নকান্ত বৰকাকতিৰ জন্ম নগাঁও জিলাৰ ঢিং আঠগাঁওত, ২০ জুন ১৮৯৭। পিতৃ চাৰিঙৰ সাত-ঘৰীয়া কাকতিৰ পৃথু বৰকাকতিৰ বংশৰ ৰায়চাহাব ভূধৰ বৰকাকতি।

কিছুদিন শিক্ষকতা কৰি ঢিং মৌজাৰ মৌজাদাৰ হয় ১৯২৪। বৰকাকতিৰ কবিতাত কবীন্দ্ৰ ৰবীন্দ্ৰনাথৰ অশেষ প্ৰভাৱ দেখা যায়।

বৰকাকতিৰ শ্রেষ্ঠ ও প্ৰথম কবিতামালা 'শেৱালি' ১৯৩২।

আন আন ৰচনা—আলাপ ১৯১৯
তৰ্পণ ১৯৫৩
চন্দ্ৰহাৰ, ১৯৬৩ আদি।

অসম সাহিত্য সভাৰ সভাপতি—নাজিৰা ১৯৬৩।

মৃত্যু—১৯৬৩।

**লক্ষ্মীনাথ ফুকন** ( ১৮৯৭—১৯৭৫ )

জন্ম ডেৰগাঁও, জানুৱাৰী ১৮১৭। পিতৃ কার্তিক চন্দ্ৰ ফুকন। কিছুকাল শিক্ষকতাৰ পিছত ফুকনদেৱ সাংবাদিক জগতলৈ আহে অসমীয়া আৰু কলিকতিয়া কাগজৰ মাধ্যমেৰে অসমৰ মুখ্য সংবাদপত্ৰ "আসাম ট্ৰিবিউন"লৈ প্ৰথম সম্পাদক হিচাবে। সাংবাদিক আৰু কথা সাহিত্যিক ফুকনদেৱৰ কমনীয় কবিতাৰ কুকি 'সোণালী সপোন' ( ১৯৬১ )।

আন আন ৰচনা—মালা ১৯১৯
ওফাইডাং ১৯৫৩
মৰমৰ মাধুৰী ১৯৬৩

মৃত্যু—১৯৭৫।

**উমেশচন্দ্ৰ চৌধাৰী** ( ১৮৯৮—১৯৫৩ )

জন্ম গুৱাহাটী উজানবজাৰ ১৮৯৮। পিতৃ গৰ্গৰাম চৌধাৰী। গুৱাহাটী আইন কলেজৰপৰা বি. এল. পাছ কৰি ওকালতি কৰে। তেওঁ কেইবাটিও উল্লেখযোগ্য কবিতাৰ কবি। প্ৰথম ৰচনা প্ৰতিধ্বনি ( ১৯৩৯ )।

আন আন ৰচনা—দেৱধ্বনি, ত্ৰিৱেনী, অমৃত মন্থন ১৯৩৯
মন্দাকিনী ১৯৪০

১৯২৬ চনত পাণ্ডু'ত অধিষ্ঠিত ভাৰতীয় 'কংগ্ৰেছত গোৱা গীত 'সাদৰো সমাৱেত' আৰু "স্বাগত স্বাগত ভক্ত সমাগতা" গীত চৌধাৰী ডাঙৰীয়াৰে ৰচনা।

মৃত্যু—কলিকতা আগষ্ট ১৯৫৩।

**প্ৰসন্নলাল চৌধুৰী** ( ১৮৯৮— )

জন্ম জানুৱাৰী ১৮৯৮ পলাশবাৰী। পিতৃ শ্যামলাল চৌধুৰী। বৰপেটা বিদ্যাপীঠৰ প্ৰধান শিক্ষক আৰু নাট্যকাৰ কবি।

কবিতাৰ পুথি—চানেকি ( ১৯৬৫ )

আন আন ৰচনা—নীলাম্বৰ ১৯৩৩

অগ্নিমন্ত্ৰ ১৯৫০

অপেশ্বৰী ১৯৬১

সভাপতি—অসম সাহিত্য সভা গোলাঘাট ১৯৭৮।

**লক্ষ্মীধৰ শৰ্মা** ( ১৮৯৮—১৯৩৪ )

জন্ম—১৮৯৮।

গল্প লেখক বিপ্লৱী দেশকৰ্মী লক্ষ্মীধৰ শৰ্মাৰ কেবাটিও মনোমোহা কবিতা 'বাঁহী'ত প্ৰকাশ পাইছিল।

মৃত্যু—১৯৩৪।

**নলিনীবালা দেৱী** ( ১৮৯৮—১৯৭৭ )

জন্ম বৰপেটা, মাৰ্চ ১৮৯৮। পিতৃ কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ।

খ্যাতনামা আধ্যাত্মিক ভাৱৰ কবি নলিনীবালা দেৱীৰ প্ৰথম কবিতা পুথি "সন্ধিয়াৰ সুৰ" ( ১৯২৮ )

আন আন ৰচনা—সপোনৰ সুৰ ১৯৪৯

স্মৃতিতীৰ্থ ১৯৪৮

পৰশমণি ১৯৫৪

যুগদেৱতা ১৯৫৭

জাগৃতি ১৯৬০

অলকানন্দা ১৯৭০

বিশ্বদীপ ১৯৭০

সভানেত্ৰী—অসম সাহিত্য সভা যোৰহাট ১৯৫৪।

মৃত্যু—১৯৭৭।

**ভগৱতী প্ৰসাদ বৰুৱা** ( ১৯০০—১৯৩৩ )

জন্ম মে, ১৯০০। পিতৃ ৰাধিকা প্ৰসাদ বৰুৱা মৌজাদাৰ। আইদেউবাৰী বাগিচা প্ৰতিষ্ঠা আৰু পৰিচালনা। ডিচাঙৰ ঘাটত নাওবুৰি অকালতে মৃত্যুমুখত পতিত হোৱা ৰবীন্দ্ৰানুৰাগী কবি ভগৱতী প্ৰসাদৰ প্ৰতিভা অকালতে লীন যায়।

একমাত্ৰ কবিতাৰ পুথি—নীৰৱতা।

মৃত্যু—ডিচাংঘাট ১৪ অক্টোবৰ ১৯৩৩।

**ডিম্বেশ্বৰ নেওগ** ( ১৯০০—১৯৬৬ )

'ইন্দ্ৰধনু'ৰ কবি ডিম্বেশ্বৰ নেওগৰ জন্ম দিখৌ পাৰৰ কমাৰফদীয়া গাঁৱত চন ১৯০০। পিতৃ মানিক চন্দ্ৰ নেওগ। গোটেই জীৱন স্কুলৰ শিক্ষকতাৰ, মাজেৰে সাহিত্য চৰ্চা কৰিছিল আৰু বহু অতি সুন্দৰ কবিতাৰ ওপৰিও বহু ৰচনা, সমালোচনা আৰু তথ্যপূৰ্ণ কিতাপ পত্ৰ অসমীয়াক দি থৈ গৈছে। তাৰ ভিতৰত "অসমীয়া সাহিত্যৰ বুৰঞ্জী" প্ৰখ্যাত।

. আন আন ৰচনা—মালিকা ১৯২২
সঁফুৰা ১৯২৩
থুপিতৰা ১৯২৫
মালতী ১৯২৭
ইন্দ্ৰধনু ১৯৩০
দীপাৱলী ১৯৩১
মুকুতা ১৯৩২
কাব্য প্ৰতিভা ১৯৩৫ আদি।

সভাপতি অসম সাহিত্য সভা নলবাৰী ১৯৬৬।

মৃত্যু—ডিব্ৰুগড় ১২ নভেম্বৰ ১৯৬৬।

**পাৰ্বতি প্ৰসাদ বৰুৱা** ( ১৯০২—১৯৬৪ )

জন্ম শিৱসাগৰ। শিক্ষা সাং কৰি চাহ বাগিছাৰ কাৰবাৰত সোমায়। সুৰকাৰ পাৰ্বতি প্ৰসাদৰ প্ৰথম কবিতা পুথি 'লখিমী' ( ১৯৩৯ )।

আন আন ৰচনা—সোনৰসোলেঙ ১৯২৯
গুণগুণনি ১৯৫৮
ভগাটোকাৰীৰ সুৰ ১৯৫৯
খেল ভঙাৰ খেল ১৯৭০

মৃত্যু—১৯৬৪।

## জ্যোতিপ্ৰসাদ আগৰৱালা ( ১৯০৩-১৯৫১ )

ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ জন্ম ডিব্ৰুগড়, তামোলবাৰী ১৯০৩। পিতৃ হৰিবিলাস আগৰৱালাৰ পুত্ৰ পৰমানন্দ।

এডিনবৰো বিশ্ববিদ্যালয়ত পঢ়ি বাৰ্লিনত ফিল্মশিল্প শিক্ষালাভ কৰে ( ১৯২৭ )। চিত্ৰলেখা মুভিটোন প্ৰতিষ্ঠা ( ১৯৩৪ ); জয়মতী বোলছবি নিৰ্মাণ ( মাৰ্চ ১৯৩৪ ), ইন্দ্ৰমালতী ( ১৯৩০ )। জয়মতী শোণিতকুঁৱৰী আদিৰ ৰেকৰ্ড ( ১৯৩৬ )।

আধুনিক অসমীয়া সাহিত্যৰ সৰ্বশ্ৰেষ্ঠ নাট্যকাৰ, সুৰকাৰ আৰু গীতিকাৰ জ্যোতিপ্ৰসাদ এটি মহিমামণ্ডিত প্ৰতিভা। ৰূপকোঁৱৰৰ গীত অসমীয়াৰ জীৱনৰ এটি অপৰিহাৰ্য্য সম্পদ।

প্ৰথম কবিতাৰ পুথি—'লুইতৰ পাৰৰ অগ্নিসুৰ'
আন আন ৰচনা—শোণিত কুঁৱৰী ১৯২৫
কাৰেঙৰ লিগিৰী ১৯৩৪
শিল্পীৰ পৃথিৱী ১৯৪৮
ৰূপালীম — আদি।

মৃত্যু—জানুৱাৰী ১৭, ১৯৫১।

## মহেন্দ্ৰনাথ ডেকাফুকন ( ১৯০৩-১৯৭৩ )

জন্ম গুৱাহাটি, ১৯০৩। পিতৃ লক্ষ্মীনাথ ফুকন। চিত্ৰশিল্পী ডেকাফুকন ৰেঙ্গুন মে'লৰ ( Rangoon Mail ) এছছিয়েট এডিটৰ আৰু ভ্ৰাম্যমান সাংবাদিক আছিল। প্ৰথম কবিতা পুথি "অস্থি বজ্ৰ" ( ১৯৩৬ )।

আন আন ৰচনা—বেজ বৰবৰুৱাৰ গীত ১৯৩৯
ডেকাফুকনৰ গীত

মৃত্যু—১৯৭৩।

**বিনন্দচন্দ্ৰ বৰুৱা** ( ১৯০৫ )

জন্ম টিয়ক ১৯০৫ জানুৱাৰী। পিতৃ গোলাপচন্দ্ৰ বৰুৱা। শিক্ষক জাঁজী হাইস্কুল আৰু পিছলৈ চন্দ্ৰকমল বেজবৰুৱা মহাবিদ্যালয়ৰ অধ্যাপক। ১৯২৬-২৭ চনত 'মিলন' কাকতৰ সম্পাদনাও কৰিছিল। অতীত দেশ গৌৰৱেই বিনন্দ বৰুৱাৰ কবিতাৰ বৈশিষ্ট্য। অসম বুৰঞ্জীৰ ঘটনা লৈ বৰুৱাই দেশপ্ৰেম উদ্দীপক বহু কবিতা ৰচনা কৰিছে।

প্ৰথম কবিতা পুথি—শঙ্খধ্বনি ( ১৯২৬ )

আন আন ৰচনা—মহাৰাজ নৰনাৰায়ণ ১৯২৬
পাৰ্থসাৰথী ১৯৩৩
তি-তি-হেই ১৯৩৬
প্ৰতিধ্বনি ১৯৩৮
ফুলকলি ১৯৪০

'সভাপতি—অসম সাহিত্য সভা, উত্তৰ লক্ষীমপুৰ—১৯৬৬।

**গণেশ গগৈ** ( ১৯০৭-১৯৩৮ )

জন্ম ডিচেম্বৰ ১৯০৭ উত্তৰ লক্ষীমপুৰ জিলাৰ ঢকুৱাখানাত। পিতৃ কনকচন্দ্ৰ গগৈ। নাট্যকাৰ, কাৰবাৰী, চিকাৰী আৰু খেলুৱৈ গগৈদেৱৰ ৰসাল কবিতামালা বহু জনপ্ৰিয়। মঞ্চসফল কেবাখনিও নাটকৰ লেখক। গণেশ গগৈৰ প্ৰথম কবিতা পুথি 'পাপৰি' ( ১৯৩৪ )।

আন আন ৰচনা—স্বপ্নভঙ্গ ১৯৩৪
শকুনিৰ প্ৰতিশোধ ১৯৩৯
হেমজ্যোতি ১৯৪৫
লাচিত বৰফুকন ১৯৫৮
কাশ্মীৰ কুমাৰী—আদি

অতি কম বয়সতে সৰবৰহী কবি গণেশ গগৈ মৃত্যুৰ মুখত পতিত হয়, যোৰহাট ২১ আগস্ট ১৯৩৮।

**আনন্দচন্দ্ৰ বৰুৱা** ( ১৯০৭—১৯৮২ )

কবি আৰু নাট্যকাৰ আনন্দচন্দ্ৰ বৰুৱাৰ জন্ম মৰাণৰ খুমটাই বাগিছাত ডিচেম্বৰ ১৯০৭। পিতৃ প্ৰেমধৰ বৰুৱা। প্ৰথম কবিতাৰ পুথি 'পৰাগ' ( ১৯৩০ )।

আন আন ৰচনা—কপৌকুঁৱৰী ১৯৩২
হাফিজৰ সুৰ ১৯৩০
নলদময়ন্তী ১৯৪৪
কমতাকুঁৱৰী ১৯৪০
বিসৰ্জন ১৯২৯
বিজয়া ১৯৩০ আদি

সভাপতি—অসম সাহিত্য সভা, বৰপেটা ১৯৬৮।

মৃত্যু—১৯৮২।

**সীতানাথ ব্ৰহ্মচৌধুৰী** ( ১৯০৮—১৯৮২ )

জন্ম গোঁৱালপাৰা ভালুকমাৰি গাঁও ১৯০৮। পিতৃ মলবাৰু ব্ৰহ্মচৌধুৰী। কৃষি আৰু সামাজিক উন্নয়ন ব্ৰতী। লোকসভাৰ সভ্য ( ১৯৫২-৫৭ )।

প্ৰথম কবিতাপুথি 'কমলকলি' ( ১৯২৫ )

আন আন ৰচনা—চকুলো ১৯২৯
আবেগ ১৯২৯

মৃত্যু—১৯৮২।

**হেম বৰুৱা** ( ১৯১৫—১৯৭৭ )

জন্ম তেজপুৰ—এপ্ৰিল ১৯১৫। পিতৃ বিনন্দ চন্দ্ৰ বৰুৱা।

অধ্যাপক, ৰাজনৈতিক, বক্তা বৰুৱাদেৱ কেবাখনিও ইংৰাজী অসমীয়া গ্ৰন্থৰ লেখক। অধ্যক্ষ, ভোলানাথ বৰুৱা মহাবিদ্যালয়, গুৱাহাটী আৰু লোকসভাৰ সভ্য ( ১৯৫৭—১৯৭০ )।

প্ৰথম কবিতাপুথি 'বালিচন্দা' ( ১৯৬২ )।

আন আন অসমীয়া ৰচনা—সাগৰ দেখিছো ১৯৫৪
ৰঙা কৰবীৰ ফুল ১৯৫৮
এই গাঁও, এই গীত
কন্নকী ১৯৬০
ডাকপখিলি ১৯৬৮ আদি।

সভাপতি—অসম সাহিত্য সভা, ধুবুৰী ১৯৭২।

মৃত্যু—১৯৭৭।

**ভৱানন্দ দত্ত** ( ১৯১৯—১৯৬৯ )

জন্ম যোৰহাট—জুন ১৯১৯। পিতৃ সৰ্বানন্দ দত্ত। অধ্যাপক, নলবাড়ী কলেজ, কটন কলেজ আৰু পিছত গুৱাহাটী বিশ্ববিদ্যালত অধ্যাপনা কৰে ১৯৪৯।

ৰচনা—দৃষ্টি আৰু দৰ্শন ১৯৬১
ৰবীন্দ্ৰ প্ৰতিভা ১৯৬০
অসমীযা কবিতাৰ কাহিনী ১৯৬১

মৃত্যু—৩ আগষ্ট ১৯৬৯।

**অমূল্য বৰুৱা** ( ১৯২২—১৯৪৬ )

জন্ম যোৰহাট—এপ্ৰিল ১৯২২। পিতৃ প্ৰমোদচন্দ্ৰ বৰুৱা। কলিকতীয়া ছাত্ৰজীৱনতে এই উঠি অহা বিপ্লৱী কবিপ্ৰতিভা কলিকতীয়া দাঙ্গা-হাঙ্গামাৰ বলি হয়, ১৬ আগষ্ট ১৯৪৬।

মৃত্যুৰ প্ৰায় কুৰি বছৰ পিছতহে তেওঁৰ কবিতা পুথি ‘অচিনা’ প্ৰকাশ পায় ( ১৯৬৬ )।

[ তাৰিখ চনৰ বিসম্বাদ বহু পোৱা গৈছে—সুধীসকলৰ শুধৰণি সাপেক্ষ ]